# প্ৰতীক্ষা

(উপন্যাস)



ৰাম গোস্বামী

অৰুণ প্ৰকাশন
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১ ০০১

***PRATIKSHYA*** **:** A novel in Assamese purporting to depict a picture of the contemporary Assamese Socio-Political scenario in the wake of the insurgent activities ; written by Ram Goswamee and Published by Bipul Guha, Rupalim Prakashan, Guwahati-781 001. First Edition, December 1997, price : Rs. 60.00.

---

প্ৰকাশক ঃ
শ্ৰীবিপুল গুহ
ৰূপালীম প্ৰকাশন,
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১ ০০১

বেটুপাত ঃ
শ্ৰী অবিনাশ শৰ্মা,
চেনিকুঠি, গুৱাহাটী-৭৮১ ০০৩

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ১৯৯৭

মূল্য ঃ ৬০ টকা

মুদ্ৰক ঃ
লক্ষ্মীনাৰায়ণ প্ৰিণ্টিং ওৱাৰ্কস
২০৯এ বিধান সৰণী
কলকাতা- ৬

পত্নী জিনু গোস্বামী

সহৃদয়েষু—

রাম গোস্বামী

# মোৰ ক'বলগীয়া

"প্ৰতীক্ষা" মোৰ প্ৰথম উপন্যাস, অধিক বয়স্কৰ ৰচনা। এনে এটা অৱস্থাত উপন্যাসখন লিখোতে মোৰ মনত নানা চিন্তাই আমনি কৰিছিল। এপাকত হাতে লিখা পাতবোৰ সামৰি আলমাৰিত ভৰাই থৈছিলো—আশংকিত হোৱাৰ বাবে। উপন্যাস এখন লিখিবলৈ অভিজ্ঞতাৰ বাহিৰেও গভীৰ মনোযোগ লাগে। উপন্যাস লিখা মোৰ একমাত্ৰ বাসনা নহয়। মোৰ অভিজ্ঞতাও অসাধাৰণ নহয়। কাৰণ, মই নাটকৰ মানুহ। উপন্যাসত মোৰ কলম হয়তো খহটা। এনে কাম দুসাধ্য বুলি নাভাবি যত্ন কৰি চাবলৈ মই আগবাঢ়িলো। কাৰণ মই দেখিছো—মনৰ অভিযানত নাটক আৰু উপন্যাসৰ বিষয়বস্তু একেই, মাত্ৰ আংগিকৰ তফাৎ। 'মানুহ' হৈছে দুয়োটা ক্ষেত্ৰৰে মূল কেন্দ্ৰবিন্দু। জীৱনৰ ভাষাৰে মানুহৰ গল্প কোৱাই দুয়োবিধ সাহিত্যৰ লক্ষ্য। দুয়োটাতে জীৱনৰ উত্তাপ বিৰাজমান।

পত্নী জিনু, ল'ৰা পিংকু, কন্যা কুকি আৰু লুকিৰ নেৰানেপেৰা তাগিদাত আধালিখা উপন্যাসখন আলমাৰিৰ পৰা উলিয়াই সম্পূৰ্ণ কৰিলো। জোঁৱাই গৌতমে কষ্ট কৰি হাতে লিখা অৱস্থাত পঢ়ি সহায় কৰিছে। অসমৰ সাম্প্ৰতিক ঘটনাৱলী লিপিবদ্ধ কৰা মোৰ উদ্দেশ্য নহয়। মই এইবোৰ দেখি-শুনি হঠাৎ বৰ হতাশ হৈ পৰো। এনে পৰিবেশৰ লগত আমি নিজকে খাপ খুৱাই ল'ব নোৱাৰো বাবেই ন্যায়-অন্যায় নিৰ্ণয় কৰা আমাৰ পক্ষে সম্ভৱ নহয়। উপন্যাসখনৰ চৰিত্ৰসমূহ, ঘটনাসমূহ সম্পূৰ্ণৰূপে কাল্পনিক। সেইবোৰ উপন্যাসৰ বাবে পৰিৱৰ্তিত অৱস্থাৰ উপযোগী কৰা হৈছে মাথোন। ৰূপালীম প্ৰকাশনৰ মালিক স্নেহাস্পদ বিপুল গুহ মোৰ শলাগৰ পাত্ৰ। আনন্দমনেৰে, একো হোঁহোকা-পিছলা নকৰাকৈ, সহাস্যে উপন্যাসখন ক্ষিপ্ৰতাৰে ছপাই উলিয়ালে। ধন্যবাদ জনালো অবিনাশ শৰ্মালৈ, বেটুপাত অংগসজ্জাৰ বাবে। পঢ়ুৱৈ সমাজে আদৰ কৰি পঢ়িলে কৃতাৰ্থ হম।

—ৰাম গোস্বামী

# ১

ধৰ্মেশ্বৰ হাজৰিকা আজি সোনকালে ঘৰলৈ উভতিল। স্কুলখন আজি ছুটী দিছে। অৱসৰপ্ৰাপ্ত শিক্ষক চাহাবুদ্দিন আহমেদৰ মৃত্যুৰ বাবে স্কুল নবহিল। হেডমাষ্টৰ মদন বৰুৱাই স্কুলৰ হলঘৰটোত এখন শোকসভা পাতি সকলোকে সমবেত হ'বলৈ ন'টিছ জাৰি কৰিছিল। সকলো শিক্ষকক হলঘৰত গোটখাবলৈ কোৱা হৈছিল যদিও ধৰ্মেশ্বৰ হাজৰিকা প্ৰমুখ্যে কেইজনমান পুৰণি বয়সস্থ শিক্ষকৰ বাহিৰে আনবোৰ শিক্ষক ঘৰাঘৰি গ'ল। ক'বলৈ গ'লে, শোকসভা নামতহে। কাৰো যেন সভাত বহি সময় খৰছ কৰিবলৈ আগ্ৰহ নাই। অথচ, প্ৰথম ক্লাচটোৰ পাছতে স্কুল ছুটী হৈছিল। হেডমাষ্টৰে শিক্ষকসকলৰ এনে আচৰণত ক্ষুণ্ণ হ'লেও তেওঁ একো কৰিবলগা নাছিল। তেওঁ জানে যে এইবোৰ অনুষ্ঠানত মানুহৰ আন্তৰিকতা কম। উপস্থিত থকা শিক্ষক কেইজন আৰু স্কুলৰ বুঢ়া চকিদাৰ ইদ্ৰিছক লৈয়ে শোকসভা বহিল, শোকপ্ৰস্তাৱ এটা লোৱা হ'ল। সভাপতি হেডমাষ্টৰে সকলোকে দুই মিনিট সময় মৌনতাৰে থিয় হ'বলৈ কোৱাৰ অন্তত হাজৰিকা মাষ্টৰক দুআষাৰ ক'বলৈ অনুৰোধ জনালে। হেডমাষ্টৰ মদন বৰুৱা নতুন মানুহ। স্কুলখনলৈ অহা এবছৰো পূৰ হোৱা নাই। তেওঁ অহাৰ দুবছৰৰ আগতে চাহাবুদ্দিন মাষ্টৰ ৰিটায়াৰ হৈছিল। তেওঁ আহি গম পাইছিল যে চাহাবুদ্দিন মাষ্টৰজন এজন ভাল শিক্ষক আছিল। তেওঁ স্কুলখনৰ উন্নতিৰ হকে অশেষ পৰিশ্ৰম আৰু ত্যাগ স্বীকাৰ কৰি সুনাম লভিছিল। তেওঁৰ যত্নতে স্কুলখনলৈ এটা সুস্থ শৈক্ষিক পৰিবেশ আহি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। প্ৰবেশিকা পৰীক্ষাত স্কুলখনৰ আটাইবোৰ ল'ৰাই সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। বয়সীয়াল শিক্ষক ধৰ্মেশ্বৰ হাজৰিকাই চাহাবুদ্দিন মাষ্টৰৰ লগত একেলগে প্ৰায় দহবছৰ এই স্কুলখনত কাম কৰিছিল। ইংৰাজীৰ শিক্ষক হিচাপে চাহাবুদ্দিন মাষ্টৰৰ পঢ়োৱা ধৰণটোই আছিল বেলেগ। ইংৰাজী ভাষাজ্ঞান আছিল পুৰঠ। সুন্দৰ কণ্ঠস্বৰেৰে তেওঁ যেতিয়া ইংৰাজী কবিতাৰ পাঠদান কৰে, তেতিয়া গোটেই ক্লাচতে এটা সুন্দৰ পৰিবেশ সৃষ্টি হয়। আৰু এটা কথা প্ৰায়ে শিক্ষকৰ কমনৰুমত আলোচনা হৈছিল। চাহাবুদ্দিন মাষ্টৰে কৈছিল যে ভাৰতবৰ্ষৰ স্কুলীয়া

শিক্ষাপদ্ধতিত থকা এটা দুৰ্বল দিশ হৈছে-কম জ্ঞান-বুদ্ধিৰ ল'ৰা-ছোৱালীবোৰৰ ওপৰত যিমান গুৰুত্ব দিব লাগিছিল দিয়া হোৱা নাই। এইবিধ ল'ৰা-ছোৱালীৰ পাঠ গ্ৰহণ কৰিব পৰা ক্ষমতা মন্থৰ, সিহঁতে পলমকৈ বুজে। যাক ইংৰাজীত slow learners বোলা হয়। চাহাবুদ্দিন মাষ্টৰে ইহঁতৰ বুদ্ধি-বৃত্তি সংক্ৰান্ত বিষয়ত অধিক মনোযোগ দিয়াত গুৰুত্ব দিছিল যাতে সিহঁতে নিজকে নিম্নস্তৰৰ ছাত্ৰ বুলি নাভাবে। সিহঁতৰ আত্মবিশ্বাস যাতে ঘূৰাই আহে আৰু সেই বিষয়ত যত্ন আৰু মৰমৰ যে নিতান্তই প্ৰয়োজন সেইকথা চাহাবুদ্দিন মাষ্টৰে সদায় শিক্ষাদানত প্ৰয়োগ কৰিবলৈ যত্ন কৰিছিল। ল'ৰাবোৰে বুজিছিল যে এই মাষ্টৰজন অন্য শিক্ষকৰ দৰে নহয়, তেওঁ পঢ়োৱা পদ্ধতিয়েই বেলেগ। মৰমো কৰে, দৰকাৰ হ'লে শাসনো কৰে। তেওঁৰ পাঠদানত ল'ৰাবোৰে মনোযোগ দিবলৈ আগ্ৰহী আছিল। নীৰস, নতুনত্ববিহীন আৰু বিৰক্তিকৰ পুৰণি নোটবোৰকে ঘূৰাই ঘূৰাই শ্ৰেণীত পঢ়ুৱাই থকা শিক্ষকসকলৰ শ্ৰেণীত সেইবাবে, ল'ৰাবোৰে অৱজ্ঞাসূচক উক্তিগুলি কৰিবলৈ ভাল পাইছিল। কিন্তু চাহাবুদ্দিন মাষ্টৰ শ্ৰেণীত সোমালেই সকলোৱে তেওঁৰ প্ৰতি শ্ৰদ্ধা জনাই থিয় হৈ অভিবাদন জনাইছিল। এটা ঘৰুৱা আৰু সহায়ক পৰিবেশ সৃষ্টি কৰি চাহাবুদ্দিন মাষ্টৰে পাঠদান আৰম্ভ কৰিছিল জীৱনৰসিক শিক্ষকৰ দৰে। তেওঁৰ ব্যক্তিগত অধ্যয়ন আছিল ব্যাপক। ইয়াৰ পৰা লাভ কৰা জ্ঞানক তেওঁ শিক্ষাদানত ব্যৱহাৰ কৰিছিল। পুৰস্কাৰ প্ৰত্যাশী নোহোৱাৰ বাবেই তেওঁ কেইবাবাৰো নিমন্ত্ৰণ পোৱা শিক্ষকদিৱসৰ বঁটা বিনম্ৰভাৱে প্ৰত্যাখ্যান কৰিছিল। সকলোৱে জানিছিল যে চাহাবুদ্দিন মাষ্টৰৰ দৰে লোক আজিকালি পাবলৈ নাই। অকল স্কুলখনতে নহয় গোটেই অঞ্চলটোতে চাহাবুদ্দিন মাষ্টৰে সকলোৰে খা-খবৰ লৈছিল। টানে বিপদে যি পাৰে সহায় কৰিছিল।

ধৰ্মেশ্বৰ হাজৰিকাৰ আজি চাহাবুদ্দিন মাষ্টৰৰ কথাবোৰ মনত পৰিল। মনত পৰিল তেওঁ প্ৰায়ে কোৱা এষাৰ কথালৈ। 'অক্লান্ত শ্ৰম আৰু নিষ্ঠাৰে জীৱনটো অতিবাহিত কৰিব পাৰিলে মোক একো নালাগে। শিক্ষকৰ দায়িত্ব সমাজৰ হিতৰ বাবে স্বাৰ্থ-শূন্যভাৱে নিয়োজিত হ'লে শিক্ষকতাৰ অসামান্য আনন্দ পোৱা যায়। ধৰ্মেশ্বৰ হাজৰিকাই তেওঁৰ জ্যেষ্ঠ আৰু আদৰ্শবান শিক্ষকগৰাকীৰ প্ৰয়াণত এই কথাৰ মহত্ত্বৰ উপলব্ধি নিজৰ জীৱনতো প্ৰয়োগ কৰিবলৈ আশা কৰিছিল। হেডমাষ্টৰে যেতিয়া ধৰ্মেশ্বৰ হাজৰিকাক শোকসভা উপলক্ষে কিছু কথা ক'বলৈ

অনুৰোধ জনালে, হাজৰিকাৰ অন্তৰ শোকে খুন্দামাৰি ধৰিছিল। প্ৰয়াত চাহাবুদ্দিন মাষ্টৰৰ সত্য সুন্দৰ মূৰ্তিটোৱে তেওঁক জোনৰ পোহৰ বিয়পাৰ দৰে অনুপ্ৰাণিত কৰিলে। তেওঁ আৱেগেৰে বক্তৃতা এটা দি দুইচকুৰ প্ৰান্ত লোতকেৰে প্লাবিত কৰিলে। চমু বক্তৃতাটোত হাজৰিকাই বাৎসল্যভাৱেই তেওঁৰ আদৰণীয় সহকৰ্মীজনৰ জ্ঞানৰ, পাণ্ডিত্যৰ আৰু স্কুলখনৰ উন্নতিৰ হকে কৰি যোৱা অক্লান্ত পৰিশ্ৰমৰ কথা স্মৰণ কৰিলে।

শোকসভা শেষ কৰি ধৰ্মেশ্বৰ হাজৰিকাই বিষণ্ণ হৃদয়েৰে ঘৰলৈ উভতিছিল। লগতে আহিছিল একেখন স্কুলতে কামকৰা বিজ্ঞানশিক্ষক অৰুণ বৰুৱা। হাজৰিকাৰ প্ৰতিবেশী অৰুণ বৰুৱা বয়সত সৰু। দুয়ো কেতিয়াবা একেলগে স্কুললৈ যায়। উভতি আহোতে দুয়ো বেলেগ বেলেগ কামত এৰাএৰি হয়। ধৰ্মেশ্বৰ হাজৰিকাই ছুটীৰ পাছত বাহিৰে বাহিৰে টিউশ্যন কৰিবলৈ যায়। সপ্তাহত তিনিদিন কোচিং ক্লাছ কৰিব লাগে। অংকৰ শিক্ষক, নাম যেনেকৈ আছে, ব্যস্ততাও আছে বেছি। তেওঁ ফাঁকি-ফুকাদিয়া শিক্ষক নহয়। তেওঁৰ ওচৰলৈ টিউশ্যন ল'বলৈ অহা ছাত্ৰ-ছাত্ৰীৰ ভিৰ লাগিয়েই থাকে। তেওঁ পঢ়োৱা ছাত্ৰ-ছাত্ৰীয়ে অংকত লেটাৰ পোৱা নিশ্চিত। আজি দিনটো ব্যতিক্ৰম। তেওঁ আজি টিউশ্যন নকৰিলে, তেওঁৰ মনটো চাহাবুদ্দিন মাষ্টৰৰ মৃত্যুৰ বাতৰিয়ে অশান্ত কৰি তুলিছে। কেনেকৈ চাহাবুদ্দিন মাষ্টৰৰ ঘৰলৈ গৈ শ্ৰীমতী আহমেদ আৰু ল'ৰা-ছোৱালীহালক সান্ত্বনা দিব তাকে ভাবি-চিন্তি আহি থাকোতেই অৰুণ বৰুৱাক লগ পালে। অৰুণ বৰুৱাক বাটত হঠাতে লগপোৱাটো হাজৰিকাৰ কাম্য নাছিল। অৰুণ বৰুৱা ডেকামাষ্টৰ, কামত সোমোৱা দুবছৰ হৈছে মাথোন। এই দুবছৰতে তেওঁ স্কুলখনত ৰাজনীতিৰ জাল পেলাই নিজৰ অভীষ্ট পূৰণৰ পথ সুগম কৰি লৈছে। অৰুণ বৰুৱা তেনেকৈ মেধাৱী ছাত্ৰ নাছিল। বহুকেইজন যোগ্যবান প্ৰাৰ্থীক চেৰপেলাই, ওপৰ মহলাৰ হস্তক্ষেপত স্কুলৰ চাকৰিটো লৈছে। তেওঁ পঢ়োৱাত কৈ আন বাহিৰা কামতহে সদাব্যস্ত। ক্লাছ প্ৰায় নকৰেই। হেডমাষ্টৰেও একো নামাতে। শিক্ষকৰ দৰমহা বৃদ্ধি, মৰগীয়া বানচ বৃদ্ধি, হৰতাল, অনশন, শিক্ষক সন্থা গঠন প্ৰভৃতি কামত অৰুণ বৰুৱা আগৰণুৱা। হেডমাষ্টৰেও তেওঁৰ হতুৱাই ব্যক্তিগত বহুত কাম কৰাই লয়। ছাত্ৰৰ লগত অবাঞ্ছিত হলি-গলি কৰাত তেওঁৰ উৎসাহৰ অন্ত নাই। ধৰ্মেশ্বৰ হাজৰিকাৰ দৰে জ্যেষ্ঠ শিক্ষকসকলে এইবোৰ আচৰণ ভাল নাপায়। এদিন হাজৰিকাই অৰুণ

বৰুৱাক টান কথা শুনালে। শিক্ষকৰ কমনৰুমত বহি অৰুণ বৰুৱাই নিজৰ কথা যহাই বৰ বৰ লেকচাৰ দিছিল। এনেকৈ নিজৰ খ্যাতি বখানি, ফোঁপযহী কথা কোৱা দেখি হাজৰিকা ধৈৰ্যচ্যুত হৈ অৰুণ বৰুৱাক কিছু কটুকথা শুনাব লগা হ'ল। সেইদিন ধৰি অৰুণ বৰুৱাই হাজৰিকাক ভাল চকুৰে নাচায়, সুবিধা পালেই নক'বলগীয়া কথা কয়। অৰুণ বৰুৱাৰ লগত একেলগে আহিব লগা হোৱা অবস্থাটো হাজৰিকাৰ বাবে বিৰক্তিকৰ। কোন সময়ত তেওঁ আহি লগ ললেহি হাজৰিকাই তৰ্কিবকে নোৱাৰিলে। জুন মাহ। গৰমৰ কোব বাঢ়িছে। ৰ'দৰ প্ৰকোপে গাত আঁচোৰ মাৰি মুখ-হাত পুৰি পেলোৱা অবস্থা। ছাতিৰ তলতো গা-মনৰ ছাটি-ফুটি অস্থিৰতা। ঘৰ কেতিয়া পাইগৈ তাকে ভাবি ধৰ্মেশ্বৰ হাজৰিকাই মনে মনে অৰুণ বৰুৱাৰ লগত খোজ দিছে। মনৰ ভিতৰত শোক আৰু অৰুণ বৰুৱাৰ সঁহগমনত তেওঁৰ জমাহোৱা বিৰক্তিখিনিক ৰ'দৰ প্ৰকোপে যেন অধিক কষ্টকৰ কৰি তুলিলে।

হাজৰিকাক গম্ভীৰ যেন দেখি অৰুণ বৰুৱাই অস্বস্তিবোধ কৰিলে। কথা বেছি কোৱা মানুহে এনে মৌনতা ভাল নাপায়। সেয়েহে অৰুণ বৰুৱাই নীৰৱতা ভংগ কৰিবলৈ তপনৰ প্ৰসংগটো উলিয়ালে। "ছাৰ, বোৱাৰীক কেনে পাইছে? আজিকালি বোলে ক্লাবলৈ যায়, বহুত পলমকৈহে বোলে ঘৰলৈ আহে? কথাটো অনেকে মন কৰিছে, বু-বু-বা-বা হৈছে। মই সুধি পেলালো, বেয়া নাপাব ...." হাজৰিকাই এনে প্ৰশ্ন সেই মুহূৰ্তত আশা কৰা নাছিল। তেওঁৰ মনত খং উঠাত কৈ দুখ লাগিছিল বেছি। ভাবিছিল, মাজবাটতে বৈ যাব আৰু অৰুণ বৰুৱাক স্মৰণ কৰাই দিব যাতে ভৱিষ্যতে এনেবোৰ কথা নুলিয়ায়। আনৰ ঘৰুৱা কথাত মাত নামাতিবলৈ সাবধান কৰি দিব। কিন্তু লগে লগে তেওঁ উপলব্ধি কৰিলে যে এইবোৰ অপবাদ আপত্তি কৰি, প্ৰতিবাদ কৰি অন্ত পেলাব নোৱাৰি। মানুহৰ মুখ সহজে বন্ধ কৰা টান। তেওঁৰ মুখত হাঁহিহে বিৰিঙিল। অপমানৰ হাঁহি। আজি কালি মানুহে ভদ্ৰতা, সভ্যতা, শিক্ষা-দীক্ষা সকলো পাহৰি পেলাইছে। অৰুণ বৰুৱাৰ প্ৰশ্নটোত যি ইংগিত সোমাই আছিল, সেইটো তেওঁ ধৰিব পাৰিছিল। কিন্তু তেওঁ গুৰুত্ব দিব খোজা নাছিল এইবাবেই যে সামান্য উত্তৰ এটা পালেই অৰুণ বৰুৱাই ৰস উপভোগ কৰিবলৈ পুনৰ প্ৰশ্ন সুধিব। সাহসৰ সীমাবঢ়োৱা ঠিক নহ'ব। উত্তৰ নিদি মনে মনে গৈ থকাই উত্তম পন্থা হ'ব। তেওঁ খোজৰ বেগ বঢ়াই দিলে। পৰিচিত বিপিন বৰাৰ দোকানখনত সোমোৱাৰ চল কৰি হাজৰিকাই

অৰুণ বৰুৱাৰ পৰা বিদায় ললে। দোকানখনৰ কাষেদি যোৱা ঠেক আলিবাটটো পোনাই আহি ঘৰৰ মুখ পালেহি। খঙে, অপমানে তেওঁক যেন দহ্‌দহ্‌কৈ পুৰি পেলাইছে। ঘৰলৈ গৈ তেওঁ বিছনাখনত বাগৰ এটা দিয়া বিশেষ প্ৰয়োজন বুলি অনুভৱ কৰিলে। অনেক চিন্তা, মনোকষ্ট যেন বিছনাখনে বাগৰ এটা মাৰিলেই প্ৰশমিত কৰে! আজিও তেওঁ তেনে এটা আশ্ৰয় লবলৈ কোৱা কোৰকৈ আহি ঘৰ সোমালহি।



## ২

ধৰ্মেশ্বৰ হাজৰিকা কোনোদিনে ইমান সোনকালে ঘৰলৈ উভতি নাহে। আহোতে প্ৰায় ৰাতি হয়, টিউশ্যন, বজাৰ আদি শেষ কৰি ঘৰ চাপোতে সাত-আঠ বাজে। আজি হঠাৎ দুপৰীয়াতে আহি ঘৰ সোমোৱাত নিয়ম ভংগ হ'ল। বাহিৰৰ বন্ধ দুৱাৰখনত খট্ খট্ শব্দটো মাজনীৰ কাণত পৰাৰ লগে লগে তাই বিছনাখনৰ পৰা উঠি আকৌ এবাৰ কাণ পাতি শব্দটো শুনিলে। হয়, কোনোবা আহিছে। পিয়নো হ'ব পাৰে, নহ'লে এই ভৰদুপৰীয়াখন কোন আহিব পাৰে? তাই খিড়িকিখনৰ পৰ্দাৰ ফাকেদি বাহিৰলৈ চালে। দেখিলে দেউতাক আহিছে। তাই বুজিবলৈ বাকী নাথাকিল যে আজি হঠাৎ অসময়ত দেউতাক ঘৰলৈ আহিছে যেতিয়া নিশ্চয় কাৰণ আছে। তাই লৰালৰিকৈ গৈ দুৱাৰখন খুলি দেউতাকৰ মুখলৈ চালে। ৰ'দত সিজি আহিছে। ক্লান্ত আৰু বিমৰ্ষ! তাইৰ বুকুখন কঁপি উঠিল।

দেউতা আজি দেখোন......

নহয় অ' মাজনী, আজি স্কুল সোনকালে ছুটী হ'ল।

চাহাবুদ্দিন আহমেদ নামৰ শিক্ষকজন ঢুকাল।

মাজনীয়ে চাহাবুদ্দিন মাষ্টৰক ভালকৈ জানে। তেওঁ মাজনীক মৰমতে বেটী বুলি মাতিছিল, মাজনীয়ে তেওঁক বাবা বুলি শ্ৰদ্ধা-ভক্তি জনাইছিল। বহুতদিন তেওঁ মাজনীহঁতৰ ঘৰলৈ অহা নাছিল। তাই বুজিলে যে দেউতাকে এনে এজন পৰমহিতৈষী লোকৰ মৃত্যুত মৰণান্তিক দুখ পাইছে। কথা নাপাতি মাজনীয়ে দেউতাকৰ হাতৰ পৰা ছাতিটোলৈ, ভিতৰৰ পৰা বিচনী এখন আনি দেউতাকৰ হাতত দি ক'লে,

দেউতা, আপুনি অলপ বহি ভাগৰটো মাৰক মই এগিলাচ্ চৰপৎ আনো।

নালাগে, পানী এগিলাচ্ আন। দিঙিটো শুকাই গৈছে। মাৰ ঘৰত নাইনে কি?

মহিলা সভাৰ প্ৰদৰ্শনীলৈ গৈছে। মাজনীয়ে ক'লে।

'অ' হয় হয়, মোক যাম বুলি ৰাতিপুৱাই কৈছিল। মই পাহৰিছিলোৱেই। কথাসাৰ কৈয়ে ধৰ্মেশ্বৰ হাজৰিকা বহিল। বিচনীখন হাতত লৈ জোৰেৰে বতাহৰ বা' ললে।

মাজনী ভিতৰ সোমাই পানী গিলাচ আনি দেউতাকক দিলেহি। পানী গিলাচ খাই তেওঁৰ মুখৰ পৰা এটা শব্দ ওলাই গ'ল, "অ-মৃ-ত"। মাজনীৰ বুজিবলৈ

বাকী নাথাকিল যে আজি তাইৰ দেউতাকে বৰ ভাগৰত আৰু পিয়াহত আহি ঘৰ পাইছেহি, সেয়েহে পানী গিলাচ খাই অমৃত বুলি কৈছে। মাজনীয়ে দেউতাকক বুজিবলৈ বাকী নাই। মানুহজনে ঘৰখনৰ বাবে কিমান পৰিশ্ৰম কৰে! স্কুল, টিউশ্যন, কোচিং ক্লাছ, বজাৰ সকলো নিজেই কৰে, খোজকাঢ়িয়ে তিনি মাইল স্কুললৈ অহা-যোৱা কৰে। ঘড়ীৰ কাঁটাডালৰ দৰে দেউতাকৰ দৈনন্দিন কামৰ ব্যস্ততা। সকলোতে নিয়মত চলা মানুহ। নিষ্ঠা আৰু সততাৰে কাম কৰা মানুহ বাবে সকলোৱে তেওঁক সমীহ কৰি চলে।

কিছু সময় মনে মনে থাকি ধৰ্মেশ্বৰ হাজৰিকাই সুধিলে, মাজনী, ৰাজেন আহিলনে?

নাই অহা। আহোতে পলম হ'ব বুলি কৈ গৈছে।

কিবা মিটিং কৰিবলৈ গৈছে হবলা?

ধৰ্মেশ্বৰ হাজৰিকাৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ মাজনীয়ে ভাল নাপালে। উত্তৰ নাপাই ধৰ্মেশ্বৰ হাজৰিকাই ক'লে—

সি বৰকৈ এইবোৰত লাগিছে। মই বৰ ভাল দেখা নাই। ইফালে দেশৰ ৰাজনৈতিক অৱস্থা ভাল নহয়। মিলিটেৰি পুলিচে দেশখনত শান্তি-শৃঙ্খলা স্থাপন কৰক চাৰি অশান্তিহে বঢ়াইছে। বাচ-বিচাৰ নাই, ডেকাবোৰক যাকে য'তে পাইছে ধৰি নিছে। ..... তাক গা চম্ভালি ফুৰিবলৈ কবি।

হাজৰিকাই ভালকৈ জানে যে তেওঁৰ সৰু ল'ৰা ৰাজেন, ডাঙৰটো ল'ৰা তপনৰদৰে নহয়। বয়সত ৰাজেন বহুত সৰু, বিদ্যাবুদ্ধিও তপনৰ লেখৰ নহয়। তথাপি তাৰ এটা নিজস্ব চিন্তাধাৰা আছে। সি আন ল'ৰাৰ দৰে নহয়। ইয়াৰ্কি মাৰি ঘূৰি ফুৰা, বাপেক-মাকৰ পকেট মৰা, ৰাস্তাৰ পুলত ৰাতিলৈকে বহা, কামবন নকৰা, পঢ়া-শুনা নোহোৱা ল'ৰাবোৰৰ লগত বহি আড্ডামৰা, ছোৱালী জোকোৱা, চিনেমা চাই চাহৰ দোকানত বহি সময় খৰছ কৰা ল'ৰা সি নহয়। তথাপি হাজৰিকাই ৰাজেনৰ কথা ভাবি বিমোৰত যে নপৰে, এনে নহয়। পৰে, আৰু বিব্ৰত হয়। এটা ঘটনাৰ কথা মনত পৰিল। কিছুদিনৰ আগৰ কথা। তেওঁ সন্ধিয়া পৰত ঘৰ সোমাই দেখিলে, পদুলিমুখত এখন জীপ ৰৈ আছে। পুলিচৰ গাড়ী বুলিয়েই ধাৰণা হ'ল। ভিতৰত সোমাই দেখিলে পুলিচ ডি. আই. জি. মিঃ ৰয় বাৰান্দাত ৰৈ আছে চিভিল ড্ৰেছত। হাজৰিকাৰ এসময়ৰ প্ৰিয় ছাত্ৰ প্ৰদীপ ৰয় এতিয়া এজন উচ্চ পদস্থ পুলিচ বিষয়া, দক্ষ আৰু সু-চতুৰ। কাগজত তেওঁৰ নাম

ওলাই থাকে। হাজৰিকাই একো সুধিবলৈ নৌ পাওঁতেই প্ৰদীপ ৰয়ে নিজৰ পৰিচয় দি বিনীতভাৱে কৈছিল, "ছাৰ, আপোনাৰ সৰু ল'ৰা ৰাজেনৰ বিৰুদ্ধে নালিছ আছে। গৃহমন্ত্ৰীয়ে জানিব পাৰিছে যে ৰাজেনে কোনোবা সশস্ত্ৰ বিপ্লৱী দলৰ লগত জড়িতহৈ চৰকাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে। পলাতক মাখন গগৈৰ পকেটৰ পৰা পৰিযোৱা মনিবেগটোত কেইখনমান সৰু-সুৰা কাগজৰ টুকুৰা পোৱা গৈছে। তাৰে এখনত ৰাজেনৰ নাম লিখা আছে। টেঙাখাতৰ ৰবাৰি কেছটোৰ লগত মাখন গগৈ জড়িত। পুলিচে তাক এতিয়াও ধৰিব পৰা নাই। মন্ত্ৰী মহোদয়ে সম্ভৱ চৰকাৰৰ চোৰাংচোৱা বিভাগৰ পৰা খবৰটো পাইছে। আমাৰ ৰেকৰ্ডত ৰাজেনৰ নাম নাই। মন্ত্ৰী মহোদয়ে মোক মাতি নি এটা এনকোৱাৰি কৰিবলৈ কৈছে। কাৰণ, চৰকাৰৰ গৃহবিভাগৰ বিৰুদ্ধে কটু সমালোচনা হৈছে, বিধানসভাত প্ৰশ্ন উঠিছে। মন্ত্ৰীৰ নিৰ্দেশ যেতিয়া, মই ভাবিলো, মই নিজেই যাওঁ, ছাৰৰ ল'ৰা, হৈ-চৈ নকৰি ছাৰক লগ ধৰি কথাটো নো কি, জানি আহো। কাগজখনত ৰাজেনৰ ঠিকনাটোত আপোনাৰ নামটো উল্লেখ আছিল। কি সংক্ৰান্তত নাজানো।"

হাজৰিকাই প্ৰদীপ ৰয়ৰ অভিযোগটো শুনি থমমত খাইছিল। তেওঁ এইবোৰ কি শুনিছে, তেওঁৰ ল'ৰা ৰাজেনৰ বিৰুদ্ধে পুলিচৰ তদন্ত!

প্ৰদীপ ৰয়ে হাজৰিকাক কৈছিল, ".... ৰাজেনক থানালৈ ধৰাই নিয়া কথা উঠিছিল। কিন্তু যিহেতু ৰাজেন আপোনাৰ ল'ৰা, মোৰ একালৰ শ্ৰদ্ধাৰ শিক্ষাগুৰু, সেইবাবে মযে নিজে অভিযোগটো তদন্ত কৰিবলৈ হাতত লৈ আপোনাৰ ওচৰলৈ অহাটোকে সমীচীন বুলি ভাবিলো।" কথাখিনি কৈ প্ৰদীপ ৰয় খন্তেক ৰ'ল। পাছতে পুনৰ সুধিলে। "ছাৰ, অভিযোগটো সঁচানে?" হাজৰিকাই প্ৰদীপ ৰয়ৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে। তেওঁ হতভম্ব, মাত্ৰ নিথৰ, নিৰ্বাক হৈ য'তে আছিল ত'তে বৈ গ'ল। ৰাজেনৰ বিৰুদ্ধে এনে গুৰুতৰ অভিযোগ শুনিব বুলি তেওঁ ভৱা নাছিল। সি যে মেল-মিটিং কৰে, সেইকথা তেওঁৰ অবিদিত নহয়। কিন্তু সি যে কোনোবা সশস্ত্ৰ বিপ্লৱীদলৰ লগত জড়িত, সেইকথা তেওঁ কল্পনাও কৰিব পৰা নাছিল। প্ৰদীপ ৰয়ক কি ক'ব, কি উত্তৰ দিব ভাবি থাকোতেই প্ৰদীপ ৰয়ে নিস্তব্ধতা ভংগ কৰি ক'লে,

"ছাৰ, ৰাজেনক সন্দেহ কৰাহে হৈছে, হয়তো সি এনেবোৰ সন্ত্ৰাসবাদী কাৰ্যকলাপত জড়িত নহয়। মই মাত্ৰ আপোনাক সন্দেহৰ বিষয়টো অৱগত কৰালো। আপুনি এইবোৰ ঘটনাৰ বিন্দু- বিসৰ্গও নাজানে বুলি মই জানো। ৰাজেন

সৰু ল'ৰা। সি যাতে ভুলপথত নাযায়, নকৰিবলগীয়া কামত লিপ্ত নহয়, সেই বিষয়ে আপুনি তাক সাৱধান কৰি দিব বুলি মই আশা কৰিলো। মই ৰিপোর্ট এনে ভাৱে দিম যাতে ৰাজেনৰ কোনো অপকাৰ নহয়, সি নির্দোষ বুলি প্রতিপন্ন হয়, লগতে আপোনাৰো সুনাম অক্ষয় হৈ থাকে। চাকৰিৰ দায়িত্বত মই আহি যি ক'ব লগা আছিল ক'লো। অপৰাধ নধৰিব ছাৰ।'' বিনম্র হৈ প্রদীপ ৰয়ে উত্তৰ দিলে।

যাবলৈ প্রস্তুত হৈ প্রদীপ ৰয়ে হাজৰিকাক এটা নমস্কাৰ জনাই বিদায় ললে। ধর্মেশ্বৰ হাজৰিকাৰ মনোবেদনা প্রদীপ ৰয়ে বুজি পাইছিল। সেয়েহে অধিক সময় খৰছ নকৰি তেওঁ খৰধৰকৈ ওলাই গ'ল। হাজৰিকাই মোটা চছ্‌মাৰ ভিতৰেদি মিঃ ৰয় তড়িৎ বেগেৰে ওলাই যোৱা দৃশ্যটো নিঃশব্দে চাই থাকিল। জীপখনৰ ষ্টার্টিং শব্দটোৱে যেন তেওঁক এটা প্রবল জোকাৰণি মাৰি গ'ল। তেওঁ অনুভৱ কৰিলে, এক প্রচণ্ড যন্ত্রণাৰ কঁপনি, অপৰাধী যেন লাগিল প্রদীপ ৰয়ৰ অভিযোগখিনি শুনি। অবিশ্বাস্য হ'লেও নিজৰ সন্তানৰ বিৰুদ্ধে পুলিচৰ নালিছ তেওঁ নীৰৱে শুনিবলগা হ'ল। প্রদীপ ৰয়, তেওঁৰ ডাঙৰ ল'ৰা তপনৰ লগত পঢ়া। মাজনীক প্রদীপ ৰয়লৈ বিয়া দিয়াৰ প্রস্তাৱ এটা তপনে তেওঁক কৈছিল। পিচে নহ'ল, স্ত্রী মনোৰমাই আপত্তি তুলিলে। পুলিচলৈ জীয়েকক নিদিয়ে, তাতে প্রদীপ ৰয় গোৱালপাৰা ফালৰ মানুহ, যদিও যোৰহাটতে জন্ম আৰু ডাঙৰ-দীঘল হৈ পঢ়া-শুনা কৰা। হাজৰিকাই মনোৰমাৰ মনোভংগী ভাল নাপালে। ঘৰুৱা বিষয়ত স্ত্রীৰ আপত্তি সহজে সংগত বুলি বিবেচিত হয়, যুক্তি-তর্কই কাম নিদিয়ে। বিয়াখন আগবাঢ়িও ভাঙি গ'ল। তপনেও মনত দুখ পালে। কাৰণ, প্রস্তাৱটো তাৰ পৰাই আহিছিল। আজি হাজৰিকাই প্রদীপক নতুন ৰূপত দেখি কিছু অপদস্তও হ'ল। তাৰ মুখেদি ৰাজেনৰ বিপক্ষে নালিছ শুনিবলগা হোৱাত তেওঁৰ সমস্ত বিৰক্তি ৰাজেনৰ ওপৰত নিক্ষেপ হ'ল। বিষতিক্ত কণ্ঠস্বৰেৰে সেইদিনা ৰাতি তেওঁ ৰাজেনক টানকথা শুনালে। কিয়নো হাজৰিকাৰ বিবেক দংশন হৈছিল। তেওঁ ৰাজেনৰ স্বভাৱটো জানে। যদি প্রদীপ ৰয়ৰ অভিযোগটো সত্য হয়, তেতিয়া পৰিণাম কি হ'ব? শিক্ষক হিচাপে তেওঁৰ এটা আদর্শ আছে ঠিকেই। কিন্তু এই আদর্শ তেওঁ নিজ সন্তানৰ বেলিকা ৰক্ষা কৰিব পাৰিছে জানো? তেওঁৰ দুয়োটা ল'ৰাৰ গতি-গোত্রৰ ওপৰত তেওঁ যেন কর্তৃত্ব হেৰুৱাই পেলাইছে। তেওঁ গোটেই জীৱন শিক্ষকতাকে কৰিলে। কিন্তু কোনো মহৎ কাম কৰিব নোৱাৰিলে। কাৰণ, মহৎ কাম কৰিবলৈ তেওঁৰ যোগ্যতা ক'ত? মহৎ কাম কৰি সমাজৰ সন্মানীয় ব্যক্তিৰূপে পৰিচয় দিয়া তেওঁৰ ভাগ্যত নাই। তেওঁ দুখীয়া। দুখীয়া মানুহৰ মহত্ত্বৰ

সৌভাগ্য হ'ব কেনেকৈ? ল'ৰাৰ ক্ষেত্ৰত তেওঁৰ মনত এনে ভাৱনা ক্ৰমশঃ বৃদ্ধি পাবলৈ ধৰিছিল। নিতান্ত নিৰ্লোভ, নিৰীহ ধৰ্মেশ্বৰ হাজৰিকাৰ সুখ-শান্তি নষ্ট কৰিলে দুয়োটা সন্তানে। তেওঁ ল'ৰা দুটাক আশাকৰা মতে গঢ়ি তুলিব নোৱাৰিলে! ৰাজেনৰ মানসিক গঠন সম্পূৰ্ণ বেলেগ। তাৰ মানৱতাবোধৰ প্ৰতি আনুগত্য প্ৰবল। কিন্তু স্বদেশৰ প্ৰতি উৎসৰ্গিত মন থাকিলেও অতৰ্কিতে সি সংকটজনক অৱস্থাত সোমাই পৰিব পাৰে। তেতিয়া কি হ'ব? কাগজে-পত্ৰে তেওঁ যিবোৰ অত্যাচাৰ, উৎপীড়নৰ বাতৰি পঢ়ি আছে, সন্ত্ৰাসবাদৰ নামত যি নিৰ্মম, নিৰ্যাতন, হত্যা, লুণ্ঠন চলিছে— সেইবোৰে ভৱিষ্যতৰ অনিশ্চয়তা অধিক ঘনীভূতহে কৰি তুলিছে। ৰাজেনৰ কথা-বতৰাবোৰত তেওঁ এনে এটা ইংগিত পাইছে যাৰ পৰিণতি ভয়াবহ।

মাজনীয়ে দেউতাকৰ মনোকষ্ট কিহৰ বাবে জানে। আজি কিন্তু তাই দেউতাকক বেছি বিচলিত হোৱা দেখিলে। তাই দেউতাকৰ মুখমণ্ডলত অপ্ৰত্যাশিতভাৱে পাৰ ভাঙি অহা এক জ্বালামুখী বেদনা অনুভৱ কৰিলে। তাই দেউতাকৰ মন পাতলাবলৈ ক'লে,

ৰাজেনৰ কথা ইমান নাভাবিব দেউতা। সি একো বেয়া কামত নালাগে, মই তাক ভালকৈ জানো। আপুনি কথাবোৰ সহজে ললে দেখিব— এইবোৰ সাম্প্ৰতিক কালৰ দৈনন্দিন ঘটনা। আপোনালোকৰ দিন বেলেগ আছিল। আজিকালি সেইদিন নাই। দেশৰ অৱস্থা দিনক দিনে বিষমহে পৰিছে। সমাজৰ নীতি-নিয়মত ব্যাভিচাৰ সোমাইছে। মধ্যবিত্ত ঘৰৰ ল'ৰা-ছোৱালীয়ে চাকৰি বিচাৰি হতাশ হৈছে। শিক্ষিত নিবনুৱাৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছে। মোলৈকে ভাৱকছোন, বি. এ. পাছ কৰি বি. এড্. কৰিলো। কিন্তু আজিলৈকে চাকৰি এটাও নাপালো। নিবনুৱা ডেকা ল'ৰা-বোৰে উপায় নোহোৱাত স্বাৰ্থসিদ্ধিৰবাবে হাতত অস্ত্ৰ তুলি লোৱাৰ বাহিৰে অন্য উপায় নাই বুলি ধৰি লৈছে। অৱশ্যে দেউতা, ৰাজেন ইমান দূৰ আগবঢ়া নাই। মই তাক ল'ক্লাছত নাম লগাবলৈ কৈছো ... বাক সেইবোৰ কথা বাদ দিয়ক। এতিয়া চাহ খাই এবাগৰ দিয়কহি, আহক। মাজনীয়ে একপ্ৰকাৰ জোৰ কৰিয়েই দেউতাকক ভিতৰলৈ লৈ গ'ল। হাজৰিকাৰ বিষণ্ণ হৃদয়ত মাজনীয়ে যেন মৰমৰ শিহৰণ লগাই অনুশাসনবোধ ন্যস্ত কৰিলে। আদৰৰ জীয়েকৰ মৰমৰ বুজনিয়ে তেওঁৰ চিন্তাগ্ৰস্থ সমস্ত দেহমনক ক্লেশমুক্ত কৰি তুলিলে।



# ৩

ধৰ্মেশ্বৰ হাজৰিকাৰ সাধাৰণতে দিনত শোৱা অভ্যাস নাই। আজি তেওঁ প্ৰয়োজন বুলি ভাবিলে। এজগ পানীৰে চকু-মুখ ধুলে, ভালকৈ ভৰি হাতত পানী ঢালিলে। গামোছাৰে মুখ-হাত মচি চাহ কাপ খাই বিচনাখনত দীঘল দিলে। তেওঁৰ অৱসাদ যেন বহুত পৰিমাণে পাতল হ'ল। আচলতে, তেওঁৰ মনোকষ্টৰ ঘাই কাৰণ আছিল অৰুণ বৰুৱাৰ ব্যৱহাৰৰ অন্তৰালত সোমাই থকা অশুভ ইংগিতটো। তেওঁৰ মনত দুখ দিবলৈকে অৰুণ বৰুৱাই তেওঁৰ ডাঙৰ ল'ৰা তপন আৰু বোৱাৰী প্ৰতিভাৰ বিবাহিত জীৱনৰ লগত জড়িত ঘটনাটো উলিয়াই তৃপ্তি উপভোগ কৰিছিল। অৱশ্যে অৰুণ বৰুৱাৰ দৰে বহুতৰে এটা সন্দেহ আছিল এই বুলি যে তপনৰ বিবাহিত জীৱন সুখৰ নহয়। সুখৰ সজাত বন্দী চৰাইটোৰ দৰে সিয়ো সাংসাৰিক জীৱনৰ পিঞ্জৰাত সোমাই কষ্ট পাইছে। নিজৰ ভুল বিবেচনাৰ কলা ডাৱৰে তাৰ অস্থিৰ মনক আচ্ছন্ন কৰিছে। কোৱাকুই হৈছিল নানা কথা, গুজব ওলাইছিল বহু প্ৰকাৰে। মানুহে স্বাভাৱিক প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল— ধৰ্মেশ্বৰ হাজৰিকাৰ দৰে বিচাৰ-পৰায়ণ, জ্ঞানী শিক্ষক এজনৰ নিবুৰ্দ্ধিতাত। "এজন নিৰ্বোধ পিতৃৰ দৰে তেওঁ কাম কৰি ঘৰখনলৈ অশান্তি চপাই ললে। তেওঁ ল'ৰালৈ চহৰৰ চোৰাং বেপাৰী বুলি বদনাম থকা ধনী, অৰ্থলোভী বিদ্যুৎ চৌধুৰীৰ একমাত্ৰ ছোৱালী আধুনিক আড়ম্বৰত ডাঙৰ-দীঘল হোৱা প্ৰতিভাক বিয়া কৰাব নালাগিছিল। প্ৰতিভাই হোটেল, ক্লাব, ৰেস্তোৰা, বাৰ আদিত পাৰ্টি খাইফুৰা ছোৱালী। বিদ্যুৎ চৌধুৰীৰ ঐশ্বৰ্য আৰু প্ৰাচুৰ্যৰ তথাকথিত আধুনিক সমাজত লাহবিলাহেৰে ডাঙৰ হোৱা ছোৱালী প্ৰতিভাৰ মানসিক গঠন সম্পূৰ্ণ বেলেগ। ধৰ্মেশ্বৰ হাজৰিকাৰ দৰে অভাৱগ্ৰস্থ শিক্ষক এজনে অৰ্থ-সম্পত্তিৰ লালসাত পুতেকলৈ এনে ছোৱালী আনিব নালাগিছিল। বিদ্যুৎ চৌধুৰীৰ আভিজাত্যৰ যি দম্ভ, যি ধন-দৌলতৰ গৰ্ব, তাৰ মোহত পৰি ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ দৰে সৰ্বগুণী ল'ৰাটোলৈ এনে বিয়াত সম্মতি দি অশান্তিহে চপাই ললে। টকা-গহণাই তেওঁৰ মানত ডাঙৰ হ'ল। টকাৰ মোহে হাজৰিকাৰ মতিভ্ৰম কৰিলে।" এনে ·ৰণৰ নিন্দাসূচক কটুসমালোচনা ধৰ্মেশ্বৰ হাজৰিকাৰ কাণত পৰিছিল সঘনাই। তথাপি তেওঁ মনে মনে আছিল। ভাবিছিল, সকলো ঠিক হৈ যাব। দুয়োটাই সুখ-শান্তিৰে জীৱন অতিবাহিত কৰিব পাৰিব। এখন সংসাৰ পাতোতে স্বামী-স্ত্ৰীৰ

মাজত খকা-খুন্দা লাগেই। কিবা বিসংগতি মাত্রাধিক হ'লেই মানুহৰ চকুত পৰে। কিছুমান মানুহ আছে— যিবোৰে পৰ নিন্দা কৰি পৰৰ দোষ খুচৰি আমোদ পায়। এইটো স্বাভাৱিক কথা। প্রতিবেশী হিচাপে অৰুণ বৰুৱাই হাজৰিকাৰ ঘৰখনৰ বহুতো খবৰ জানে, ৰাখে।

সেয়েহে প্রায়ে ঘৰুৱা বিষয়বোৰত সুবিধা বুজি মাত মাতিবলৈ ভাল পায়। তপন আৰু প্রতিভাৰ প্রসংগটোত তেওঁৰ কৌতূহলৰ অন্ত নাই। "আ-হা, বিয়া পাতিছিল নহয়, আহ্লাদ ফাটিছিল, এতিয়া মজাটো পাইছে।" ক'ত ধৰণৰ মনে সজা কথা, ক'বলৈকে ভাল লাগে। অৰুণ বৰুৱাই হাজৰিকাৰ বদনাম ৰতি যেন এক বিমল আনন্দ উপভোগ কৰে। চোৰাত পাতে দাকিলে যি অৱস্থা হয় তেনে এটা অৱস্থা হ'ব বুলি জানিয়েই অৰুণ বৰুৱাৰ নিচিনা পৰশ্রীকাতৰ প্রতিবেশীয়ে নিৰীহ ধৰ্মেশ্বৰ হাজৰিকাৰ মনত কষ্ট দি ভাল পায়। হয়তো হাজৰিকাই নিৰুপায় হৈয়ে অনেক ভাবি-চিন্তি নিজৰ মেজাজ ঠাণ্ডা ৰাখিবলৈ যত্ন কৰিছিল। কিন্তু ধৈৰ্যৰো এটা সীমা আছে। এই সীমা চেৰাই গ'লে তেওঁ অতিষ্ঠ হৈ পৰে। ক্রোধে, দুখে-ক্ষোভে তেওঁ ঘৰখনৰ পৰা ওলাই যায়। কেতিয়াবা চাহাবুদ্দিন মাষ্টৰৰ ঘৰ ওলায়গৈ। ধৰ্মেশ্বৰ হাজৰিকাৰ অশান্তিৰ মূল ক'ত, চাহাবুদ্দিন মাষ্টৰে বঢ়িয়াকৈ বুজিছিল আৰু সেই অশান্তি প্রশমিত কৰিবলৈ তেওঁ বহুতো সজ কথাৰ পাতনি মেলিছিল। উচ্চাংগ আলোচনাৰে চাহাবুদ্দিন মাষ্টৰে তেওঁৰ ভ্রাতৃতুল্য সহ-কৰ্মীজনৰ পীড়াদায়ক, উদাস, উদাস মুখখনহে হাঁহি বিৰিঙাইছিল। সঁচাকৈয়ে, ধৰ্মেশ্বৰ হাজৰিকাই চাহাবুদ্দিন মাষ্টৰৰ সান্নিধ্যত তেওঁৰ ঘৰুৱা অশান্তিৰ পোৰণি মাৰিবলৈ সক্ষম হৈছিল। চাহাবুদ্দিন মাষ্টৰে বিমৰ্ষ হাজৰিকাক এবাৰ কথা কৈছিল, "বুজিছা হাজৰিকা, মানুহৰ মন ভালকৈ বুজিব নোৱাৰিলে, ঘটনাক সঠিকভাৱে বুজা সহজ নহয়। পীড়িতজনৰ মানসিকতা আৰু মেজাজৰ বিশ্লেষণ কৰিবলৈ চেষ্টা কৰোতে দুয়োপক্ষৰ বক্তব্যও গণিপিটি চাব লাগিব। আনৰ উপেক্ষিত বক্তব্যও চালি-জাৰি চাব লাগিব। অথন্তৰৰ অশুদ্ধি দূৰ কৰিবলৈ ত্যাগ আৰু স্বীকৃতিৰো প্রয়োজন আছে। তোমাৰ ল'ৰা তপন, বুদ্ধিমান, শিক্ষিত আৰু সদালাপী। সি কিয় তোমালোকৰ অমতত বিদ্যুৎ চৌধুৰী বোলা মানুহজনৰ ছোৱালীজনীক পছন্দ কৰিলে তাৰ নিশ্চয় এটা কাৰণ আছে। তৰ্কজালত তাৰ এই কাৰ্য তোমাৰ বাবে গ্রহণীয় নহ'ব পাৰে। কিন্তু হাজৰিকা, সময়ৰ পৰিৱৰ্তনৰ লগে লগে পিতা-পুত্রৰো সম্পৰ্কত বৈপৰীত্য দৃশ্য চকুত পৰে। পিতৃয়ে বিচাৰে পুত্র

তেওঁৰ দৰে হওঁক, তেওঁৰ জীৱনধাৰা মানি চলক। অৰ্থাৎ, পিতৃয়ে পুত্ৰৰ ওপৰত নিজৰ ভাবমূৰ্তি স্থাপন কৰিব খোজে। এইটো এটা প্ৰাথমিক ধাৰণা, ইয়াৰ ব্যতিক্ৰম ঘটিলেই মনান্তৰ আৰম্ভ হয়। পিতা-পুত্ৰৰ মাজত এক কন্দল সৃষ্টি হয়। এনে ক্ষেত্ৰত পিতৃ এজনে সমস্যাটো বুজিবলৈ চেষ্টা কৰাই সুভলক্ষণ। ইয়াৰ দ্বাৰা তোমাৰ আত্মাভিমান কমিব, চিন্তা প্ৰচ্ছন্ন হ'ব। তোমাৰ সমস্যাটোৰ বোধকৰো এইটোৱেই প্ৰকৃত সমাধান। যিমানে তুমি একপক্ষীয়ভাৱে ভাবি থাকিবা, সিমানে তোমাকেই মেৰিয়াই ধৰিব, পীড়া দিব।" হাজৰিকাই চাহাবুদ্দিন মাষ্টৰৰ উদ্দেশ্যে দুই হাত ওপৰলৈ একত্ৰ কৰি এটা কৃতজ্ঞতা সূচক সেৱা জনালে। কামনা কৰিলে, তেওঁৰ স্বৰ্গগত পৱিত্ৰ আত্মাই হাজৰিকাক সদায় যেন বিপদত সহায় কৰে, প্ৰেৰণা যোগায়। এই প্ৰশ্নই হাজৰিকাৰ মনত প্ৰায়ে তোলপাৰ লগাইছিল। জীৱন আৰু মনৰ বৈপৰীত্য ক'ত? ইয়াৰ উত্তৰ চাহাবুদ্দিন মাষ্টৰৰ জ্ঞানগৰ্ভ উপদেশত তেওঁ বিচাৰি পাইছিল। আচলতে সংসাৰখনৰ কথা ভাবি তেওঁৰ মূৰটো মাজে মাজে গৰম হৈ যায়। ল'ৰা দুটা—তপন আৰু ৰাজেন, ছোৱালী মাজনী। ইহঁতৰ কথা ভাবি, ভৱিষ্যতৰ কথা চিন্তা কৰি, তেওঁ অন্ত নেপায়। তেওঁ সিহঁতৰ বাবে একো কৰিব নোৱাৰিলে। ৰাজেনৰ চাকৰি বাকৰি নাই, মাজনীৰ বিয়াখনো ঠিকহৈ ভাঙি গ'ল। তপনৰ লগত ঘৰখনৰ সম্পৰ্ক ক্ৰমাৎ কমি আহিছে। হাজৰিকাৰ বাবে যেন সংসাৰখন বিপদবহুল অৰণ্য।

তপনৰ বিয়া হ'বৰ ছয়বছৰ পাৰ হ'ল। কোনো আপত্তিয়ে তাক এই বিয়াখনৰ পৰা বিৰত কৰিব নোৱাৰিলে। হাজৰিকাই বিশেষ একো মুখ ফুটাই নক'লেও স্ত্ৰী মনোৰমাই এই বিয়াখন সহজে ল'ব নোৱাৰিলে। কাৰণ, তপনৰ লগত প্ৰতিভাৰ এই মিলন সুখৰ নহ'ল। মনোৰমাই লক্ষ্য কৰিছিল, তপন আৰু প্ৰতিভাৰ মাজত স্বামী-স্ত্ৰীৰ সম্পৰ্ক ক্ৰমাৎ ছিন্ন-ভিন্ন হৈ গৈছে। কোনো গভীৰ সন্দেহে সিহঁতক আচ্ছন্ন কৰিছে। তপন পাগলৰদৰে হৈ পৰিছে। তাক প্ৰতিভাই যেন ভাল নাপায়, সিয়ো যেন প্ৰতিভাক বিশ্বাস নকৰে। সিহঁতৰ বিবাহিত জীৱনৰ মাজলৈ অহা মৰমলগা অকণমান ছোৱালী জোনমণি যেন সিহঁতৰ বাবে অবাঞ্ছিত সন্তান। মনোৰমাই দুখ কৰে। কিয় ভগৱানে সিহঁতক, লগতে তেওঁলোককো সুখৰ পৰা বিতাৰিত কৰিলে? কি পাপৰ ফলত এনে কষ্ট তেওঁলোকে ভোগ কৰিছে? তপনৰ মুখলৈ চালে মনোৰমাৰ অন্তৰ ক'লা পৰি যায়, গভীৰ নিশ্বাস এটাই তেওঁৰ বুকুখন কঁপাই তোলে। যি তপনে মাক নহ'লে এখন্তেকো থাকিব নোৱাৰে,

মাকৰ আদৰ নাপালে অভিমান পাতে, মাকে নিদিলে খোৱা পাতত নবহে, ডাঙৰ হৈয়ো মাকৰ লগতে বিছনাত শুই বাগৰ মাৰে, তাৰ কামবনৰ কথা, খং-ধেমালিৰ কথা, আশা-নিৰাশাৰ কথা, সকলো সৰু-বৰ কথা মাকক নক'লে তাৰ মন মুকলি নহয়— সেই তপন আজি কি হৈ গ'ল। মাকৰ লগত সি কথা-বতৰা নপতা হ'ল। মনোৰমাই তপনক এদিন সুধি পেলাইছিল,

তপন, তোৰ কি হৈছে, এনেকৈ কিয় আছ?

মোক কিয় কষ্ট দিছ?

তপনে বিমর্ষ মনেৰে কৈছিল, "একো হোৱা নাই" খন্তেক ৰৈ সি উদাসভাৱেৰে মাকক কৈছিল "মা মই আৰু জীয়াই থাকিব নোখোজো। মোৰ আত্মহত্যা কৰিবলৈহে মন গৈছে। ইমান অশান্তি সহ্য নহয়।" "কি কথা কৈছ? এনে ভাব তোৰ মনলৈ কিয় আনিছ? আত্মহত্যাৰ কথা মনলৈ অহাটো মহা পাপ, তই ইমান দুর্বলনে? আমাৰ ল'ৰাহৈ এনে কথা উচ্চাৰণ কৰিবলৈ তই ভাল পালিনে? যা, কামলৈ যা—এইবোৰ ঘৰুৱা অশান্তিৰ কথা ভাবি মূৰটো ঘোলা নকৰিবি।" তপন ওলাই যায়। সি ওলাই যোৱাফালে মনোৰমাই নিষ্পলক নেত্ৰে কিছু সময় চাই থাকে। এক নিৰবলম্ব কষ্টৰ ঢৌৱে মনোৰমাৰ মাতৃহৃদয় কঁপাই তোলে। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে বোৱাৰীয়েই পুতেকৰ সকলো অশান্তিৰ মূল।

মনোৰমাই পুতেক তপনলৈ ছোৱালী এজনী আনিবৰ বাবে অনেক ঠাইত খোজখবৰ লৈছিল। কেইবা ঠাইৰ পৰা বিয়াৰ প্ৰস্তাৱ আহিছিল। অধ্যাপক বংশীধৰ শইকীয়াৰ ছোৱালী অনুজাৰ লগত মনোৰমাই একপ্ৰকাৰ সম্বন্ধ খাটাং কৰিবকে খুজিছিল। আলেঙে আলেঙে তপনক ছোৱালীজনী দেখুৱাইছিলো। ইংৰাজীত এম. এ. পাচ, এখন বে-চৰকাৰী কলেজত কামত সোমাইছে। গুণী, বুদ্ধিমতী, দীৰ্ঘদেহী, মৰমসনা মুখখনেৰে অনুজাই মনোৰমাক মুগ্ধ কৰিছিল। মাজনী আৰু ৰাজেনেও এই বিয়াত হয়ভৰ দিছিল। বিয়াৰ সংক্ৰান্তত অধ্যাপক শইকীয়া কেইবাদিনো আহিছিল। কথা-বতৰাত মানুহজন সদালাপী। অধ্যাপনা কৰি সুখ্যাতি অৰ্জন কৰিছে। দিনবাৰ চাই ছোৱালীক আঙঠি পিন্ধাবলৈকো আয়োজন চলিছিল। কিন্তু এদিন হঠাৎ আহি তপনে মাকক বিয়াখনত আগ নাবাঢ়িবলৈ কোৱাত সকলো ওলট-পালট হৈ গ'ল। কাৰণটো নো কি মাকক নক'লে। মাকৰ কোনো যুক্তিতে তপন সন্মত নহ'ল। মাকৰ আশা কাৰ্যকৰী নহ'ল। পুতেকৰ ওপৰত হুকুম কৰাৰ যি এটা দৃঢ়শক্তি আছিল সেই শক্তি

মনোৰমাই কামত প্ৰয়োগ কৰিও বিফল হৈ গ'ল। তেওঁৰ সৰ্বংসহা ভাবৰ আবৰণটো যেন পুতেকৰ আপত্তিত গাৰ পৰা নিমিষতে খহি পৰিল। বিয়াখনত ইমান আগবাঢ়ি এতিয়া 'নাকচ' কৰিবলগা হোৱাত মনোৰমাৰ মূৰৰ সৰগ ভাঙি পৰিল। নিজৰ পছন্দমতে বোৱাৰী অনাৰ বিষয়ত তেওঁৰ যি আনন্দ আৰু উদ্যম আছিল সেই আনন্দ আৰু উদ্যম আছোৰখাই যেন চিটিকি পৰিল।

ধৰ্মেশ্বৰ হাজৰিকাও মৰ্মাহত হৈছিল। তেওঁ গভীৰ পৰিতাপেৰে মনোৰমাৰ মনোবেদনা উপলব্ধি কৰি বুজনি দিছিল ঃ

শুনা, মনোৰমা, মাক-বাপেকে যোগ্যবান, বিৱাহ উপযুক্ত পুত্ৰলৈ ছোৱালী অনা সংসাৰৰ নিয়ম। তপনৰ বাবে তুমি ভাল ঘৰৰ পঢ়াশুনা থকা এজনী ধুনীয়া ছোৱালীকে নিৰ্বাচন কৰিছিলা। ময়ো সম্মতি দিছিলো। ইমান আগবাঢ়িও বিয়াখন নহ'ল। নাজানো, তোমাৰ ল'ৰাৰ মূৰত কি খেলাইছে, সি কি ভাবিছে। লাভৰ মূৰত এজন সন্মানীয় মানুহৰ ওচৰত আমি অপ্ৰস্তুত হলো। বংশীধৰ শইকীয়াই বিয়াখন হ'ব বুলিয়েই বহুত আগবাঢ়িছিল। এতিয়া তেওঁক কেনেকৈ কওঁ যে বিয়াখন নহ'ব। ল'ৰাই মত দিয়া নাই। ধৰ্মেশ্বৰ হাজৰিকাই বুজিলে যে আজি সমাজ জীৱনৰ বতাহ কোনফালে বৈছে, তেওঁ ধৰিবপৰা নাই। পাৰিবাৰিক বন্ধনত আজি ফাক্ মেলিছে, বাপেক-মাকৰ বিবেচনা ল'ৰা- ছোৱালীয়ে অগ্ৰাহ্য কৰিছে। সিহঁত সংকীৰ্ণ, অৰ্ধচেতন বাস্তৱত সোমাই স্বাৰ্থপৰহে পৰিছে। প্ৰশ্ন হ'ল, আজিৰ দিনত বিয়া-বাৰুৰ ক্ষেত্ৰত মাক-বাপেকৰ মতামত সঁচাকৈয়ে অপ্ৰাসংগিক নে? ল'ৰা- ছোৱালীয়ে নিজৰ ৰুচি অনুযায়ী নিজৰ স্ত্ৰী বা স্বামী বাছি ল'ব, মাক-বাপেকৰ অজ্ঞতাত বা অমতত? আধুনিকতাৰ নামত এনে প্ৰয়াস অনিবাৰ্য আৰু সাৰ্বজনীন বুলি ক'ব পাৰিনে? ধৰ্মেশ্বৰ হাজৰিকা পুৰণি আমোলৰ মানুহ। মনোৰমাক যেতিয়া বিয়া কৰাইছিল, তেতিয়া তেওঁ চফল ডেকা। ছোৱালী বৰধুনীয়া নাছিল। বাপেকে হাজিৰা কাম কৰি কোনেমতে পেট প্ৰবৰ্তাইছিল। নিতান্তই দুখীয়া পৰিয়াল। তেওঁৰ এই বিবাহিত জীৱন সুখৰেই বুলিব পাৰি। তেওঁ মনোৰমাৰ পৰা সকলো পাইছে ; শ্ৰদ্ধা, ভক্তি, ভালপোৱা। সুখৰ সময়ত সমভাগিনী, দুখৰ সময়ত দুখন কোমল হাতৰ শীতল পৰশ। আজিকালি দিনকাল বেলেগ হ'ল। ডেকা-গাভৰুৰ অবাধ মিলনৰ মূল ক্ষেত্ৰ হ'ল অৱচেতন এলেকা। সিহঁতৰ স্বাধীন প্ৰেমৰ স্বীকৃতি, নাৰীৰ অধিকাৰৰ স্বীকৃতি সম্পৰ্ক স্থাপনৰ মূলনীতিহে পৰিল। সামাজিক সাম্যতাৰ দাবীত বিয়া-বাৰুহে পৰিল পণ্যদ্ৰব্যৰ

দৰে হিচাপ-নিকাচৰ পাশাখেল। যৌনকামনা প্ৰকাশত অলজ্জিতভাৱে অশ্লীলতাই ডেকা-গাভৰুৰ তনমন চঞ্চল কৰিছে। হাজৰিকাই বুজিছিল যে এইবোৰ পশ্চিমৰ নকল য'ত মানুহৰ জীৱনৰ ওপৰত যৌনতাৰ প্ৰভাৱ অপৰিসীম। এই অনুসৰণে আমাৰ ল'ৰা-ছোৱালীক বিভ্ৰান্ত কৰিয়েই এৰা নাই। সিহঁতৰ জীৱনধাৰাও সলনি কৰিছে। আজি কোনটো সত্য, কোনটো অসত্য তাক নিৰ্ণয় কৰা কঠিন সমস্যাৰূপে গণ্য হৈছে।

এনেকুৱা অমংগলীয়া চিন ধৰ্মেশ্বৰ হাজৰিকাই পুতেক তপনৰ স্বভাৱ-চৰিত্ৰত, চলন-ফুৰণত দেখিবলৈ পাইছিল। তেওঁ কাকো মনৰ কথা কোৱা নাছিল। অ'ত ত'ত তপনৰ বিষয়ে কিছুমান অসমৰ্থিত বাতৰি প্ৰচাৰ হৈছিল। তেওঁ তপনকো এই বিষয়ে নিজৰ ফালৰ পৰা উপযাচি সুধিবলৈ মন কৰা নাছিল। তেওঁ ভাবিছিল, ডেকা বয়সত কোনোবা ৰূপৱতী তৰুণীৰ লগত ৰোমান্স হ'লেই ইয়াক অপৰাধ বুলি ধৰা ঠিক নহয়। তপনৰ লগত যদি কোনোবা বান্ধৱীৰ অলপ অচৰপ মিলাপ্ৰীতি আছে বা হৈছে সেইয়া বয়সৰ লোভ বা দোষ। এনে অলপ অচৰপ আকৰ্ষণ ঘটিলেই তপনৰ যে কিবা মাৰাত্মক অঘটন হ'ব, সেইটো ক'ব নোৱাৰি। হাজৰিকাই তপনৰ বিষয়ে যি শুনিছে, তাক সঠিকভাৱে জানিব লাগিব, তেহে তেওঁ নিজৰ কৰ্তব্য স্থিৰ কৰি সেইমতে আগবাঢ়িব। মানুহৰ উপকথা বা গুজব বাচ-বিচাৰ নকৰাকৈ তেওঁ তপনৰ বিৰুদ্ধে একো সিদ্ধান্ত নলয়।

স্ত্ৰী মনোৰমা আৰু কন্যা মাজনীয়ে কিন্তু তপনৰ বিষয়ে যি তথ্য সংগ্ৰহ কৰিছিল সেইয়া আছিল বিশ্বাসযোগ্য অভিযোগ। ৰাজেনেও বন্ধুমহলত ককায়েকৰ লগত চহৰৰ কুখ্যাত চোৰাং ব্যৱসায়ী, ধনী আৰু অসৎ চৰিত্ৰৰ মানুহ বিদ্যুৎ চৌধুৰীৰ ৰোমাণ্টিক, ৰোমাণ্টিক লগা ফেশ্যনেবোল চ'চাইটি গাৰ্ল প্ৰতিভা চৌধুৰীৰ অবাধ ঘনিষ্ঠতাৰ খবৰ যোগাৰ কৰি মাক আৰু বায়েকৰ আগত অৱগত কৰিছিল। ৰাজেনে ককায়েকৰ চক্ষুলজ্জাহীন আচৰণত বিৰক্ত হৈ মাকক কৈছিল,

মা, তুমি আৰু দেউতাই দাদাক শতমুখে প্ৰশংসা কৰোতেই গ'ল। দাদাৰ কোনো দোষ তোমালোকে নেদেখিলা। সদায় ভালকৈ দেখিলা। দাদাৰ তুলনাত মই তোমালোকৰ মানত অপদাৰ্থ, নিৰ্বোধ আৰু অবাধ্য। এতিয়া? এতিয়া পিচে কি কৰিবা? দাদাৰ কেলেংকাৰীৰ কথা তোমালোকেহে শুনা নাই। আমি বাহিৰত ওলাব নোৱাৰা হলো। দাদাৰ প্ৰসংগলৈ নানা গল্প, ঠাট্টা-মস্কৰা, সহ্য কৰিব নোৱাৰা হৈছো।

মাজনীয়েও ককায়েকৰ অবাস্তৱ চালচলন, চক্ষুপীড়াদায়ক ক্রিয়াকলাপ, ফাংছনে ফাংছনে ঘূৰিফুৰা, ছোৱালীজনীক স্কুটাৰত তুলি অনবৰত মজগুলহৈ থকা লোকৰঞ্জক খবৰবোৰ গম পাইছিল। কিন্তু এইকথা মাক দেউতাকক কোৱা নাছিল। ক'লে তেওঁলোকে মৰণান্তিক দুখ পাব। দেউতাকৰ ব্লাড্প্রেচাৰ বাঢ়িব। মাজনীৰ জৰিয়তে তপনে এবাৰ বংশীধৰ শইকীয়াৰ ছোৱালী অনুজাক লগ পাইছিল। দুয়ো বহু সময়ধৰি কথাবতৰাও পাতিছিল। অনুজা শিক্ষিতা, কামেবনে ঘৰধৰা ছোৱালী, সাজপাৰত কোনো জাকজমকতা নাই। কথা পাতিলেই ধৰিব পাৰি অনুজা বুদ্ধিমতী আৰু সু-ৰুচিসম্পন্না। খুব মধুৰ আৰু খুব সুন্দৰ ব্যৱহাৰ। সেই মুখৰ অধিকাৰী, গুণী আৰু আদৰণীয় ছোৱালীজনীক ককায়েক তপনে কিয় প্রত্যাখ্যান কৰি প্রতিভাৰ দৰে ছোৱালী এজনী বিয়া কৰাবলৈ স্থিৰ কৰিলে, তাই ভাবি উত্তৰ নাপালে। মাজনী আৰু ৰাজেনৰ মুখৰ পৰা তপনৰ মনৰ ভাব বুজি মনোৰমাই অনুভৱ কৰিলে— সৰ্বশৰীৰত একুৰা জুইৰ পোৰণি। অস্থিৰতাই তেওঁৰ মন দাহ কৰিলে। দুখ লাগিল, স্বামী ধৰ্মেশ্বৰ হাজৰিকাৰ কথা ভাবি। এই সৰল সহজ মানুহজনৰ মানসিক প্রতিক্রিয়া কেনে হ'ব, তাক ভাবি মনোৰমাই অস্বস্তিবোধ কৰিলে।।



## ৪

গোটেই পুৱাবেলাতো ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাৰ মুখৰ পৰা তপনৰ বিষয়ে শুনা কথাবোৰ বিচাৰ-বিবেচনা কৰি আছিল। দেওবাৰ, তেওঁ ঘৰতে বহি কি কৰা যায় তাকে জল্পনা-কল্পনা কৰি আছিল। বাৰান্দাৰ জালি কটা গ্ৰীলখনৰ মাজেদি উঠি অহা ৰ'দজাকে তেওঁৰ চিন্তাক প্ৰকট কৰি তুলিছিল। মনোৰমাই কৈছিল, তেওঁ নিজে এবাৰ গৈ বিদ্যুৎ চৌধুৰী বোলা মানুহজনক লগ ধৰক। বিয়াখন কিবা প্ৰকাৰে বন্ধ কৰিব পাৰেনে কি, এটা চেষ্টা কৰি চাব লাগে। ধৰ্মেশ্বৰ হাজৰিকাই কৈছিল যে গ'লে কিবা লাভ হ'ব বুলি তেওঁৰ মনে নধৰে। ভগৱানে তেওঁলোকৰ কপালত এই দুখ লিখিছে। তাক খণ্ডাব পৰা টান হ'ব। মনোৰমাই স্বামীৰ কথাত হয়ভৰ নিদি কৈছিল, —আপুনি পুৰুষ মানুহ, শিক্ষিত, জনাবুজা লোক। আপুনি নিৰুপায় বুলি ক'লে শোভা নাপায়। তপনৰ এইখন বিয়াত আমি সুখী কেনেকৈ হ'ম, যিবোৰ শুনিছো, মাজনী আৰু ৰাজেনে যিবোৰ কথা কৈছে, সেইবোৰ শুনি মোৰ বুকুৰ কঁপনি উঠিছে। আমি দুখীয়া, মধ্যবিত্তৰ মানুহ। বৰলোকৰ সুখত উঠা ছোৱালী আনি বোৱাৰী কৰা সহজ নহ'ব। আপুনি এবাৰ গৈ কথা পাতক, দহোকুৰি শপত।

এবাৰ, তপনক কথাটোনো কি সুধি চাইছিলা জানো? ধৰ্মেশ্বৰ হাজৰিকাই প্ৰশ্ন কৰিছিল।

এবাৰ নহয়, অনেকবাৰ সুধিছো। সিটো একো নকয়। কিবা এটা নিশ্চয় আছে, নহ'লে এইবোৰ অপবাদ ওলাব কেনেকৈ? কমল ভূঞা আমাৰ হিতৈষী মানুহ। তেওঁ কালি আহিছিল। খবৰ এটা দি ক'লে, "তপনক মধুবন পাৰ্কত লগ পাইছিলো। লগত এজনী ছোৱালী। একেলগে বহি আইচক্ৰীম্ খাইছে। ছোৱালীজনী বগা, পাতল চেহেৰা। মোক চিনাকি দিলে— তপনৰ গাৰ্ল-ফ্ৰেণ্ড বুলি, নাম প্ৰতিভা। মাহীদেউ, তপনৰ বিয়া পাতিব খুজিছেনে কি? আমি দেখোন গমকে নাপাওঁ। বিয়ালৈ মাতিবলৈ নাপাহৰিব আক'?" মইনো কি উত্তৰ দিম। আপুনি এই বিষাক্ত খবৰ শুনিও নীলকণ্ঠৰ দৰে হজম কৰি বহি থাকিলে নচলিব। আমি এটা হেস্ত-নেস্ত কৰিব লাগিব।

ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাৰ দুশ্চিন্তা যে কিমান দূৰলৈ আগবাঢ়িছে, সেইকথা বুজিবলৈ বাকী নাথাকিল। যি ল'ৰাৰ মুখলৈ চাই তেওঁলোকে সকলো

দুখ-কষ্ট পাহৰি গৈছিল। যি ল'ৰাৰ সুখ্যাতিয়ে তেওঁলোকৰ মনত গৌৰৱবোধ দান কৰিছিল, আজি সেই ল'ৰাৰ বাবে কি লাঞ্ছনা! হয়, মনোৰমাই সঠিক কথাকে কৈছে। দুশ্চিন্তাৰ বোজা এটা মূৰত কঢ়িয়াই ফুৰিব নোৱাৰি। তাতে, মনোৰমাৰ মনৰ অশান্তি আঁতৰ কৰিবলৈকে তেওঁ অনিচ্ছাসত্ত্বেও, লাজ-কাজ কাটি কৰি বিদ্যুৎ চৌধুৰীক লগ ধৰিবলৈ স্থিৰ কৰিলে। হয়তো মনোৰমাই শুনা কথাবোৰ সঁচা নহ'বও পাৰে। তথাপি তেওঁ এটা স্পষ্ট উত্তৰ বিদ্যুৎ চৌধুৰী বোলা মানুহজনৰ মুখৰ পৰা জানিব লাগিব।

চিন্তিত ধৰ্মেশ্বৰ হাজৰিকাই পিছদিনাই গা-পা-ধুই, দৈনন্দিন কৰা কামখিনি শেষ কৰি ওলাই গ'ল। বাৰান্দাত বৈ মনোৰমাই তেওঁৰ নিৰাভিমানী স্বামীক ছাতিটো লৈ ওলাই যোৱা চাই বেদনাৰে ভৰা এটা হুমুনিয়াহ কাঢ়ি ভিতৰলৈ সোমাই গ'ল।

ক'বলৈ গ'লে, ধৰ্মেশ্বৰ হাজৰিকাৰ এই যাত্ৰা আছিল মান-মৰ্যাদাৰ লগত জড়িত এটা পাৰিবাৰিক সমস্যা। চহৰৰ এটা শৌখিন এলেকাত বিদ্যুৎ চৌধুৰীৰ ঘৰ। ঘৰ মানে প্ৰাসাদ, অট্টালিকা। দেখিয়েই বুজিব পাৰি যে অৰ্থ আৰু গৰ্বৰ পৃষ্ঠপোষকতাত গঢ়ি উঠিছে এই বিৰাট অট্টালিকা, সুখ-সম্ভোগৰ আৰু অৱসৰ বিনোদনৰ ৰম্য বাসভূমি। বাৰন্দাত ভৰি দি তেওঁ দেখিলে দুৱাৰখন বন্ধ। কিছু সময় অপেক্ষা কৰি তেওঁ দুৱাৰত এটা টোকৰ মাৰিলে। কোনো সঁহাৰি নাপাই তেওঁ বেৰত কলিংবেল থকা লক্ষ্য কৰি বেলটো টিপি দিলে। ভিতৰৰ পৰা এল-চেচিয়ান কুকুৰটোৰ ভুক্‌ভুকনি শুনি তেওঁ অলপ ভয় খালে। এনেতে দেখিলে সমুখৰ খিড়িকিখনৰ ফাকেদি কোনোবাই বাহিৰলৈ চাইছে। এখন নয়নানন্দ নাৰীৰ মুখ। ধৰ্মেশ্বৰ হাজৰিকাই সুধিলে,

"চৌধুৰী ঘৰত আছেনে?" পৰ্দাখন পুনৰ বন্ধ কৰি সেই নাৰীমূৰ্তি অন্তৰ্ধ্যান হ'ল। ধৰ্মেশ্বৰ হাজৰিকাই অপ্ৰস্তুত হৈ ভাবিলে, ছোৱালীজনীয়ে তেওঁৰ প্ৰশ্নটো নুশুনিলে, নে অৱজ্ঞা কৰি আঁতৰ হ'ল? এটা সামান্য উত্তৰ দি যাব পাৰিলেহেঁতেন। তেওঁক কিয় এনেদৰে উপেক্ষা কৰি, পৰ্দাখন জপাই ছোৱালীজনী গুচি গ'ল? তেওঁ ভাবিলে, তেওঁ এতিয়া কি কৰিব, ঘৰলৈকে উভতি যাব নে খন্তেক অপেক্ষা কৰিব? আহিলেই যেতিয়া বিদ্যুৎ চৌধুৰীৰ লগ নধৰাকৈ গুচি যোৱাটো উচিত নহ'ব। বিদ্যুৎ চৌধুৰীক তেওঁ চিনি নাপায়, দেখাও হোৱা নাই, লগ পোৱাৰ প্ৰয়োজনো হোৱা নাই। তেওঁৰ সমস্ত মনটো কঠিন হৈ উঠিছিল।

তপনে এইবোৰ অশান্তি সৃষ্টি নকৰাহেঁতেন, এনে মানুহৰ ওচৰলৈ অহা আৱশ্যক নাছিল। তপনৰ বিয়াৰ প্ৰসংগতহে তেওঁ বিদ্যুৎ চৌধুৰীৰ নাম ঠিকনা গম পাইছে। আজি এই অচিনাকী মানুহজনৰ দুৱাৰদলিত তেওঁ থিয় দিছেহি নিজৰ গৰজত। মানুহজন যদি ঘৰতে নাই, তেওঁ মিছাতে বাহিৰত ৰৈ থকা অৰ্থহীন। থকা হ'লে ইমান পৰে ওলাই আহিলেহেঁতেন। ছোৱালীজনীয়ে তেওঁক দেখি গৈছে যেতিয়া মানুহজন ঘৰত আছে যদি, ওলাই অহা উচিত। এটা দোধোৰ-মোধোৰ অৱস্থাত খোজকাঢ়ি ইফাল সিফাল কৰি থাকোতেই দুৱাৰখন মেল খালে। খিড়িকিৰ ফাকেদি ভুমুকি মৰা ছোৱালীজনী ওলাই আহিল। হাজৰিকাই লক্ষ্য কৰিলে, ছোৱালীজনীয়ে পোছাক বদলাই আহিছে। গোলাপী ৰঙৰ শাৰী, গাত পাতল ব্লাউজ। চুলিকোছা বৰ দীঘল নহয়, কিন্তু সুন্দৰকৈ কেশবিন্যাস কৰা, চকুদুটা উজ্জ্বল, সুচাৰু কপাল, স্বাস্থ্য সিমান নিপোটল নহ'লেও যত্নেৰে প্ৰতিপালিত সুগঠিত। দীৰ্ঘদেহী, সুদৰ্শনা, মসৃণ অংগপ্ৰতংগ, ছোৱালীজনী দেখিলেই ধৰিব পাৰি—লাহবিলাহত, ঐশ্বৰ্যবিভূতিত ডাঙৰ-দীঘল হোৱা ডাঙৰ মানুহৰ ঘৰৰ আদৰৰ কন্যা। সম্পূৰ্ণ অপৰিচিতা এক সুশ্ৰী নাৰী।

হাজৰিকাক অন্যমনস্ক দেখি ছোৱালীজনীয়ে ক'লে, "ভিতৰলৈ আহক, পাপা আহিব এতিয়া। ড্ৰয়িং ৰুমতে বহকহি।" ধৰ্মেশ্বৰ হাজৰিকাই নিঃশব্দে পিচে পিচে সোমাই গ'ল যেনিবা বিচাৰ কক্ষতেহে প্ৰৱেশ কৰিছে। ছোৱালীজনীয়ে ফেনখনৰ চুইছটো দি পুনৰ ক'লে, "আপুনি ইয়াতে বহক, পাপা আহিব এতিয়া। মই চাহ একাপ লৈ আহো।" 'ছোৱালীজনী সোমাই গ'ল, উত্তৰলৈ বাট নাচালে। হাজৰিকাই ফেনৰ বতাহত ভাঁহি অহা এক সুন্দৰ চেণ্টৰ সুভাস অনুভৱ কৰিলে। আৰামী মোটা কুচনৰ চোফাখনত বহি তেওঁ ড্ৰয়িংৰুম চকুফুৰালে। অৰ্থবলৰ স্বাচ্ছল্য যাৰ আছে তেনে ধনবান লোকৰ ঘৰতহে এনে আড়ম্বৰ দেখিবলৈ পোৱা যায়। বেৰত আঁৰি থোৱা আছে দামী দামী অইলপেইন্ট, মেহগণিৰ আলমাৰিত কিতাপৰ মোটামোটা সংগ্ৰহ। সকলোতে পুষ্পসজ্জা, সুৰুচিপূৰ্ণ মনোগ্ৰামী ডেকৰেটিঙৰ্ পীচ। আভিজাত্যৰ এক বিচিত্ৰ পয়োভৰ! হাজৰিকাই সেইবোৰ কোনোকালে দেখা নাই। তেওঁৰ মনত এক মৃদু কম্পন আৰম্ভ হ'ল। তেওঁৰ দৰে সামান্য বেতনভোগী স্কুলমাষ্টৰ এজনৰ ল'ৰাই বৈবাহিক সম্বন্ধ কাৰ লগত স্থাপন কৰিব খুজিছে? এনে সম্বন্ধ জানো যুক্তিসংগত? যদি এই যোগসূত্ৰৰ মাজেদি বিপৰ্যয়ৰ ধুমুহা নামি আহে? এটা বিৰাট উপহাসৰ পাত্ৰ হ'বলৈ তেওঁ যেন আগবাঢ়িছে?

আপুনিয়েই তেনেহ'লে ধৰ্মেশ্বৰ হাজৰিকা। বহক, বহক থিয় হ'ব নালাগে। মই ফৰমেলিটি বৰ ভাল নাপাওঁ। কওকছোন হাজৰিকা, কিয় আহিলে? বিদ্যুৎ চৌধুৰীয়ে ভিতৰৰ পৰা ড্ৰয়িংৰুমত প্ৰৱেশ কৰিয়েই অপেক্ষাৰত ধৰ্মেশ্বৰ হাজৰিকাক সুধিলে।' কিতাপৰ আলমাৰিটোৰ কাষৰপৰা হাজৰিকাই বিদ্যুৎ চৌধুৰীৰ আগমনত এটা নমস্কাৰ জনাবলৈ তেওঁ দৃষ্টি সমুখলৈ নিক্ষেপ কৰিলে। হাজৰিকাই কিতাপত মনোযোগ দিয়া দেখি বিদ্যুৎ চৌধুৰীয়ে যেন গৌৰৱবোধ কৰিলে। তেওঁৰ মুখত অকস্মাৎ হাঁহি বিৰিঙিল। শ্ৰীমণ্ডিত মুখৰ ভংগীমাৰে তেওঁ ক'লে, এই শ্বোকেচত থকা কিতাপবোৰ মই বহুত যত্নেৰে সংগ্ৰহ কৰিছো। সকলোবোৰ নতুন আৰু দামী কিতাপ। নাম কৰা দেশী বিদেশী সাহিত্যিকৰ কিতাপ। মই আকৌ ইংৰাজী সাহিত্যৰ কিতাপ পঢ়ি বৰ ভাল পাওঁ। অসমীয়া কিতাপ পঢ়ো যদিও সিমান ভাল নালাগে, কোনো নতুনত্ব নাই। আজে বাজে কিতাপ পঢ়ি সময় নষ্ট কৰা মোৰ অভ্যাস নাই। কথাখিনি কৈয়ে বিদ্যুৎ চৌধুৰীয়ে চোফাখনত আৰামেৰে বহি, মুখৰ চিগাৰটো এছট্ৰেত থৈ ধৰ্মেশ্বৰ হাজৰিকাক পুনৰ সুধিলে—

আপুনি বোধকৰো বিয়াৰ সংক্ৰান্তত আহিছে। মই অৱশ্যে আপোনাক আগতে লগপোৱা মনত নপৰে। ভাবিছিলো এদিন গৈ চা-চিনাকি হ'ম। সময় কৰিবকে পৰা নাই। বিজনেছত নানা লেঠাত লাগি থাকোতেই যায়। চছিয়েল ভিজিট বাদেই পৰিছে। মোৰ ছোৱালীজনীয়ে আপোনাক দেখিয়ে চিনি পাইছে, মোক খবৰটো দিছে। সাধাৰণতে পুৱাবেলা মই ভিজিটৰৰ লগত বৰ বেছি জৰুৰী নহ'লে দেখা নকৰো।

ধৰ্মেশ্বৰ হাজৰিকাই দেখিলে, দামী চুট পৰিধান কৰা এই মেদবহুল মানুহজন অকল দাম্ভিকেই নহয়, অভদ্ৰও। এনেতে হাতত ট্ৰে এখন লৈ সোমাই আহিল ছোৱালীজনী। ট্ৰেখনত থকা চাহৰ পট্‌টো নমাই, চেনী আৰু গাখীৰৰ লগতে চেনদুইচৰ থাল আৰু পাত্ৰ এখন টিপয়ত সজাই হাজৰিকাৰ সমুখত সাৱধানে ৰাখি তাই বিনম্ৰভাৱে ক'লে, "চাহ খাওঁক"। খন্তেক ৰৈ আকৌ সুধিলে, "ময়ে বাকি দিমনে? চেনী খাই নহয়?" হাজৰিকাই এই পৰিবেশনত কেৱল সন্মতি-সূচক মূৰ জোকাৰিলে। চাহ কাপ ঢালি ছোৱালীজনীয়ে বিদ্যুৎ চৌধুৰীৰফালে চাই ক'লে,

পাপা, তুমিও খাবানে কি?

নাই, নাখাওঁ। অলপ আগতে বিয়েৰ খাইছো।

মাষ্টৰ, আপুনি খাওঁক। এইজনী মোৰ ছোৱালী প্ৰতিভা। মাকৰ মৃত্যুৰ পাছত তায়ে মোৰ সংসাৰ দেখা-শুনা কৰে। ডাঙৰ ল'ৰা জিতু আমেৰিকাত থাকে। এখন আৰ্কিটেক্‌চাৰেল ফাৰ্মত কাম কৰে, ডিজাইন ইঞ্জিনীয়েৰ। দৰমহাপাতি অতি ভাল। ইণ্ডিয়ালৈ আহি কি কৰিব? ইয়াত মই আৰু প্ৰতিভা থাকো। প্ৰতিভা সৰ্বগুণী ছোৱালী, গান, নাচ, অভিনয় সকলোতে তাইৰ এখন বেলেগ আসন আছে। এতিয়া কমপিউটাৰ চায়েঞ্চ আৰু বিজনেছ মেনেজমেণ্টৰ ক'ৰ্চ এটা কৰি আছে। খন্তেক বৈ চিগাৰটো মুখত লৈ জ্বলাই পুনৰ ক'লে,

আপোনাৰ ল'ৰাৰ পছন্দ আছে, সেই কথা স্বীকাৰ কৰিবই লাগিব।

বিদ্যুৎ চৌধুৰীয়ে একে উৎসাহতে কৈ পেলোৱা কথাখিনি শুনি ধৰ্মেশ্বৰ হাজৰিকা যেন কিছু অধৈৰ্য হৈ উঠিল। এবাৰ প্ৰতিভালৈ, এবাৰ বিদ্যুৎ চৌধুৰীলৈ চাই তেওঁ চকুৰ দৃষ্টি পুনৰ তলমূৰ কৰিলে। প্ৰতিভাই পৰিস্থিতিটোৰ পৰা ৰক্ষা পাবলৈ বেগেৰে সেই স্থান এৰি ভিতৰ সোমাল। বাপেকৰ আত্মগৌৰৱৰ ভাষণত তাই বাস্তৱিকতে বিব্ৰত হৈছিল, লাজত ৰঙাচঙা পৰি তাই গুছি গৈছিল।

বাহিৰত বোধকৰো আকাশ ওন্দোলাই আনিছে, মেঘে গাজিছে। বৰষুণ আহিব পাৰে।

এনেতে টেলিফোনৰ শব্দ বাজি উঠিল। বিদ্যুৎ চৌধুৰীয়ে Excuse me বুলি কাষতে থকা ৰিচিভাৰটো দাঙি ললে। বিজনেছ বিষয়ৰ কথাবতৰা। অস্বস্তিবোধ কৰিলে ধৰ্মেশ্বৰ হাজৰিকাই। তেওঁ ক'বলৈ অহা কথাখিনি তেনেহ'লে কোৱা নহ'বইনে কি? টেলিফোনত বিদ্যুৎ চৌধুৰীয়ে কাৰোবাক লগ ধৰাৰ কথা, হোটেল ডিপ্লমেটত। হাজৰিকাই কপালৰ ঘামখিনি মচি ললে, ভাবিলে, তেওঁ আৰু মনে মনে থকা মানে বুকুভৰা এক উৎকণ্ঠা বঢ়াই তোলা। কথাখিনি ক'বলৈ তেওঁ ভয় কৰাৰ কাৰণ নাই। এটা নিষ্পত্তি কৰিহে তেওঁ ইয়াৰ পৰা আঁতৰ হ'ব। ল'ৰাৰ মংগলৰ হকে তেওঁ বিদ্যুৎ চৌধুৰীক মুখামুখিকৈ ক'ব যে এই বিয়াত তেওঁৰ সন্মতি নাই। এই বিয়াত আগবঢ়া অনুচিত।

বিদ্যুৎ চৌধুৰীয়ে ৰিচিভাৰটো থৈ পুনৰ হাজৰিকালৈ মুখ কৰি বহিল আৰু আধাখোৱা চিগাৰটো এচট্ৰেৰ পৰা তুলি জ্বলাই ললে। বেছ কিছু সময় ধোঁৱাখিনি মুখৰ ভিতৰত ৰাখি লাহে লাহে ধোঁৱাখিনি এৰি সুধিলে, বাৰু হাজৰিকা, বিয়াখন কেতিয়া মানে পাতিব বুলি ভাবিছে? মোৰফালৰ পৰা পলম কৰাৰ প্ৰয়োজন

নাই। বিয়াখন বেগেতে দি ল'ব পাৰিলে মোৰ এটা দায়িত্ব পূৰণ হয়। তাতে ব্লাড্‌প্ৰেচাৰ থকা মানুহৰ আজি ভাল, কালিলৈ বেয়া। নিউইয়ৰ্কলৈ ল'ৰাই মাতি আছে। তাতে এটা 'চেক্ আপ্' কৰাব খুজিছো। বিয়াৰ লেঠা মৰিলেই মই যাম বুলি ভাবিছো। স্বস্তিৰ উশাহ এটা টানি বিদ্যুৎ চৌধুৰীয়ে ওঠত চেপামাৰি চিগাৰেটোত হোপা এটা মাৰিলে। অলস ভংগীৰে ঘড়ীটোলৈ দৃষ্টি পেলালে।

ইতিমধ্যে হাজৰিকাই নিজকে প্ৰস্তুত কৰি লৈছে। ক'লে,

শুনক্ মিঃ চৌধুৰী, ল'ৰা-ছোৱালীৰ মাক-বাপেক দুয়োপক্ষৰ বুজাবুজি আৰু পৰস্পৰৰ সা-সুবিধাৰ মাজেদি বিয়া এখন সম্পন্ন হোৱা উচিত। কিন্তু যদি পৰস্পৰৰ মাজত মতৰ অমিল থাকে, আন্তৰিকতা নাথাকে, তেনেহ'লে বিয়া এখন একপক্ষীয়ভাৱে পাতি পেলাব নোৱাৰি। পতা অনুচিত।

বিদ্যুৎ চৌধুৰীয়ে হাজৰিকাৰ কথাৰ মৰ্ম যেন বুজি নাপালে। লগে লগে তেওঁ মুখৰ পৰা চিগাৰেটো নমাই চোফাখনত গাটো লৰাই পোনকৈ বহি হাজৰিকাক সুধিলে,

—মানে? মানে আপুনি কি ক'ব খুজিছে মই বুজিব পৰা নাই।

এই বিয়াত মোৰ আপত্তি আছে। তাকে জনাবলৈ আজি মই আপোনাৰ ওচৰলৈ নিজে আহিছো।

প্ৰতিবাদ নকৰি ধৰ্মেশ্বৰ হাজৰিকাৰ উৎসুক মুখখনৰ পৰা দৃষ্টি আঁতৰাই বিদ্যুৎ চৌধুৰীয়ে মৃদু হাঁহি এটা মাৰিলে, যাৰ অৰ্থ, এইটো আৰু' কেনে উত্তৰ!

মই জানো যে বিয়া এখন ততাতৈয়াকৈ পাতিবলৈ আপোনাৰ অসুবিধা থাকিব পাৰে। কালিলৈকে যে বিয়াখন পাতিব লাগে, সেইকথা মই কোৱা নাই। আনুষ্ঠানিক প্ৰথামতে বিয়াখন বাহুল্য নকৰি ৰেজিষ্ট্ৰাৰী অফিচতো বিয়াখন সম্পূৰ্ণ কৰিব পাৰি। I mean ৰেজিষ্টাৰ্ড-মেৰেইজ। মই কিন্তু এনে বিয়াৰে পক্ষপাতী। পাছত এটা পাৰ্টি দি চহৰৰে গণ্য-মান্য পৰিয়াল, ইম্পৰ্টেণ্ট লোক, বন্ধু-বান্ধৱক মাতি দৰাকন্যাক পৰিচয় কৰাই দিলে বেছি উপভোগ্যৰ হ'ব। মিনিষ্টাৰ আহিব, বেংকৰ একজিকিউটিভ্ থাকিব। মই ভাবো এনে নামী পাৰ্টি এটা দিলে তপনৰো ভৱিষ্যত মুকলি হ'ব। এতিয়াতো সি সামান্য মেডিকেল ৰিপ্ৰেজেণ্টেটিভ্ হৈয়ে আছে। আপুনি নিশ্চয় মোৰ আইডিয়াটো পছন্দ কৰিব। পাৰ্টিটো অৱশ্যে ময়ে দিম, "ডেট উইল বি মাই গ্ৰেইট্ প্লেজাৰ"।

অপমানৰ যন্ত্ৰণাই ধৰ্মেশ্বৰ হাজৰিকাৰ মনটো জুইৰ বহ্নিশিখাৰ দৰে দপ্ দপ্‌কৈ জ্বলাই দিলে।

দেখিছো, আপুনি সিদ্ধান্ত লৈয়ে পেলাইছে। তপনৰ বাপেক বুলি মোৰ যেন কোনো অস্তিত্বই  নাই। শুনক মিঃ চৌধুৰী, মোৰ ল'ৰা তপনৰ লগত যদি বিয়াৰ সংক্ৰান্তত মোৰ অজ্ঞাতে কিবা আলোচনা কৰি এনে সিদ্ধান্ত লৈছে, তেনেহ'লে মই কওঁ, আপোনাৰ অন্যায় হৈছে। আপোনাৰ সততাৰ অভাৱ ঘটিছে। টকাৰ জোৰ আছে, প্ৰতিপত্তি আছে ঠিকেই। কিন্তু ইয়াৰবাবে আপুনি বাহাদুৰীৰ যিটো অংক মোৰ আগত দাঙি ধৰিছে, সেইটোৰ হিচাপ মই জানিব খোজা নাই। মই এজন সাধাৰণ শিক্ষক। এইবোৰ হিচাপ মোৰবাবে মূল্যহীন, অবাস্তৱ, অপচয়। আপোনাক মই বিনম্ৰ অনুৰোধ জনাই ক'ব খোজো যে তপনক আপুনি ভুলবাটে পৰিচালিত নকৰিব। আমাৰ বুকুৰ পৰা তাক চক্ৰান্ত কৰি টানি নিনিব।

অগ্নিৰ্জ্বলা দৃষ্টিৰে বিদ্যুৎ চৌধুৰীয়ে হাজৰিকালৈ দৃষ্টি নিক্ষেপ কৰি কঠিন কণ্ঠেৰে ক'লে,

মই ভাবিছিলো, আপুনি এজন ভদ্ৰলোক। এতিয়া দেখিছো আপোনাৰ সামান্য সৌজন্যতাখিনিৰো অভাৱ। এৰা, দৰিদ্ৰতাৰ মাজত সৌজন্যতা বিচাৰি পোৱা টান। তাত থাকে ক্ষোভ, খং আৰু অহেতুক প্ৰতিবাদ। শুনক হাজৰিকা, মোৰ ছোৱালী প্ৰতিভাৰ লগত আপোনাৰ ল'ৰা তপনৰ বিয়া মই পাতিব খোজা নাছিলো। সিহঁত দুটাই এই সিদ্ধান্ত নিজেই লৈছে, আৰু  মোক জনাইছে। মই মাত্ৰ অনুমোদন জনাইছো। .... আপুনি দেখিছো বহুত খবৰ নাজানে। তপনৰ পৰাই আপুনি বিয়াখনৰ বিষয়ে গম পাব লাগিছিল। কাৰণ, আপুনি তাৰ পিতৃ। হয়তো, সি আপোনাৰ মত-অমতৰ প্ৰয়োজনবোধ নকৰিলে।

ধৰ্মেশ্বৰ হাজৰিকাই অস্বস্তি ভোগ কৰিলে, নিদাৰুণ অস্বস্তি আৰু পৰাজয়ৰ ভয়, অপমানৰ গ্লানি। তথাপি তেওঁ বিদ্যুৎ চৌধুৰীৰ মন্তব্যক প্ৰতিবাদ জনাই ক'লে,

মই মোৰ ল'ৰাৰ বিষয়ে এই অভিযোগ মানি ল'বলৈ টান পাইছো। সি তেনে সিদ্ধান্ত কিয় ল'ব, আমি জীয়াই থাকোতে...

হাজৰিকাৰ উত্তৰ অন্ত নৌহওঁতেই বিদ্যুৎ চৌধুৰীয়ে ক'লে, শুনক হাজৰিকা, তপন মোৰ ঘৰলৈ প্ৰায়ে অহাযোৱা কৰা মই লক্ষ্য কৰিছো। প্ৰতিভাৰ লগত যে তপনৰ এটা অন্তৰংগ ভাৱ গঢ়ি উঠিছে, সেইবিষয়ে মই সুনিশ্চিত হৈয়ে এনে

সিদ্ধান্ত ল'ব লগাত পৰিছো। প্ৰকৃততে প্ৰতিভাক মোৰ বন্ধু এডভোকেট জ্ঞানৰঞ্জন দত্তৰ পুতেক বিলাতফেৰৎ ডাক্তৰ সুনীলৰ লগত বিয়াৰ প্ৰস্তাৱ চলিছিল। মই ভালেই পাইছিলো। কিন্তু প্ৰতিভাই সন্মতি নেদেখুৱালে। তাই ক'লে, "পাপা, তুমি এই প্ৰস্তাৱত আগনাবাঢ়িবা। মই এতিয়া বিয়া নকৰাওঁ। বিজনেছ মেনেইজমেণ্ট ক'ৰ্চটো শেষ কৰি লওঁ। নিতান্তই যদি বিয়া কৰাব লাগে, মই তপনকে কৰাম।"

প্ৰতিভাৰ মনৰ ইংগিত পাই মই আৰু অইনফালে আগবাঢ়িব নুখুজিলো। তপনৰ লগত কথা-বতৰা পাতি মই ভালেই পালো। সি তীক্ষ্ণ বুদ্ধিৰ আৰু মাৰ্জিত ৰুচিৰ স্বাস্থ্যৱান ল'ৰা। তপনে আপোনাৰ কথা, ঘৰখনৰ কথা মোক বিনাদ্বিধাই কৈছিল। কৈছিল, সিহঁতৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়, অভাৱগ্ৰস্থ সংসাৰ। মই তাৰ সৰল কথা-বতৰাত মুগ্ধ হলো। সি কৈছিল যে সি নামমাত্ৰ বেতনত এটা দৰবৰ কোম্পানীত চাকৰিত সোমাইছে মাত্ৰ। মই নিশ্চিন্তমনে ঠিক কৰিলো যে প্ৰতিভাৰ বাবে তপন যোগ্য স্বামী হ'ব পাৰিব। মই তপনক সময় আৰু পৰিবেশৰ উপযুক্ত স্বাৱলম্বী আৰু সাহসী ব্যক্তিৰূপে গঢ়ি তুলিব পাৰিম বুলি পতিয়ন গলো। মই বুজিবলৈ বাকী নাথাকিল যে প্ৰতিভাই তপনক ভালকৈ বুজি-ভাবিয়েই নিৰ্বাচন কৰিছে। তাই বুদ্ধিমতী। মই ভাবো, আপুনি এই মিলনত আপত্তি দৰ্শাবলৈ নাহি সিহঁতহালৰ মংগল কামনাহে কৰিব লাগে। মুখত জ্বলন্ত চিগাৰটো লৈ বিদ্যুৎ চৌধুৰীয়ে এটা মৃদু হাঁহি মাৰিলে, ক'লে,

বুজিছে মাষ্টৰ, আপুনি নিজকে ভাগ্যৱান বুলিয়েই ভাবিব। মই আপোনাক দৃঢ়ভাৱে ক'ব পাৰো যে তপনে প্ৰতিভাক বিয়া কৰাই সমাজত সু-প্ৰতিষ্ঠিত হ'বলৈ সুবিধা পাব। এই সুবিধা মই দিম। আজি সকলো উচ্চ শিক্ষিত তৰুণ-তৰুণীয়ে পুৰণি আদৰ্শ, পুৰণি ৰীতি-নীতিৰ বান্ধোন চিঙি মুক্ত জীৱন বিচাৰিছে—মানে Freedom to every soul. আপোনাৰ দিনত যিটো আছিল অনুচিত, আজি সেইটো স্বাভাৱিক হৈ পৰিছে।

বিদ্যুৎ চৌধুৰীৰ লম্বা ভাষণত ধৰ্মেশ্বৰ হাজৰিকাই বিদ্ৰুপ আৰু কৰুণাৰ ভাইৰাছত আক্ৰান্ত হৈছিল। তেওঁৰ সৰ্বশৰীৰত আৰম্ভ হৈছিল অসহনীয় বেদনা। নিজৰ ল'ৰাৰ ওপৰত আধিপত্য কাৰ? তেওঁৰ, নে দাম্ভিক বিদ্যুৎ চৌধুৰীৰ?

আপুনি দেখোন একো নামাতিলে? মোৰ প্ৰস্তাৱত আপোনাৰ সন্মতি নাই যেন পাইছো। কিন্তু উপায় নাই। মাষ্টৰৰ কাম কৰি আপুনি আনৰ পৰা সজ পৰামৰ্শ ল'ব নোখোজে। সকলোকে ছাত্ৰ বুলি ভাবে। ... মোৰ ছোৱালীৰ অকপট

ভালপোৱা আৰু বিশ্বাসৰ সুযোগ লৈ আপোনাৰ ল'ৰা বহুত আগবাঢ়িল। সি আৰু এতিয়া উভতি যাব নোৱাৰে। প্ৰতিভাক বিয়া নকৰাওঁ বুলি ক'বৰ তাৰ সাহস নাই। ....কথাখিনি নিৰ্দেশৰ সুৰত কৈয়ে বহাৰ পৰা উঠিল, ক'লে, হাজৰিকা, মোৰ বক্তব্যৰ মৰ্মাৰ্থ বুজি পাইছে নহয়? মই আৰু একো ক'বলৈ নাই। (ঘড়ীটো চাই) মই এতিয়াই যাব লাগিব। জৰুৰী কাম এটা আছে। নতুন ফ্লেটৰ বিল্ডিং প্লেনখন চাইটত গৈ চাবগৈ লাগে। সকলো আহিব, ইঞ্জিনীয়েৰ, আৰ্কিটেক্ট, পাব্লিক হেলথৰ মানুহ সকলো। ...আপুনি তেনেহ'লে যাব! কথাখিনি কৈয়ে বিদ্যুৎ চৌধুৰী ভিতৰ সোমাল। সন্মুখত বৈ থকা দাৰোৱানটোক হুকুম দিলে, "ৰঘুবীৰ", ড্ৰাইভাৰক গাড়ী লগাবলৈ ক'।

ধৰ্মেশ্বৰ হাজৰিকাই এক মুহূৰ্তও দেৰি নকৰি ওলাই আহিবলৈ বাধ্য হ'ল। বিতৃষ্ণা, গ্লানি আৰু অপমানে তেওঁক ক্ৰমাগত এটা অসহায় অৱস্থালৈ টানি নিলে। কপালত বিন্দু বিন্দু ঘাম—যি ঘাম আচলতে অসহায়তাৰ পূৰ্ব লক্ষণ। পাঞ্জাবীৰ পকেটৰ পৰা ৰুমালখন উলিয়াই তেওঁ কপালখন মুছিলে আৰু ড্ৰয়িংৰুমৰ পৰা ওলাই আহিল যন্ত্ৰচালিত এটা নিৰ্জীৱ পুতলাৰ দৰে। উদভ্ৰান্ত চিত্তেৰে বিৰাট অট্টালিকাৰ পৰা ওলাই গেটখন পাৰহৈ তেওঁ কেতিয়া ৰাজপথত ভৰি দিলেহি, ততকে ধৰিব নোৱাৰিলে। ঘৰলৈ অহা গোটেই বাটটো যেন তেওঁৰ চিন্তাৰ সোঁতৰ দৰে দীঘল হৈ গৈ আছে! তেওঁ বিদ্যুৎ চৌধুৰীৰ ঘৰলৈ যোৱাটো ভুল হৈছিল। গৈ যেন তেওঁ কঢ়িয়াই আনিলে দুশ্চিন্তা, উদ্বেগ আৰু ভয়াবহ দুঃস্বপ্নৰ গধুৰ বোজা। তেওঁ ঘৰলৈ গৈ মনোৰমাক কি ক'বগৈ? কেনেকৈ ক'ব বিদ্যুৎ চৌধুৰীয়ে অনৰ্গল কৈ যোৱা তপনৰ অবিশ্বাসে ভৰা দায়িত্ব-হীনতাৰ আৰু লজ্জাজনক আচৰণৰ বিমৰ্ষ কাহিনী! ধৰ্মেশ্বৰ হাজৰিকাই দীৰ্ঘশ্বাস পেলালে।



ধৰ্মেশ্বৰ হাজৰিকা যেতিয়া ঘৰলৈ আহিছিল, তেতিয়া দুপৰীয়া দুই বাজি গৈছে। ৰ'দৰ প্ৰকোপ বেছি হৈ ক্ৰমাৎ পশ্চিম আকাশৰফালে বিয়পি পৰিছে। ৰ'দ আহি পোৰণিৰ এটা অগ্নিকণা তেওঁৰ গাত লাগি 'দম্‌বন্ধ দম্‌বন্ধ' অৱস্থা এটাৰ সৃষ্টি হৈছিল। বাৰান্দাত মনোৰমা আৰু মাজনীয়ে আলিবাটলৈ চাই দুশ্চিন্তাত ক্ষণ গণিছিল। ধৰ্মেশ্বৰ হাজৰিকাই সময়ত ভাত খায়, সময়ত ঘৰলৈ আহে। ক'তো লৰচৰ হোৱা তেওঁলোকে দেখা নাছিল। মনোৰমাই ক'বলৈ গ'লে, সেইদিনা পুৱাবেলাতে স্বামীক খৰধৰ লগাই এক প্ৰকাৰ জোৰ কৰিয়েই বিদ্যুৎ চৌধুৰীক লগ ধৰিবলৈ পঠাইছিল। মনোৰমাই জানিশুনিও ধৰ্মেশ্বৰ হাজৰিকাক পুতেকৰ হিতৰ বাবে বিবেচনা কৰিবলৈ অনুনয়-বিনয় কৰিছিল। এঘণ্টাৰ ভিতৰতে ঘূৰি অহা মানুহজন চাৰিঘণ্টাৰ পাছতো উভতি নহা দেখি মনোৰমাৰ মনত স্থিৰতা নোহোৱা হ'ল। নিজকে অপৰাধী, অপৰাধী লাগিল। বুকুত এটা ঢপ্‌ঢপনি অনুভৱ কৰিলে। সঁচাকথা ক'বৰ হ'লে তেওঁ মানুহজনক এনেকৈ পঠাব নালাগিছিল। তপনকে খোলোচাকৈ কথাটো আকৌ এবাৰ সুধি চাব পাৰিলেহেঁতেন। মনোৰমাৰ অনুতাপ বুজিব পাৰি মাজনীয়ে মাকক বুজনি দি ক'লে,

মা, তুমি মিছাতে চিন্তা কৰিছা? দেউতাই কিবা কামত অইনফালেও যাব পাৰে। দেউতা পাবহি এতিয়া। তুমি এনেকৈ বাহিৰত বৈ থাকিব নালাগে।

নহয় অ' মাজনী, দেউতাৰৰ গাটো সিমান ভাল নহয়। প্ৰেচাৰ বাঢ়িছে বুলি মোক কৈছিল। আজি ডাক্তৰক দেখুৱাৰ কথা। কথাসাৰ কৈ মনোৰমা চকীখনত বহিল, ক্লান্ত আৰু বিমৰ্ষ। মনে মনে প্ৰাৰ্থনা জনালে ইষ্ট দেৱতাক, 'হে ভগৱান, মানুহজনক একো বিপদত নেপেলাবা। তেওঁ যেন নিৰ্বিঘ্নে-নিৰাপদে ঘৰ পাইহি।' ... এনেতে গেটখন খোলা এটা শব্দ হ'ল। এই শব্দটো মনোৰমাৰ চিনাকি। বহুত দূৰৰ পৰাই কোনোবাই লোহাৰ গেটখন খুলিলে ক'ব পাৰে কোনোবা আহিছে বুলি। গেটখোলা শব্দটো কাণত পৰাৰ লগে লগে মনোৰমা চকীখনৰ পৰা উঠিল আৰু আগন্তুক লোকজনলৈ ব্যগ্ৰহে চাই দেখিলে— আগন্তুক ব্যক্তিজন গৃহস্থ নহয়, সৰু ল'ৰা বাজেনহে। চাইকেলখন জোৰেৰে ঠেলি সি বাৰান্দাৰ পিৰালিত সেইখন থেকেচ্‌ মাৰি থৈ নিজে নিজকে কোৱাৰ দৰে ক'লে, চাইকেলখন ঠেলোতে ঠেলোতে ভাগৰি গলো। পেদোল ভাল ঘূৰালেই চেইনডাল খুলি যায়।

চেইনডাল লগাই পেদোল মাৰোতেই আকৌ চেইনডাল পৰি যায়। চেইনডাল লগাওঁতে লগাওঁতে ভাগৰি গলো। ফ্রি হুইলডাল লাগি ধৰে। ৰতন মিস্ত্ৰীয়ে মিছাতে 'ভাল হল' বুলি টকা পাঁচটা ললে। তাক মই সুদাইনেৰো। হয় চাইকেলখন ভাল কৰি দে, নহয় টকা কেইটা ঘূৰাই দে। ... দাদাই পঢ়ি থাকোতেই লোৱা, পুৰণি, ঘুণ্ডলা চাইকেল, কিমান দিন চলিব!

মাক-বায়েকে একো উত্তৰ নিদিয়া দেখি ৰাজেন অপ্ৰস্তুত হ'ল। দুয়োৰে মুখলৈ চাই লক্ষ্য কৰিলে, কিবা এটা অঘটন যেন ঘটিছে, দুয়ো নীৰৱে নিঃশব্দে বাহিৰলৈ চাই থকা দেখি আচৰিত হ'ল।

তহঁতৰ কি হ'ল আক'? এনেকৈ বাহিৰত বৈ কি চাই আছ? দেউতা অহা নাইনে কি? কাৰোবাক লগ পাবলৈ গৈছিল হবলা?

"বিদ্যুৎ চৌধুৰীক।" অন্যমনস্কা হৈ মাজনীয়ে উত্তৰ দিলে। "কিয় যাব লাগে? ... দাদাৰ বিয়াঁৰ দিনবাৰ খাটাং কৰিবলৈ হবলা? ... মই কিন্তু ভাল দেখা নাই। (অলপৰৈ) মা, মোৰ ভোক লাগিছে। ভাত দে। মই আকৌ ওলাই যাব লাগে।"

মনোৰমাই মাজনীক ক'লে, তয়ে তাক ভাতখিনি বাঢ়ি দে গৈ। মই অলপ ৰৈছো, দেউতাৰৰ বাবে চিন্তা লাগি আছে। বৰ পলম কৰিছে।

ৰাজেন আৰু মাজনী সোমাই গ'ল। ৰাজেনৰ আত্মসন্মান কিমান প্ৰবল, মাজনীয়ে জানে। সি অন্যায় অবিচাৰ সহ্য কৰিব নোৱাৰে, ভণ্ডামি-ব্যভিচাৰ দেখিলে সি প্ৰতিবাদ কৰে। দেউতাকৰ বিপক্ষে কোনোবাই কিবা ক'লে সি সুদায়নেৰে। সি জানে যে তাৰ দেউতাক সজ পথত চলা মানুহ। জীৱনৰ গধুৰ ভাৰখন ডিঙিত লগাই লওঁতে দেউতাকৰ দুৰ্বল আৰু ক্ষীনকায় চেহেৰাটো দিনক দিনে হাড়েছালে লাগিছে। হাড়বোৰ গণিব পৰা হৈছে। তাতে ককায়েক তপনৰ পৰা দেউতাকৰ অশান্তিৰ প্ৰকোপ বাঢ়িছে। হয়তো এই অশান্তিৰ বাবেই দেউতাক যাব লগা হৈছে ধুৰন্ধৰ চোৰাংবেপাৰী বিদ্যুৎ চৌধুৰীৰ দৰে মানুহ এটাৰ কাষলৈ।

ভাতৰ পাতত বহি সি বায়েকক বিদ্যুৎ চৌধুৰীৰ বিষয়ে বহুতো খবৰ দিছিল। সি কৈছিল, বিদ্যুৎ চৌধুৰীৰ গুৰিগোষ্ঠী নামগোন্ধ নোহোৱা বিধৰ। মদৰ দোকানত কাম কৰি অসৎ উপায়েৰে, নানা ফন্দি পাতি মালিকৰ সা-সম্পত্তি গ্ৰাস কৰি ধনীহোৱা বিদ্যুৎ চৌধুৰী আচলতে এটা জুৱাৰি। সি দুবাৰ বিয়া কৰাইছিল, দুয়োঘৰ শহুৰক প্ৰৱঞ্চনা কৰি ধন-সম্পত্তি নিজৰ হাতলৈ সৰকাইছিল। অজুহাত

দেখুৱাই বিদ্যুৎ চৌধুৰীয়ে গোপনে দুয়োখন ঘৰৰে ঘৰজোঁৱাই হৈ ভূ-সম্পত্তি চলে-বলে-কৌশলে নিজ দখললৈ আনি লাখপতি হৈছিল। শুনিছো, সি বোলে দুয়োজন শহুৰক চক্ৰান্ত কৰি হত্যা কৰাইছিল। শুনাকথা।

মাজনীয়ে ক'লে, তই এইবোৰ পুৰণি কাহিনী ক'ৰ পৰা সংগ্ৰহ কৰিলি? ক'ত শুনিলি?

শুনিছো মানে? সকলোৱে জানে। যোৱা বছৰ বিদ্যুৎ চৌধুৰী স্বতন্ত্ৰ পাৰ্টিৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচনত উঠিছিল। অৱশ্যে হাৰিল। বিৰোধীপক্ষই এখন গোপন পুস্তিকা উলিয়াই এইবোৰ কীৰ্তিকলাপ জাহিৰ কৰি ফুৰিছিল। ইয়াৰ বাহিৰেও মানুহটো চৰিত্ৰহীন। যৌৱনকালৰ কথা বাদেই, এতিয়াও বোলে নানা ধৰণৰ নাৰীজড়িত কেলেংকাৰী! পুস্তিকাখন মই বিচাৰি আনি থৈ দিছো। পঢ়িবিনে কি?

মোৰ আৰু কাম নাই। সেইবোৰ আজে-বাজে বে-নামী ইস্তাহাৰ পঢ়ি মন বেয়া কৰিবলৈ কিয় যাম? তয়ো এইবোৰত গুৰুত্ব নিদিবি। অ'এটা কথা, এইবোৰ মা-দেউতাক ভুলতো নকবি কিন্তু! দুখ পাব।

নকওঁ, মই কিয় এইবোৰ জঘন্য কথা মা-দেউতাক ক'বলৈ যাম? বাইদেউ, মানুহটো কিন্তু ঠগ, ধাপ্পাবাজ, বে-নামী কাৰবাৰ চলাই, চোৰাং কাঠৰ ব্যৱসায় কৰি এতিয়া চহৰৰ ভিতৰত বিৰাট ধনী হৈ পৰিছে। শাসকগোষ্ঠীৰ লগত সনা-পিঠাহৈ কয়লাৰ কাৰবাৰ কৰিছে, মাফিয়াদলত সোমাই অসামাজিক কামত লিপ্ত হৈছে। আমি এইবোৰ ধূৰন্ধৰ মানুহক সুদাইনেৰো। ইলেকশ্যনটো হৈ যাওঁক, দেখিবি, কৰ পানী কলৈ যায়.....

ৰাজেনক উত্তেজিত হৈ পৰা দেখি মাজনীয়ে ৰংগ ৰসিকতা কৰি ক'লে, এই, পিচে দাদাৰ দৰে নকৰিবি আক'। পাৰ্টি কৰি, য়ুনিয়ন কৰি, ঘূৰি ফুৰি ক'ৰবাৰ ছোৱালী এজনী আনি ঘৰ নুসুমাবি কিন্তু?

অই, তেনেবুলি ভাবিছ হবলা? মই দাদাৰ দৰে অবিবেচক বুলি ভাবিছনে কি? বাৰু বাইদেউ, দাদাৰ দৰে এনে পঢ়া-শুনা জনা মানুহ এজনে বিদ্যুৎ চৌধুৰীৰ দৰে বদনামী মানুহ এটাৰ ছোৱালীজনীক বিয়া কৰাবলৈ কিয় উত্ৰাৱল হৈছে? কিহৰ লোভত? দাদাইতো এদিন নহয় এদিন বিয়া কৰাবই। প্ৰস্তাৱো বোলে কেবাটাও আহিছে। তইঁতে দাদাক বুজাবি, এইখন বিয়াত যাতে আগ নাবাঢ়ে। বহুত কথাই শুনিছো দে'ছোন। দাদা সাবধান হোৱা ভাল। ৰাজেনে মাজনীক জোকাবলৈ কথাৰ সুৰ বদলাই এটা দুষ্টামি হাঁহি মাৰি সুধিলে, বাৰু বাইদেউ, তই বিয়া কৰিবিনে

নকৰ? দেউতা মাই তলেতলে ল'ৰা চাই আছে। এদিন ভুটুং কৰে উৰা মাৰিবি। মোৰ কথা ক'বলৈ বাই এজনী নোহোৱা হ'ব। বৰ বেয়া লাগিব ভাই।

মাজনীয়েও দুষ্টামি হাঁহি এটা মাৰি উত্তৰ দিলে—

"বিয়া কৰাম, সংসাৰো পাতিম। পিচে কাক বিয়া কৰাওঁ সেইটোৱে ঠিক হোৱা নাই। তোৰ কোনোবা জনাশুনা ল'ৰা আছেনে কি অ'? দেখিবলৈ ধুনীয়া, ওখ-পাখ, ডাঙৰ চাকৰি কৰা, ... যাকে তাকে কিন্তু মই বিয়া নকৰাওঁ, কৈ দিছো হে!...." ৰাজেনে হাঁহি হাঁহি সুধিলে,

তই কিন্তু এটা ল'ৰাৰ লগত ফুৰিবলৈ আৰম্ভ কৰিছ, মই জানো নহয়? সি বৰ ভাল ল'ৰা নহয় দেই, সি এটা লাইনমৰা ল'ফাৰ। তাৰ বাপেক ৰাজনৈতিক দল এটাৰ পাণ্ডা। তই তাৰ ল'ৰাৰে লগত প্ৰেমত পৰিছ হবলা?

মাজনীয়ে ৰাজেনক ধমক্ দি ক'লে, যা যা লেকচাৰ দিবলৈ নাহিবি। মই প্ৰেমত পৰিছো বুলি তোৰ চিন্তা হৈছে। উপদেশ দিবলৈ আহিছ? তই কাৰ কথা কৈছ' মই হবলা গম পোৱা নাই? তই অৰবিন্দৰ কথা কৈছ', মই ধৰিব পাৰিছো। আজিকালি ছোৱালী ইমান সহজে প্ৰেমত নপৰে। লগত পঢ়া ল'ৰা এটাৰ লগত কথা পাতিলে, পাৰ্কত বহিলে, লাইব্ৰেৰী বা মিউজিয়ামত লগ পালে প্ৰেমত মজগুল হৈছো বুলি কিয় ধৰি লৈছ? আজিকালি দেখোন ল'ৰাৰ দৰে ছোৱালীও সমানে আগবাঢ়িছে, পিকেটিং কৰিছে, ৰাজনীতিত নামিছে। বৰং তহঁতৰ দৰে ডেকা ল'ৰাবোৰে ছোৱালীক লগ পাবৰ বাবে ঘণ্টাৰ পাছত ঘণ্টা আলিবাটত, দোকানত বৈ থাক'। অৰবিন্দৰ বাবে মোৰ কৰুণা হয়, তাৰ প্ৰেমত মই পৰা নাই। তাৰ প্ৰতি মোৰ কৰুণাক তই কম্পেশ্যন বুলিব পাৰ, মানে দুখবোধ। সি এটা খুনী কেছত সন্দেহ বশতঃ পুলিচৰ অনুসন্ধানত জড়িত হৈছে। সেই কথাকে সি মোক কৈছে। পঢ়াশুনাত সি ভালেই আছিল, বাপেকৰ লগত তাৰ মতৰ অমিল আছে। তৰ্ক-প্ৰতিযোগিতাত সি মোৰ সমৰ্থক আছিল। কথা ইমানেই। ইয়াত বিচলিত হ'বৰ কি আছে?

ৰাজেনে বায়েকৰ উত্তৰৰ ধৰণ-কৰণ বেলেগ যেন দেখি বুজিবলৈ বাকী নাথাকিল যে বায়েক চিৰিয়াচ্ হৈ পৰিছে। তাৰ হিউমাৰ ব্যৰ্থ হৈছে। সি ক'লে, বাইদেউ, তোক মই জোকাই চাইছিলোহে। তোৰ প্ৰতি মোৰ অকণো সন্দেহৰ ভাব নাই। তোক ভাল পাওঁ বাবেই তোক জোকাই আমোদ পাওঁ। কথাটো কি জান বাইদেউ, দেউতা মাইত টিপিকেল মধ্যবিত্ত চেন্টিমেন্টৰ মানুহ। ছোৱালী

মানুহৰ ইমান হুলি-গলি, ইমান স্বাধীনতা পছন্দ নকৰে। ক'ৰবাত কিবা বদনাম ওলাই বুলি ভয় কৰে।

তোৰ কথা মই ধৰ্তব্য বুলি ভবা নাই। কিন্তু দেখিছই নহয়, ঘৰখনৰ অৱস্থা, ক্ৰোধ বিৰক্তি আৰু ক্ষোভ জমা হৈ ঘৰখনৰ বোজা হৈ পৰিছো যেন লাগিছে। এটা বয়সৰ পাছত কিবা কাম জোৰকৈ কৰা, নতুনকৈ শিকা সম্ভৱ নহয়। বয়স বাঢ়ি যোৱাৰ লগে লগে মান-অভিমানৰ মাত্ৰাও বেছি হৈছে। চাকৰি এটাও যোগাৰ নহ'ল। তইঁতৰ দৰে দৌৰা দৌৰি কৰি অফিচে অফিচে ঘূৰি ফুৰিবও নোৱাৰো। ভাল নালাগে। সকলোৱে এক্সপ্লয়েট্ কৰিব খোজে... বাৰু মোৰ কথা বাদ দে। তই কিবা এটা কৰ। এম. এ পৰীক্ষা নিদি ভুল কৰিলি। দেউতাই তোৰ কথা ভাবি প্ৰায়ে বিব্ৰত হয়...

"কি কৰো ক'। এম. এ. দিয়া নিদিয়াটো নগণ্য কথা। দি কি লাভ হ'ব? চাকৰি এটাৰ বাবে ঘূৰি ঘূৰি হায়ৰাণ হলো। এম. এ. পাচ কৰিও একেই দশা হ'ব। সকলোতে পইচাৰ কাৰবাৰ। পইচা দিব নোৱাৰিলে পিয়নৰ চাকৰি এটাও নোলায়।" মাজনীয়ে ৰাজেনৰ অসহায় অৱস্থাটো জানে। শিক্ষাৰ পুৰণি মূল্যবোধ আজি আৰু নাই। খাতিৰ বাতিৰ নহ'লে, ঘোঁচদিব নোৱাৰিলে কোনেও পাত্তাকে নিদিয়ে। দেউতাক আদৰ্শবান শিক্ষক, গোটেই জীৱন শিক্ষাদানতে অতিবাহিত কৰিলে। কিন্তু হ'লে কি হ'ব? আজিকালি শিক্ষকক কোনে সন্মান কৰে? কোনে খাটিব কৰি দুখীয়া শিক্ষকৰ ল'ৰা-ছোৱালীক সংস্থান এটা দি উপকাৰ সাধিব? মাজনীয়ে জানে যে অনেক উচ্চপদস্থ বিষয়া আছে, যিবোৰ দেউতাকৰ প্ৰিয় ছাত্ৰ আছিল। সিহঁতে দেউতাক আজিকালি দেখিও নেদেখা ভাও জোৰে। চাকৰি দিয়া দূৰৰে কথা। আজি সকলোতে শিক্ষিত নিবনুৱা ডেকা-গাভৰু চাকৰিৰ ক্ষেত্ৰত উপেক্ষিত, অৱহেলিত আৰু তিৰস্কৃত।

মাজনীয়ে জানে যে সিহঁতে চাকৰি নকৰিলে নচলে। দেউতাকৰ উপাৰ্জনৰ ওপৰত সিহঁত খাই-বহি থকাটো শোভা নাপায়। এজন শিক্ষকেনো কিমান দৰমহা পায়? প্ৰাইভেট টিউশ্যন, কোচিং ক্লাছ কেইটা নোহোৱাহেঁতেন দেউতাকে ঘৰখন চলোৱাই টান হ'লহেঁতেন। কিন্তু দেউতাকে অভাৱৰ কথা ল'ৰা-ছোৱালীক জানিবলৈ দিয়া নাই। মাজনীয়ে গম পায় যে মাহৰ শেষৰদিনৰ পাছতে টনাটনি। ককায়েক তপনক পঢ়াওতে দেউতাক ধাৰত পোত গ'ল? ৰাজেন আৰু মাজনীক স্নাতক পৰ্যায়লৈকে পঢ়ালে। তাতে মাকৰ অপাৰেশ্যন এটাত বহুতো টকা খৰছ

হ'ল। দেউতাকে নিজৰ বাবে লওঁ লওঁ বুলি জোতা এজোৰো ল'ব পৰা নাই। ভাগ্যে যেনিবা পৈত্রিক সম্পত্তি বুলি ঘৰ এখন আছে। নহ'লে আলিবাটত ভৰি দিবলগা অৱস্থা এটা হ'লহেঁতেন!

ৰাজেনে বায়েকৰ কথাখিনি মনোযোগেৰে শুনিছিল। তাৰ অস্বস্তি আৰু বাঢ়িল। সি জানে, তাৰ বায়েক অলপ বেছি ভাৱপ্রৱণ। তথাপি সি অনুভৱ কৰিলে যে বায়েকে তাক কেন্দ্র কৰি কিছুমান জটিল চিন্তা তাৰ মূৰত সুমাই দিলে। অসৎ উপায় ল'ব পৰা হেঁতেন তাৰ হয়তো এটা ভাল চাকৰি যোগাৰ হৈ গ'লহেঁতেন। সি তেনে ধৰণৰ এটা চাকৰি পাইছিল। চোৰাং কাৰবাৰী মহেশ মহাজনৰ ট্রেন্‌জিট্ এজেণ্ট। দৰমহাও যথেষ্ট বেছি। ঘৰটো সি আৰ্থিকভাৱে সহায় কৰিব পাৰিলেহেঁতেন। পিচে, তাৰ বিবেকে এনে কাম কৰাত বাধা দিলে। সি দেশ, মানুহ আৰু সমাজৰ কথা চিন্তা কৰি এনে চাকৰিত মন নেমেলিলে।

ৰাজেনৰ লগত বায়েকৰ যি সম্পর্ক, তেনে সম্পর্ক ককায়েক তপনৰ লগত নাই। বায়েকৰ লগতো তপনৰ সম্পর্ক ককাই-ভনীৰ বাহিৰে বেছি ঘনিষ্ঠ নহয়। সিহঁতৰ মাজত কথা-বতৰা নহয়েই। মাজনীৰ মনত দুখ এই বুলি যে তপনে ঘৰখন কেনেকৈ চলিছে, খবৰ নাৰাখে। তপনৰ লগত সুৰেন ভৰালীৰ সম্পর্ক বেছি, অহাযোৱাও সঘনাই কৰে। সুৰেন ভৰালী ব্যৱসায়ত ডাক্তৰ। সম্বন্ধত তপনহঁতৰ মোমায়েক। তপনক তেৱেঁই মেডিকেল ৰিপ্রেজেণ্টটেটিভ হিচাপে সম্প্রতি কামত ভৰাই দিছে। মোমায়েকৰ লগত মাজনী আৰু ৰাজেনৰ তেনে সদ্‌ভাৱ নাই। সিহঁতে কয় যে সুৰেন ভৰালী মামা হ'ল কি হ'ল, তেওঁ কেৱল টকাহে চিনি পায়। তিনিমহলীয়া দালান উঠাইছে, মহা পইচাখোৰ! বেমাৰ ভাল হওঁক নহওঁক, প্রত্যেক বাবে ফিজ দিবই লাগিব। পাৰিলে মাক-বাপেকৰ পৰাও ফিজ আদায় কৰিব। ক'তো এপইচাও দান নিদিয়ে। কলেজৰ কামটো নামতহে। সকলোবোৰ জুনিয়ৰৰ হাতত এৰি দি নিজৰ চেম্বাৰত ৰোগী চোৱাত লাগি যায়।

ৰাজেনে মামাকৰ প্রসংগত কৈছিল বোলে, তেওঁ কেইবাটাও ক্লিনিকেল লেব'ৰেটৰিৰ লগত বিজনেছ ডীল্ ৰাখি কমিচন আদায় কৰে। দৰবৰ দোকানৰ লগতো ব্যৱসায়-চুক্তি আছে। মামীৰ নিসংগ জীৱন, ল'ৰা-ছোৱালী নাই। ক্লাবলৈ নগৈ কি কৰিব?

মাজনীয়ে সুধিছিল, তই হবলা মামাৰ ওচৰলৈ চান্দা বিচাৰি গৈছিলি? তই মোক কোৱা মনত আছে।

ৰাজেনে উত্তৰ দিছিল—তোৰ ভায়েৰে যাকে তাকে চান্দা খুজিবলৈ নাযায়। আমাৰ সংগ্ৰামী পৰিষদৰ ফালৰ পৰা এটা মোটা অংকৰ বৰঙণি বিচাৰি কেইজনমান কৰ্মী গৈছিল। মামাই দিম বুলিও নিদি পুলিচকহে খবৰ দিলে। তেতিয়াৰ পৰা মামাৰ ওপৰত পৰিষদৰ ৰোষ। মামাৰ কি টকাৰ অভাৱ আছে? ক'ত কিমান টকা আছে পৰিষদে পুৰা হিচাপ ৰাখিছে।

আচলতে তইঁত ল'ৰাবোৰ অলপতে গৰম হৈ পৰ। তইঁতক কোনোবাই ডনেশ্যন নিদিলে, দিবলৈ আপত্তি কৰিলে, প্ৰতিবাদ জনালে তইঁত অসন্তুষ্ট হৈ পৰ, যি মন যায় তাকে কৰি প্ৰতিশোধ ল'বলৈ কুণ্ঠাবোধ নকৰ। আনকি....

আনকি মানে? ৰাজেনে প্ৰশ্ন কৰিলে। বায়েকে কি ইংগিত দিলে ৰাজেনে বুজিব পাৰিছিল। কাৰণ, আজিকালি অপহৰণ, বিৰাট পৰিমাণৰ টকা দাবী, টকা নিদিলে বন্দুকৰ গুলী, মুক্তিপণ, লুণ্ঠন, হত্যা প্ৰভৃতি ঘটনাবোৰ সাধাৰণ বাতৰি হৈ পৰিছে।

তই কোন দলৰ মই নাজানো। কিন্তু তোৰ ওপৰত যে পুলিচৰ নজৰ আছে, সেইকথা মই জানো। ডি. আই. জি এজন আহি মাজতে দেউতাক লগ ধৰি তোৰ কথা সুধি গৈছে। তোক সাৱধানে থাকিবলৈ, আত্মগোপনকাৰী দলৰ লগত সংস্ৰৱ নাৰাখিবলৈ কৈ গৈছে।

সেইকথা মই শুনিছো। আচলতে বাইদেউ, কোনোবাই সংগঠিত হৈ ভাল কাম কৰিব খুজিলেই বহুত বাধা-বিঘিনি আহি পৰে। নানা ধৰণৰ মনে সজা ঘটনাৰ পাতনি মেলি সংগঠনটোক ধ্বংস কৰিবলৈ ষড়যন্ত্ৰ কৰে। পুলিচক মোৰ বিৰুদ্ধে কোনে কি লগাইছে, মই নাজানো। হয়তো কাৰোবাৰ স্বাৰ্থত ব্যাঘাত হৈছে বাবেই পুলিচে মোক ফান্দত পেলাবলৈ চেষ্টা কৰিছে।

মাজনীয়ে ভায়েকৰ বিদ্ৰোহী মনটো ভালকৈ জানে। সি সমাজৰ কদৰ্য চেহেৰাত যে অস্বস্তিবোধ কৰিছে নিদাৰুণ অস্বস্তি, তাক বুজে। সি মাজনীক কেতিয়াবা এনেকুৱা কিছুমান কথা কয়, যিবোৰ তাৰ দুঃসাহসৰ পৰিকল্পনা।

ৰাজেনৰ সংগ্ৰামী ভাব-ভংগীলৈ লক্ষ্য কৰি মাজনীয়ে কৈছিল,

বুজিছ ৰাজেন, ৰিভলিউশ্যন কৰা ইমান সহজ নহয়। তাতে...ৰাজেনে উত্তৰ দিছিল, "ৰিভলিউশ্যন বা সশস্ত্ৰ বিপ্লৱ সহজ নহয় মই জানো। কিন্তু আমাৰ দৰে এচাম ডেকা মানুহক অৱস্থা আৰু নিৰ্মম শোষণে ৰিভলিউশ্যানেৰী হ'বলৈ বাধ্য কৰিছে। আমি বৰ্তমানৰ শাসন ব্যৱস্থাৰ মুঠেই পক্ষপাতী নহওঁ। স্বাধীনতা লাভৰ

যি সুন্দৰ স্বপ্ন, ভৱিষ্যতৰ যি ৰঙীন কল্পনা সকলো আজি ধূলিসাৎ হৈ গ'ল। মই সাধাৰণ মানুহবোৰৰ মাজত সোমাই কি দেখিছো, জান? দেখিছো, সিহঁতৰ অৰ্থনৈতিক দুৰৱস্থাৰ কথা, জীয়াই থকা সংগ্ৰামৰ কথা। আজিৰ ভাৰতবৰ্ষত বুৰ্জোৱা শাসন চলিছে। কংগ্ৰেছ, সি. পি. আই, সমাজতন্ত্ৰী দলবোৰে ক্ষমতাৰ দখলৰ বাবে হেতা ওপৰা লগাইছে। ইটো দলে সিটো দলক গালি-গালাজ কৰিছে, নিৰ্বাচনত নামি ইদলে সিদলৰ বিৰুদ্ধে ডিঙি ফালি গৰম গৰম বক্তৃতা দিছে। ৰাজনৈতিক দলগত বিৰোধৰ দূৰত্ব ক্ৰমাৎ বাঢ়ি গৈছে। মানে কি জান বাইদেউ, ৰাজনীতি খেলা মানুহবোৰৰ আৱৰণ সলনি হৈছে, কিন্তু চৰিত্ৰ একেই আছে। ধনতান্ত্ৰিক আদৰ্শৰ লগত দলবোৰৰ মৌলিক পাৰ্থক্য নাই। আজি কোনো সজ আদৰ্শই কাম কৰা নাই। ভাৰতৰ সাধাৰণ মানুহবোৰ ধৰ্মান্ধতা, শিক্ষাবিহীনতাৰ সুযোগ লৈছে নিৰ্বাচনত নমা পাৰ্টিবোৰে। আমি বিচাৰিছো, গোটেই সমাজব্যৱস্থাৰ আমূল পৰিৱৰ্তন। তহঁতে আমাৰ সংগ্ৰামক সন্ত্ৰাসবাদ বা উগ্ৰবাদ যি নামেৰেই চিনাক্ত নকৰ লাগে, এটা কথা ঠিক যে আমি আজি সংকল্প লৈছো, সমাজৰ শৰীৰক তিল তিলকৈ ক্ষয় কৰি অহা যি ব্যাধি, তাক নিৰাময় কৰা, অসংগতি আৰু অশান্তিৰ বিষক্ৰিয়া আঁতৰ কৰা। দুখী-দৰিদ্ৰ মানুহবোৰক পোনহৈ থিয় কৰিবলৈ আমি গাৱেঁ ভূঞে সোমাই ফুৰিছো। তেওঁলোকে প্ৰতিবাদ কৰিবলৈ সাহস গোটাব লাগিব, শ্ৰেণী সংগ্ৰামৰ বাবে সংগঠিত হব লাগিব। কৃষি প্ৰধান দেশ এখনত মানুহে লঘোনে ভোকে মৰিব, সহ্য নহয়। কঠোৰ হৈ ৰাজেনে কথাখিনি কৈ পেলালে। মাজনীয়ে কল্পনাও কৰিব পৰা নাছিল যে তাইৰ ভায়েকে এনে ধৰণৰ দৃঢ়তাৰে কথাবোৰ ক'ব পাৰে? ৰাজেনৰনো বয়স কিমান? অৰ জন্মৰ কথা মাজনীৰ এতিয়াও ভাল কৈ মনত আছে। আজি সেই অকণমান ল'ৰাটোৰ মুখৰ পৰা এনে ধৰণৰ উত্তেজিত কথা শুনিব বুলি তাই ভাবিবই পৰা নাছিল।

মাজনীয়ে এটা কৃত্ৰিম হাঁহি মাৰিলে, যেন ৰাজেনৰ কথাত তাই ৰস পাইছে। 'তই কোৱা কথাবোৰ নতুন নহয়।' আগতেও এনেধৰণৰ কথা তোৰদৰে দেশ উদ্ধাৰকাৰী ল'ৰাবোৰে কৈ বেছ উত্তাপ বিয়পাইছিল। ডেকাবয়সৰ তেজৰ গতি কোবাল। সেইবাবে এনেধৰণৰ এটা বিপ্লবীবোধ প্ৰত্যেকৰে থাকে। তহঁতৰ তেজাল বক্তৃতাবোৰ শুনিবলৈ ভালেই লাগে। পিচে বাস্তৱত এনে বক্তৃতাৰ মূল্য নাই, কামত নাহে। অংকৰ হিচাপ মিলাব নোৱাৰি। তহঁতৰ বিপ্লৱে দেশ পৰিৱৰ্তন

নকৰে, কৰিব নোৱাৰে। তাতে, আমাৰ দেশত, য'ত কৰাপ্‌শ্যন, মূল্যবৃদ্ধি, স্থানীয় সমস্যা আৰু ৰাজনীতিৰ প্ৰভাৱ অত্যন্ত সক্ৰিয়। এটা সশস্ত্ৰ বিপ্লৱ গঢ়ি তোলা সম্ভৱ নহয়।

ৰাজেনে খন্তেক মাজনীক চাই অন্তৰংগ হ'বলৈ ক'লে, এই পৃথিৱীলৈ মানুহ সুদা হাতেৰেই আহে। মাকৰ কোলাত ডাঙৰ-দীঘল হওঁতে ভগৱানে মানুহৰ হাতত এখন অস্ত্ৰ দি নপঠায়। অৱস্থাৰ কঠোৰ আঘাতে, অন্যায়ৰ নিৰ্মম প্ৰহাৰে পীড়িত মানুহক বাধ্য কৰে হাতত অস্ত্ৰ তুলি ল'বলৈ। হাতত অস্ত্ৰ তুলি নোলোৱাকৈ যদি পৃথিৱীখন ধুনীয়া আৰু নিৰ্মল কৰিব পৰা গ'লহেঁতেন, তেতিয়াতো বিপ্লৱৰ কথাই নুঠিলহেঁতেন। শোষং'ৰ ক্ষমতা যাৰ হাতত আছে, সিহঁতৰ হাত অস্ত্ৰ-শস্ত্ৰৰে সু-সজ্জিত। হীন ষড়যন্ত্ৰ আৰু কু-অভিসন্ধিৰে সিহঁতে ক্ষমতাৰ বাহুবল অটুট ৰাখিব খোজে, জনসাধাৰণৰ ন্যায্য আন্দোলন মষিমূৰ কৰিব খোজে। নৃশংসভাৱে দমন কৰে প্ৰতিবাদ, বিৰুদ্ধাচৰণ আন্দোলন। নিৰীহ লোকে প্ৰাণ হেৰুৱাই গুলী-বাৰুদত। বিচাৰ নামত চলে প্ৰহসন।

মাজনীয়ে উত্তৰত কৈছিল, বলিষ্ঠ প্ৰত্যয় থকা সত্ত্বেও বিপ্লৱৰ ৰূপায়ণৰ ক্ষেত্ৰত সদায় থাকে সংশয়, অস্থিৰতা আৰু দলীয় স্ব-বিৰোধিতা। তহঁতৰ বিপ্লৱৰ উত্তৰণত আছে অসংগতি আৰু অৰ্ন্তদৃষ্টিৰ দুৰ্বলতা। চাৰিত্ৰিক অক্ষমতাৰ ফলত দলত উদ্বেগজনক পৰিস্থিতিৰ সূচনা হয়, দলত ভাঙোন ধৰে। সঁচাকথা, সমাজত বহুতো অসংগতি আছে, অপৰাধজনিত কাৰ্যকলাপ আছে, অবিচাৰ আছে। এইবোৰ সংস্কাৰ কৰিবলৈ সন্ত্ৰাসবাদৰ বাহিৰেও আন পন্থা আছে। তহঁতৰ উগ্ৰস্বভাৱে এনে পন্থা লোৱাত গুৰুত্ব নিদি কেৱল সশস্ত্ৰ বিপ্লৱৰ কথা মুখস্থ মাত', কিছুমান অবাস্তৱ তাৰ্কিক ব্যাখ্যা আওৰাই ফুৰ'। মই কিন্তু হিংসাত বিশ্বাস নকৰো। হিংসাই আমাৰ সমস্যা সমাধান নকৰে। অস্ত্ৰ-সস্ত্ৰৰে সমাজৰ পৰিবৰ্তন আনিব নোৱাৰে। He who lives by sword, dies by the sword। আৰু এটা কথা নহয়? আমাৰ মানুহবোৰে অস্ত্ৰই বা পাব ক'ত? আমি নিৰস্ত্ৰ, আমাৰ আদৰ্শ ধৰ্মীয় ভাৱধাৰাৰে পৰিপুষ্ট। আমাৰ স্বাধীনতা লাভ হৈছিল অহিংস সংগ্ৰামৰ যোগেদি। পিস্তল, বোমা-বাৰুদেৰে নহয়। গান্ধীজীৰ এই সংগ্ৰামো আছিল এক গণ-বিপ্লৱ।

প্ৰয়োজন হ'লে অস্ত্ৰ আমাৰ হাতলৈ আহিব, লাগে মাথোন এটা সংগ্ৰামীমন আৰু বলিষ্ঠ নেতৃত্বৰ সংগ্ৰামী অনুষ্ঠান। ৰাজেনে বায়েকক কছু আৰু ফৰাটী

বিপ্লৱৰ উদাহৰণ দি কৈছিল যে ভাৰতবৰ্ষৰ পংকিলতা দূৰ কৰিবলৈ সশস্ত্ৰ বিপ্লৱৰ বাহিৰে বিকল্প পথ নাই। ইয়াৰ বাবে আমি মৃত্যুকো নেওঁচি যাম। ৰাজেনৰ যুক্তিবোৰ মেচিনত তৈয়াৰী বাতৰিকাকত ওলোৱাদি ওলাই আহিছিল, এটাৰ পাছত আনটো যুক্তি। ৰাজেনে বায়েকৰ কথাত মান্তি হোৱা নাছিল। সি বায়েকক প্ৰত্যুত্তৰত কৈছিল, কিন্তু বাইদেউ, গান্ধীজীৰ নেতৃত্বত লাভ কৰা স্বাধীনতাই জানো আমাৰ পংকিলতা আঁতৰ কৰিব পাৰিলে? ভাৰতবৰ্ষ জানো শোষণমুক্ত হ'ল? অৰ্থনৈতিক দিশত আমি জানো আগুৱাব পাৰিছো? ... হিংসাৰ পথ ভ্ৰান্ত বুলি মই নাভাবো। আজি পৃথিৱীৰ সকলো ঠাইতে নিষ্পেষিত জনসাধাৰণে যি বিদ্ৰোহ কৰিছে, সেই বিদ্ৰোহ হিংসাৰে অন্যৰূপ। ৰাজনৈতিক অৱক্ষয় দূৰ কৰিবলৈ হিংসাৰ প্ৰয়োজন নাই বুলি নাভাবো। এনে পন্থা অবাস্তৱ বা অকাৰণ হ'ব নোৱাৰে। সমাজখন নিকা কৰিবলৈ হাতত অস্ত্ৰ তুলিলোৱা সময় আহিছে। চা, বাইদেউ, আজি পুৰণি ধ্যান-ধাৰণাৰ দিন উকলি গৈছে। আজিৰ নতুন পুৰুষে সামগ্ৰিক অধিকাৰৰ বাবে সংগ্ৰাম কৰিব লগা হৈছে। শ শ বছৰ ধৰি যি বিশ্বাসে, যি আনুগত্যই এসময়ত জনসাধাৰণক চমক লগাইছিল, প্ৰতিপত্তি লাভ কৰাত সহায় কৰিছিল, সেই বিশ্বাস আৰু আনুগত্যৰ প্ৰতি মানুহৰ আস্থা নোহোৱা হৈছে। গান্ধীজীৰ কথা বেলেগ। তেওঁৰ ব্যক্তিত্বত যাদু আছিল। জনসাধাৰণে তেওঁক স্বদেশী আন্দোলনৰ প্ৰধান পুৰুষ বুলি গণ্য কৰিছিল। তেওঁৰ অহিংসামন্ত্ৰক নৈতিক মূল্যবোধেৰে গ্ৰহণ কৰি তেওঁ প্ৰৱৰ্তন কৰা ধাৰাত সম্পূৰ্ণ সহযোগ কৰিছিল। আজি সেই মূল্যবোধ অন্তঃসাৰশূন্য হৈছে। দেউতাহঁতৰ দিনত ৰাজনৈতিক নীতিতত্ত্ব আছিল বেলেগ। দেউতাই স্বাধীনতা আন্দোলনত যোগ দি ইংৰাজ চৰকাৰৰ বিৰুদ্ধে প্ৰতিবাদ জনাই চৰকাৰী চাকৰি প্ৰত্যাখ্যান কৰিছিল। জেল খাটিছিল। ডেকাবয়সৰ দেশপ্ৰেমত দেউতাই বহুতো কষ্টভোগ কৰিছিল। এই কষ্টভোগ দেউতাৰ বাবে গৌৰৱৰ কথা আছিল। আজি কিন্তু ৰাজনৈতিক নেতাই তেওঁলোকৰ ওপৰত চলোৱা দলীয় অনুশাসন ভংগৰ হাৰাশাস্তিকো সগৌৰৱে দেশপ্ৰেমৰ বলিদান বুলিহে জহাই ফুৰে। ভাৰতবৰ্ষৰ ঐক্য ভংগ কৰিছে ৰাজনৈতিক দলবোৰে। বিভাজন ঘটাইছে দলীয় স্বাৰ্থ পূৰণ কৰিবলৈ। সকলোতে টকাৰ লেনদেন, টকাৰ দাম-দৰ। এইয়া হ'ল ভাৰতবৰ্ষৰ ৰাজনীতি। এইখন দেশত বাৰু, গান্ধীজীৰ প্ৰাসংগিকতা কিবা থাকিব পাৰে বুলি ভাব হয়নে? তইঁতে আৰু' ক' ভাৰতৰ গণতন্ত্ৰ সৰ্ববৃহৎ ...... কিন্তু বাইদেউ এই সৰ্ববৃহৎ গণতান্ত্ৰিক

দেশখনত মানুহে ৰাজনীতিৰ পাকচক্ৰত পৰি খাবলৈ নাপাই মৰিছে। দেশউদ্ধাৰে লাভবান কৰিছে— এদল ভ্ৰষ্টাচাৰী স্কাউণ্ডেলক। দৰিদ্ৰ জনগণে ক্ষোভ, বিৰক্তি আৰু অবিশ্বাসৰ মাজত ডুব গৈছে। ...বাৰু এইবোৰ কৈ অন্ত নাই। মূঠতে সেই ৰামো নাই, সেই অযোধ্যাও নাই। 'ইয়াৰ সৰল অৰ্থ হৈছে এইবোৰ শোচনীয় অবস্থাৰ পৰা ৰক্ষা কৰিবলৈ অস্ত্ৰ-শস্ত্ৰেৰে বিপ্লৱী সংস্থা গঠন কৰা। মই ওলাই যাব লাগিল। মিটিং আছে। পুলিচ আহিব পাৰে।" অশ্বমেধৰ ঘোঁৰা দৌৰাৰ দৰে ৰাজেন ওলাই গ'ল।

মাজনীয়ে ৰাজেন ওলাই যোৱা নিঃশব্দে চাই আছিল বহু সময় ধৰি। কান্ধত ওলোমাই লোৱা এটা কাপোৰৰ বেগ, পৰিধানত এটা ডাঠ কুৰ্তা আৰু পায়জামা, ভৰিত চেণ্ডেল। মাজনীয়ে অনুভৱ কৰিছিল যে ৰাজেনহঁতৰ দৰে ল'ৰাবোৰৰ ক্ষোভ, ক্ৰোধ, আৰু নৈৰাশ্যৰ মাত্ৰা ক্ৰমাৎ ধ্বংসাত্মক কাৰ্যকলাপলৈ গতি কৰিছে। এইয়া দেশপ্ৰেমৰ নামত প্ৰতিশোধ লোৱাৰ মানসিকতা। এক মাৰাত্মক অভিযান। ইহঁতে মানুহৰ প্ৰতি দয়া-মায়া বিসৰ্জন দিছে। ইহঁতৰ মাজত ৰক্তসম্বন্ধ, সামাজিক সম্বন্ধ নাই। বিচ্ছিন্নতা, বোমা-পিস্তলেৰে ইহঁতে দেশৰ সাৰ্বভৌমক্ষমতা আশা কৰে। এক পৰিকল্পিত গোপন কাৰ্যসূচীৰে ইহঁতে দেশব্যাপি সশস্ত্ৰ যোগাযোগ স্থাপন কৰিব খোজে। মাজনীয়ে ৰাজেনৰ কথা চিন্তাকৰি কিংকৰ্তব্যবিমূঢ় হৈ বহি থাকে। কিছু সময় মনেমনে ভাবি থকাৰ পাছত তাই নিজে নিজে কৈ পেলায়। 'ৰাজেনে ভুল কৰিছে, তাৰ এই পদক্ষেপ চৰম বিপদৰ আগজাননী। এইবোৰ কথা মা-দেউতাই গম পালে অৱস্থাটো কেনে হ'ব? তাক সন্ত্ৰাসবাদীদলৰ পৰা ওভটাই আনিবই লাগিব। তাৰ পন্থা যে ভুল, গৌৰৱৰ নহয়, সেইকথা তাক গুৰুত্ব সহকাৰে বুজাব লাগিব'। মাজনীৰ মনটো আতংকত চট্‌ফটাবলৈ ধৰিলে। এনেতে মাক মনোৰমা সোমাই আহিল। মাজনীক কিবা ভাবি থকা দেখি সুধিলে, 'কি হ'ল মাজনী? কি ভাবি আছ?'

মাজনীয়ে থতমত খাই ক'লে, 'নাই একো ভৱা নাই। ৰাজেনক ভাত দি কথা পাতি আছিলো।'

'তপনৰ কথা?'

'ওঁ' বুলি মাজনীয়ে শলাগি সুধিলে, 'দেউতা আহি পালেহি নহয়?'

'পালেহি। বহুত কথা, পাছত কম। তই সকলো শুনিবি।'

'ৰাজেন আক' ওলাই গ'ল নেকি, মাজনী'? উদ্বেগেৰে মাকে সুধিলে। 'এৰা

মা, শুলাই গৈছে।' অত্যন্ত বিষণ্ণমনেৰে মাজনীয়ে অন্যমনস্কহৈ উত্তৰ দিলে। মাকে লক্ষ্য কৰিলে যে ৰাজেনৰ কথা কওঁতে মাজনীয়ে যেন এটা সংকটৰ ইংগিত দিলে। তেওঁ স্বস্তিবোধ নকৰিলে। ভিতৰলৈ সোমাই যাব খোজোতেই দেখিলে, তপন আহিছে— তেতিয়া বেলা ভাটি দিওঁ দিওঁ হৈছে। আকাশত মেঘ জমিছে—আবেলিৰ পোহৰ ক্ৰমাৎ কমি আহি সন্ধিয়াৰ আগমন অপেক্ষা কৰিছে।



৬

তপনৰ বিয়া সংক্ৰান্তক কেন্দ্ৰ কৰি ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰখন অশান্তিৰে ভৰি গৈছিল। কোনেও তপনৰ পক্ষৰ হৈ মাত এষাৰো উচ্চাৰণ কৰা নাছিল। এদিন ভয় আৰু আশংকালৈয়ে তপনে দেউতাকৰ আগত থিয় হৈছিল। তপনে বুজিশুনিয়েই মাক-বাপেকৰ পৰা নিলগে আঁতৰি ফুৰিছিল। সি ভাবিছিল যে বিদ্যুৎ চৌধুৰীৰ জোঁৱাই হ'বলৈ যোৱাটো তাৰবাবে এক অভিশাপ। মাক-বাপেক, ভাই-ভনী কোনোৱে এই বিবাহত ভাল নাপায়। সকলোৰে মনত তাক কেন্দ্ৰ কৰি এটা অসন্তুষ্টিৰ ভাব বিৰাজমান। কোনেও তাৰ লগত ভাল ব্যৱহাৰ নকৰে, আগৰ দৰে হাঁহি-মাতি কথা নকয়। এখন ৰক্ষণশীল হিন্দু সমাজত এতিয়াও পুতেকলৈ ছোৱালী অনা বিষয়টো মাক-বাপেকৰ কৰ্তৃত্বৰ অন্তৰ্গত, একপ্ৰকাৰ অধিকাৰ। এই চলি অহা প্ৰথাটোৰ বিপক্ষে যোৱা মানেই এক অমাৰ্জনীয় পাপত লিপ্ত হোৱা। তাতে, মাক-বাপেক, ভাই-ভনীৰ মনত বিদ্যুৎ চৌধুৰীৰ প্ৰতি সমূলি ভাল ভাব নাই। সমাজত বিদ্যুৎ চৌধুৰীৰ সদ্‌নামতকৈ বদ্‌নাম বেছি। তেওঁৰ ছোৱালীক তপনে বিয়া কৰাবলৈ যোৱাটো নিৰ্লজ্জতা আৰু অমাৰ্জনীয় বুলি গণ্য কৰাটো একো অস্বাভাৱিক নহয়। ঘৰখনৰ পৰা কাৰো সদুত্তৰ আশা কৰিব নোৱাৰি। এইবোৰ ভাবি-চিন্তি তপনৰ মন অতিশয় অস্থিৰ হৈ পৰিছিল। বিদ্যুৎ চৌধুৰীয়েও তপনৰ দেউতাকৰ পৰা গম পাইছিল যে বিয়াখনৰ সংক্ৰান্তত তপনে মাক-বাপেকক প্ৰকাশ্যে একো জনোৱা নাছিল। তপনে স্থিৰ কৰিছিল যে সি তাৰ মনৰ কথা মাক-দেউতাকক খুলি ক'ব। সি ক'ব যে প্ৰতিভাক সি বিয়া কৰাবলৈ খাটাং সিদ্ধান্ত লৈছে। এতিয়া এই সিদ্ধান্ত পৰিবৰ্তন কৰা অসম্ভৱ। প্ৰতিভাক সি কথা দিছে। সেইকথা, সেই প্ৰতিশ্ৰুতি ৰক্ষা নকৰিলে তাৰ পাপ হ'ব, বিবেক দংশন হ'ব। সেই মুহূৰ্তত তপনৰ মনত স্বতঃস্ফূৰ্তভাৱে প্ৰতিভাৰ কথাকে মনত পৰিছিল। মনত পৰিছিল— প্ৰতিভাৰ সুন্দৰ চেহেৰাটো, তপনৰ প্ৰতি প্ৰদৰ্শন কৰা বিশ্বাস আৰু দেহ-মন প্লাবিত কৰা অনুকম্পা। তপনৰ মনত পৰিছিল— সি কেনেকৈ প্ৰতিভাৰ সৰ্বশৰীৰত শিহৰণ তুলি সাবটি কৈছিল, "বিশ্বাস কৰা প্ৰতিভা, যি কোনো পৰিস্থিতিৰে মই সন্মুখীন হৈ তোমাক পত্নীৰূপে গ্ৰহণ কৰাত কুণ্ঠাবোধ নকৰো। ঘৰৰ আপত্তিয়েও মোৰ অভিপ্ৰায় সলনি কৰিব নোৱাৰে। মই মা-দেউতাক লাহে লাহে সকলো কম, সৈমান নিয়াম।" প্ৰতিভাই জোৰেৰে

তপনক সাৱট মাৰি চুমা খাই বিভোল হৈছিল। কৈছিল, "কিয়, তোমাক বিশ্বাস নকৰিম? তোমাৰ বাবে মই অন্তঃকৰণ মুক্ত কৰি ৰাখিছো। ইয়াত তোমাৰ বাহিৰে আনৰ প্ৰৱেশ নাই।" তপনে মন দৃঢ়কৰি বাপেকৰ সন্মুখত থিয় দিছিল, কৈছিল, "দেউতা, মই মনস্থিৰ কৰিছো।"

স্থিৰ কৰিছ?

হয় দেউতা, স্থিৰ কৰিছো।

কি স্থিৰ কৰিছ, শুনো?

প্ৰতিভাক মই বিয়া কৰাম। কাৰণ.....

ৰ'লি কিয়? ক'.....

কাৰণ, মই তাইক বিয়া কৰাম বুলি কথা দিছো।

নিশ্চয় তই এই বিষয়ত বহুত দূৰ আগবাঢ়িছ?

তপনে উত্তৰ নিদি তলমূৰ কৰি ৰৈ গৈছিল।

"বিদ্যুৎ চৌধুৰীয়ে মোক কৈছে যে তই তেওঁৰ ছোৱালীৰ লগত বহুত দিনৰে পৰা হলি গলি কৰিছ। সঁচানে?" ধৰ্মেশ্বৰ হাজৰিকাই নিজক অলপ সংযত কৰি তপনৰ মুখৰফালে চালে। খোলা দুৱাৰখন বতাহৰ কোবত বন্ধ হৈ গ'ল। বৰষুণ আহিব যেন লাগিছে। ধৰ্মেশ্বৰ হাজৰিকাই সুধিলে, 'তহঁতৰ চিনাকি কিমান দিনৰ?' 'হ'ল কিছুদিন ....' তপনে গহীনাই উত্তৰ দিলে।

তপনে প্ৰতিভাক লগ পাইছিল এখন সাংস্কৃতিক অনুষ্ঠানত। খুউব় ভাল গান গাইছিল প্ৰতিভাই। তপনৰ বন্ধু সমীৰে কৈছিল যে প্ৰতিভা চৌধুৰী টপ্‌ৰেংকৰ গায়িকা। তেওঁৰ গানৰ এটা বেলেগ আমেজ আছে। নামী ওস্তাদৰ তলত গান শিকিছে। প্ৰতিভাৰ দৰে গায়িকা কমহে আছে। সেইদিনা গোয়েংকাসদনত কেন্দ্ৰীয় মন্ত্ৰীৰ সম্বৰ্ধনা উপলক্ষে যি সাংস্কৃতিক অনুষ্ঠান হৈছিল,— তাৰ মুখ্য আকৰ্ষণ আছিল প্ৰতিভা চৌধুৰীয়ে পৰিবেশন কৰা গীতৰ সমাবেশ। সমীৰে একপ্ৰকাৰ জোৰ কৰিয়েই তপনক লৈ গৈছিল অনুষ্ঠান উপভোগ কৰিবলৈ। প্ৰতিভাই প্ৰাণ ঢালি গান গাইছিল। দৰ্শকে হাত চাপৰিৰে গানৰ সুমধুৰ পৰিবেশনত সঁহাৰি জনাই গায়িকাক উৎসাহিত কৰিছিল। দৰ্শকৰ অনুৰোধত প্ৰতিভাই কেইবাটাও গান গাবলগা হৈছিল। অনুষ্ঠানৰ অন্ত হোৱাৰ পাছত প্ৰতিভাক মঞ্চলৈ আমন্ত্ৰণ জনাই কেন্দ্ৰীয় মন্ত্ৰীয়ে উচ্চ প্ৰশংসাৰে তেওঁলৈ আগবঢ়াইছিল সুগন্ধি ফুলৰ থোপা। এনে সাফল্যৰ আনন্দত প্ৰতিভা অভিভূত হৈ পৰিছিল। পুষ্পমালাৰ

থোপাটো বুকুতলৈ তেওঁ উৎফুল্লিত দৰ্শকক নমস্কাৰ জনাই গ্ৰীণৰুমলৈ সোমাই গৈছিল। গ্ৰীণৰুমত অপেক্ষা কৰি ৰৈ আছিল— সমীৰ, ব্যক্তিগতভাৱে অভিনন্দন জনাবলৈ। লগত আছিল তপন। সমীৰে তপনক চিনাকি কৰি দিছিল। তপন সঁচাকৈয়ে মুগ্ধ হৈছিল প্ৰতিভাৰ গান শুনি। একাগ্ৰ মনোনিৱেশেৰে সি প্ৰতিভাৰ গান উপভোগ কৰি নিজকে ভাগ্যবান ভাবিছিল। আগতে তপনে এনে ধৰণৰ আভিজাত্য সমাজৰ সংগ আৰু সংগীতৰ আনন্দ লাভ কৰা সুযোগ পোৱা নাছিল। চহৰৰ গণ্যমান্য লোকৰ আগমনে গোয়েংকাসদনৰ সেইদিনাৰ সন্ধিয়াটো মুখৰিত কৰি তুলিছিল। প্ৰতিভাৰ লগত তাৰ যি পৰিচয় ঘটিল—সেই পৰিচয়ে তাৰ মনত এক নতুন সজীৱতা আৰু উন্মুক্ততাৰ সূচনা কৰিলে। প্ৰতিভাৰ প্ৰতি তাৰ এটা অদম্য আগ্ৰহ উপজিল। সংগীতপ্ৰেমীৰ স্তৰৰ পৰা সি হৃদয়প্ৰেমী হ'বলৈ বাঞ্ছা কৰিলে। সেইদিন ধৰি তপনৰ অপেক্ষাকৃত, শান্তিপ্ৰিয় মনমন্দিৰত প্ৰতিভাৰ প্ৰতিবিম্বই এটুকুৰা কটা হীৰাৰ টুকুৰাৰ দৰে উজ্জ্বল সৃষ্টি কৰিলে। প্ৰতিভাৰ মোহনীয় ৰূপেগুণে তাক অপ্ৰত্যাশিতভাৱে টানি লৈ গ'ল সস্নেহ আকৰ্ষণৰ মায়াজাললৈ। ইয়াৰ পাছত দীৰ্ঘপথ অতিক্ৰান্ত হ'ল। শতগুণে বৰ্দ্ধিত হ'ল, তপন প্ৰতিভাৰ প্ৰেমভোগ নিবেদন। তপনে অতিবাহিত কৰিলে—প্ৰত্যাশাৰ সুখস্বপ্ন, বিনিদ্ৰ ৰজনীয়ে তাৰ যৌৱনক পীড়ন কৰিবলৈ আৰম্ভ কৰিলে।

কিছুদিন ধৰি তপনৰ এক মানসিক আলোড়ন চলিল। সি উপলব্ধি কৰিলে যে তাৰ মিলনৰ পথ সুগম নহয়। এতিয়াও বহু পৰীক্ষা বাকী। মাক-বাপেকক সি তাৰ অভিপ্ৰায়ৰ কথা কোৱাই নাই। মাক-বাপেকৰ সম্মতিবিনা তাৰ অভিলাষ পূৰণ সহজ নহয়, আশীৰ্বাদ আদায় কৰা যে কষ্টকৰ, কণ্টকময়, বাধা-বিকীৰ্ণ, সেইকথা সি নজনা নহয়। যদি এই প্ৰস্তাৱে ঘৰখনৰ লগত তাৰ সম্পৰ্কচ্ছেদ কৰে, তেতিয়া কি হ'ব? বিদ্যুৎ চৌধুৰীয়ে ইফালে তপনক বিয়াখন ৰেজিষ্টাৰী কৰিবলৈ খৰধৰ লগাইছে। তপনে মাক-বাপেকৰ মতৰ বিৰুদ্ধে যোৱাটো বৰ দুৰ্ভাগ্যজনক নহ'ব জানো? তেওঁলোকে কম আঘাত পাবনে? ঘৰখনত তাৰ অভিপ্ৰায়ে নিশ্চয় গভীৰ ক্ষতি সাধন কৰিব! কিন্তু নহয়, আৰু পলম কৰা উচিত নহয়। তপনৰ দেউতাকে বিদুৎ চৌধুৰীৰ ঘৰলৈ গৈ সকলো গম পাই আহিছে, অপমানিত হৈছে। তপনে মনটো দৃঢ় কৰি বাপেকৰ সন্মুখত থিয় দি কৈ পেলাইছিল, সি প্ৰতিভাক বিয়া কৰাব।

ধৰ্মেশ্বৰ হাজৰিকাই পুতেকৰ মুখলৈ চাই ভাবিছিল—তেওঁৰ অনুমান মিছা

নহয়। বিদ্যুৎ চৌধুৰীয়ে তেনেহ'লে নিশ্চিন্ত হৈয়ে বিয়াখন পতাৰ কথা বাৰে বাৰে কৈছিল। কৈছিল, তপনে তেওঁৰ ছোৱালীজনীক বিয়া কৰাব বুলি স্পষ্ট অভিমত দিছে।

ধৰ্মেশ্বৰ হাজৰিকাই তপনক সুধিছিল,

তেনেহ'লে, এই সিদ্ধান্ত তোৰ নিজৰ, আমাৰ মত অভিমতৰ প্ৰয়োজন অনৰ্থক। নহয় নে?

মনোৰমা ভিতৰৰ পৰা সোমাই স্বামীৰ কাষত বহি পুতেকৰ ফালে অসহায় দৃষ্টিৰে চাইছিল। পুতেকক বুজোৱা কোনো লাভ নাই। সেই চেষ্টা অৰ্থহীন। তাৰ বিয়াৰ আগ্ৰহ ইমান প্ৰবল যে সি এতিয়া কোনো উপদেশকে মানিব নোখোজে। আজিকালি নিজৰ ল'ৰা-ছোৱালীকো ভাল কথা ক'লে ফল বিপৰীত হয়। এইটো খুব অস্বাভাৱিক বুলিব নোৱাৰি। প্ৰতি মুহূৰ্ততে ল'ৰা-ছোৱালীয়ে বিৰুদ্ধে যাব খোজে। দিনকাল এনে হৈছেই। পিতা-পুত্ৰৰ সম্পৰ্ক ক্ৰমাৎ আঁতৰি গৈছে...কিন্তু সংসাৰৰ সকলো নিয়ম কি অচল, সকলো চকৰি কি নিঃশব্দ? কিমান আশা, কিমান কল্পনা, পুতেকলৈ মনে খোৱা এজনী বোৱাৰী আনিব, ঘৰলৈ লক্ষ্মী আহিব, ঘৰখন নদন বদন হৈ উঠিব... কিন্তু সকলো ধূলিস্যাৎ হৈ গ'ল। মনোৰমাই বিহ্বল দৃষ্টিৰে তপনলৈ চাই স্বামীক কৈছিল,

"আপুনি কিয় আপত্তি কৰিছে? সি বিয়া কৰাবই। সকলো ঠিকথাক কৰিহে সি আমাক খবৰটো দিছে।" মৃদু কঠোৰতাৰে মনোৰমাই ক'লে, ...আৰু ভাল নালাগে। আমাৰ কথা সি নুশুনে। তাক বিয়াখন কৰিবলৈ কওঁক। আমাৰ যি হয় হওঁক...

ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাক মনে মনে থাকিবলৈ ইংগিত দিলে। তেওঁ বুজিছিল যে মনোৰমাই কম বেজাৰত পুতেকক এনে কথা কোৱা নাই। তপনলৈ চাই তেওঁ প্ৰশ্ন কৰিলে—

বিদ্যুৎ চৌধুৰী চহকী মানুহ, কিমান ক্ষমতা, কিমান অৰ্থ, কিমান প্ৰতিপত্তি! আমিতো দুখীয়া মানুহ। কপালৰ ঘাম পেলাই বহুকষ্টে তইঁতক মানুহ কৰিছো। ভাল শিক্ষা দিয়াইছো। ...তই আমাৰ অৱস্থাৰ কথা ছোৱালীজনীক কৈছ'নে?

কৈছো, সকলো কৈছো—

শুনি তাই কি ক'লে?

মোক সেইবোৰ চিন্তা কৰিবলৈ বাৰণ কৰিছে। কৈছে, সকলো ব্যৱস্থা হৈ যাব,

ধনী-দুখীয়াৰ প্ৰশ্ন নাই। ‘তেন্তে এই নিঃশংক হৈয়ে সংসাৰ পাতিবলৈ স্থিৰ কৰিছ’?

বাপেকৰ প্ৰশ্নৰ উত্তৰ নিদি তপনে কৈছিল—

দেউতা, ঘৰ-সংসাৰ কৰিবলৈ মই ভাবি-চিন্তিয়েই এই সিদ্ধান্ত লৈছো। আপোনালোকে আশীৰ্বাদ দিয়ক। ধৰ্মেশ্বৰ হাজৰিকাই বহাৰ পৰা উঠিল। মনোৰমাক ক’লে,

মনোৰমা, সি বিয়া কৰাবলৈ খাটাং সিদ্ধান্ত লৈছে। আমি হকাবধা কৰা লাভ নাই। সি আমাৰ আশীৰ্বাদ বিচাৰিছে। ভাবিবৰ কি আছে? তাক আশীৰ্বাদ দিয়া। যাহওঁক এটা অনিশ্চয়তা দূৰ হ’ল। তাৰ ভাগ্যত যি আছে হ’ব।

তপনে প্ৰথমতে দেউতাকক, পাছত মাকক ভৰিছুই সেৱা কৰি লাহে লাহে ওলাই গ’ল। ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাই তপন ওলাই যোৱা দৃশ্যটো চাই থাকিল, নিৰ্বাক, নিথৰ আৰু অচল ভাৱে। আৰু ভাবিলে, ল’ৰা-ছোৱালী কেৱল শৈশৱকালটোহে মাক-বাপেক বা অভিভাৱকৰ শাসনত থাকে। ডাঙৰ হ’লে সিহঁতৰ ভাৱ-ভংগী, গতি-গোত্ৰ বেলেগ হৈ পৰে। সিহঁতে তেতিয়া ভাৱে, মাক-বাপেকৰ অহৰহ উপদেশ দিয়াটো অনুশাসনৰ এটা পদ্ধতি যিটো সদায় গ্ৰহণীয় নহয়। বন্ধনমুক্ত হোৱাটো যুগধৰ্ম। পাৰিবাৰিক ছত্ৰছায়াত থকাটো সিহঁতৰ বাবে যেন এটা শাস্তি, এটা ভয়াবহ উৎপীড়ন। ইয়াৰ পৰা ওলাই যাব পাৰিলেই সিহঁতে যেন শান্তি পাব!



তপনৰ সিদ্ধান্তত ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাই দুখ পাইছিল, শোকাতুৰ হৈছিল। তথাপি সেই দুখ, সেই মনস্তাপ সান্ত্বনা বিহীন নাছিল। বেদনাৰ তীব্ৰতা যদিও বেছি তথাপি মাক-বাপেক হিচাপে তেওঁলোকে পুতেকৰ মংগল কামনা কৰি ভগৱানক প্ৰাৰ্থনা জনাইছিল শান্তিৰ বাবে, দুখ সহ্য কৰিবলৈ শক্তিৰ বাবে। হাজৰিকাই স্ত্ৰী মনোৰমাক সান্ত্বনাদি কৈছিল, "মনোৰমা, দুখ নকৰিবা। ইয়াত আমাৰ হাত নাই। আজি সমাজত ল'ৰাৰ এনে মানসিকতা একো অস্বাভাৱিক নহয়। চাবলৈ গ'লে তপনে আমাক অশ্ৰদ্ধাও কৰা নাই। পিতৃ-মাতৃ হিচাপে আমাৰ সন্তানৰ প্ৰতি যি অপত্য স্নেহ তাক আমি হয়তো বিসৰ্জন দিব নোৱাৰিম। তাৰ যদি অপৰাধ হৈছে বুলি ভাবিছা, তেতিয়া মই কওঁ, তাক তুমি ক্ষমা কৰা। অপত্য স্নেহৰ যি জৈৱিক বন্ধন সেই বন্ধন সংকীৰ্ণ পৰিসৰৰ মাজত আবদ্ধ নৰখাই মংগলদায়ক হ'ব। সংসাৰ ধৰ্মৰ এটা পৰিহাস বুলি ভাবি আমি তপনক ক্ষমা কৰিব লাগিব। তাৰ ভাল হওঁক, তাৰ সংসাৰ সুখৰ হওঁক, সিহঁত ভালে কুশলে থাকক।" হাজৰিকাই প্ৰয়াত চাহাবুদ্দিন মাষ্টৰে কোৱা এষাৰ কথা মনত পেলাই মনোৰমাক কৈছিল, "মানুহৰ জীৱন এটা কৌতুক মাথোন। জীৱনৰ খেলখন ক'বলৈ গ'লে এখন ব্যংগৰ আলেখ্য। আমি নিজৰ স্বাৰ্থৰ কথা, মায়া-মমতাৰ কথাত বেছি গুৰুত্ব দিওঁ বাবেই ইয়াৰ ব্যতিক্ৰম ঘটিলে মনোকষ্ট পাওঁ। তপনে বিদ্যুৎ চৌধুৰীৰ ছোৱালীজনীক ভাল পাইছে, বিয়া কৰাব খুজিছে। এই বিয়াত সি হয়তো সাৰ্থকতা বিচাৰিছে। আমি আমাৰ বিবেচনা মতে আপত্তি কৰিছিলো, বুজনি দিছিলো। সি পতিয়ন নগ'ল যেতিয়া আমি বাস্তৱক বিনাদ্বিধাই স্বীকাৰ কৰি ল'ব লাগিব। তপনক সপত্নীৰে গ্ৰহণ কৰিব লাগিব।" মনোৰমাই সমাজখনৰ কথা কৈছিল। কৈছিল,— "মানুহে এতিয়া আমাক ঠাট্টা-মস্কৰা নকৰিবনে? নাহাঁহিবনে? আপোনাৰ অপযশ ৰতি নুফুৰিবনে?" মনোৰমাৰ চকুপানী ওলাইছিল, আঁচলেৰে চকুপানী মুছি গ্লানি আৰু সন্তাপৰ বেদনা ব্যক্ত কৰিছিল। হাজৰিকাই উত্তৰত কৈছিল যে তেওঁ নিজৰ জীৱনত নিষ্ঠুৰ দাৰিদ্ৰ্য, লাঞ্ছনা আৰু ব্যৰ্থতাৰ তিক্ততা ভালকৈয়ে ভোগ কৰিছে, এই ইতিহাস কৰুণ অভিজ্ঞতাৰ অধ্যায়। "এতিয়া আৰু মই এইবোৰত বিচলিত নহওঁ। এইবোৰ মই অতিক্ৰান্ত কৰিছো, সকলো অন্তৰায় সহজভাৱে ল'বলৈ শিকিছো। এই সেতুবন্ধন

মোৰবাবে অভেদ্য নহয়। দুখত কষ্ট পাওঁ সঁচা, কিন্তু, মোৰ আত্মগ্লানি নাই। সেয়েহে, আজি তপনে বিয়াৰ ইচ্ছা ঘোষণা কৰাত তাৰ প্ৰতি মোৰ কোনো আক্ৰোশ হোৱা নাই। সি, চাবলৈ গ'লে কোনো অন্যায় প্ৰস্তাৱ দাবী কৰা নাই।" মনোৰমাই অনেক সময় ধৰি স্বামীৰ কথাবোৰ শুনিলে। স্বামীৰ সহনশীলতা, ধৈৰ্য আৰু সৰ্বোপৰি দৃঢ়বিশ্বাসৰ বজ্ৰ ঘোষণাত তেওঁৰ বিষণ্ণহৃদয় বহুত লঘূ হ'ল। ভাবিলে, তেওঁ পৰম ভাগ্যৱতী, এনে জ্ঞানী, আত্মবিশ্বাসী স্বামী কেইজনৰ আছে? ধিক্কাৰ নাই, কটুক্তি নাই, আছে ক্ষমা আৰু সুগভীৰ দয়া। পূৰ্ণিমাৰ জোনৰ পোহৰে আন্ধাৰবোৰ খেদি পঠিওৱাৰ দৰে স্বামীৰ যুক্তিবোৰে তেওঁৰ মনৰ আন্ধাৰবোৰ আঁতৰ কৰিলে।

ক'বলৈ গ'লে, ধৰ্মেশ্বৰ হাজৰিকা মনেপ্ৰাণে এজন গান্ধীবাদী ব্যক্তি। নগাওঁৰ বৰহমপুৰ অঞ্চলৰ পুৰণি পৰিয়াল এটাত তেওঁ জন্মগ্ৰহণ কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনৰ বতাহে তেওঁৰ তেজ উতলা কৰি, প্ৰাণপ্ৰবাহ "স্বৰাজ আমাৰ জন্ম স্বত্ব" মহামন্ত্ৰেৰে স্পন্দিত কৰিছিল। শিক্ষাৰ ক্ষেত্ৰত তেওঁ স্নাতক মহলাতকৈ বেছি উধাব নোৱাৰিলে। ঘৰৰ অৱস্থা, কোনোমতে খাই- বৈ থকা, খেতিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল। আকালো নাই, ভৰালো নাই। স্বাধীনতাৰ গতি উত্তাল হৈ উঠাৰ সময়তে কংগ্ৰেছী ভলণ্টিয়াৰ হৈ ধৰ্মেশ্বৰে ঘৰৰ বাহিৰ হৈছিল, গাৱেঁ-ভূঞে দেশনেতা ভূঞাৰ লগত গান্ধীৰ অহিংসবাণী আৰু অসহযোগ আন্দোলনৰ মূল উদ্দেশ্য প্ৰচাৰ কৰাত ব্ৰতী হৈছিল। হাজৰিকা আছিল সেৱাদলৰ অধিনায়ক। তেওঁৰ হাতত তিৰংগ পতাকা, (সৌ-যে উৰিছে স্বৰাজ-নিচান— বন্দেমাতৰম্) জাতি-বৰ্ণ নিৰ্বিশেষে অগণন ৰাইজ ওলাই আহিছিল আলিবাটলৈ। ভূঞাই সমূহ ৰাইজৰ আগত উত্তেজক ভাষণ দিছিল, গাৱঁৰ জীয়ৰী- বোৱাৰীয়ে য'তৰত সূতা কাটিছিল, বিদেশী ইংৰাজক খেদি স্বদেশক মুক্ত কৰিবলৈ ডেকা-ল'ৰাবোৰে আন্দোলনত জপিয়াই পৰিছিল। কাৰো ভয়, শংকা আৰু পুলিচৰ ভয় নাছিল। গোটেই দেশখনৰ ৰাইজে অহিংসমন্ত্ৰেৰে বলীয়ান হৈ জেললৈ যাবলৈ ওলাই আহিছিল। ধৰ্মেশ্বৰ হাজৰিকা তেতিয়া ডেকা, স্কুলীয়া ছাত্ৰ। নেতাৰ আহ্বানত তেওঁ আৰু আন ল'ৰাবোৰে স্কুল এৰি ধৰ্মঘটত যোগ দিছিল। হেডমাষ্টৰৰ কোনো উপদেশ, ধমকি তেওঁলোকে গ্ৰাহ্য নকৰিছিল। ল'ৰাবোৰৰ মূৰত গান্ধীটুপি, গাত খদ্দৰৰ চুৰিয়া, পাঞ্জাবী, সুদাভৰি, সিহঁতে বন্দেমাতৰম্, মহাত্মা গান্ধীৰ জয়, ভাৰতমাতাৰ জয়ধ্বনি তুলি কাছাৰিৰ সন্মুখত গোট খাইছিল।

কাছাৰিৰ সন্মুখত থকা ফিল্ডখনত এখন ৰাজহুৱা সভা বহিছিল আৰু ইয়াত ভূএগ্র আছিল প্রধান বক্তা। জিলা কংগ্রেছৰ ভালেকেইজন আগশাৰীৰ নেতাই বক্তৃতা অনুষ্ঠানত ভাগলৈ অসহযোগ আন্দোলনৰ সাৰমর্ম ৰাইজক ব্যাখ্যা কৰিছিল' সেৱাদলৰ পক্ষৰ পৰা অধিনায়ক ধর্মেশ্বৰ হাজৰিকাই এটা দীঘলীয়া বক্তৃতাদি সমূহ ৰাইজৰ মনত এটা জোকাৰণি তুলিছিল। গোটেই সভাস্থলিত তেতিয়া বন্দেমাতৰম্, মহাত্মা গান্ধীৰ জয়ধ্বনিৰে মুখৰিত হৈছিল। দূৰত এদল পুলিচে সভাৰ আলেখ লেখ আলেঙে আলেঙে চাই ... ল। সভা ভংগ হোৱাৰ আগ মুহূর্তত হঠাৎ দেখা গ'ল— পুলিচৰ দল আগবাঢ়ি আহি নিৰস্ত্র জনতাৰ ওপৰত জপিয়াই পৰিল, লাঠি চালনা কৰি অনেকক ঘাইল কৰিলে। ভূএগ্র প্রভৃতি নেতাসকলক ধৰি থানলৈ নিলে। ধর্মেশ্বৰ হাজৰিকাকো লৈ গ'ল। তেওঁৰ মূৰত লাঠিৰ কোব পৰিছিল—মূৰ ফাটি তেজ ওলাইছিল। ধর্মেশ্বৰ হাজৰিকায়ো আইন অমান্য আন্দোলনত আগভাগ লোৱাৰ বাবে এবছৰ ফাটেক খাব লগা হ'ল। দেশ স্বাধীন কৰিবলৈ তেওঁ সর্বস্ব পণলৈ ওলাই আহিছিল। সত্য কথা ক'বলৈ হ'লে, ধর্মেশ্বৰ হাজৰিকাই নিজৰ ভৱিষ্যতৰ কথা ভবা নাছিল। তেওঁৰ বিশ্বাস আছিল যে গান্ধীজীৰ নেতৃত্বত গঢ়লোৱা অহিংস আন্দোলনে ভাৰতবর্ষৰ মুক্তি বাস্তৱত পৰিণত কৰিব। দেশৰ মানুহক বিভিন্ন গঠনমূলক কামত ব্রতী কৰিবলৈ, মাদকদ্রব্য পৰিহাৰ কৰিবলৈ, অস্পৃশ্যতা দূৰ কৰিবলৈ, হৰিজন সকলৰ উন্নয়ন আৰু শিক্ষাৰ বহুল প্রচলন কৰিবলৈ, সাম্প্রদায়িক মিলাপ্রীতি অক্ষুণ্ণ ৰাখিবলৈ যুগুত কৰা কংগ্রেছৰ আঁচনিক তেওঁ সর্বতোপ্রকাৰে ফলৱতী কৰিবলৈ সংকল্প লৈছিল। ১৯৪২ চনৰ আন্দোলনত তেওঁ প্রত্যক্ষভাৱে জড়িত হোৱা নাছিল। কাৰণ, সেই সময়ত ঘটা বহুতো ধ্বংসাত্মক, প্রতিহিংসামূলক কার্যসূচীত তেওঁ মুক্তমনেৰে সমর্থন জনাব পৰা নাছিল।

১৯৪৭ চনত ভাৰতবর্ষ স্বাধীন হোৱাৰ পাছত ধর্মেশ্বৰ হাজৰিকাই প্রাইভেট পৰীক্ষা দি বি. এ. পাচ কৰি ধৰমতুলৰ এখন বে-চৰকাৰী স্কুলত মাষ্টৰী চাকৰি এটা কৰিছিল। জেলত থাকোতেই ধর্মেশ্বৰ হাজৰিকাই মাক-বাপেকক হেৰুৱাই নিঠৰুৱা অৱস্থাত পৰি কষ্ট ভুগিছিল। জেলৰ সীমিত পৰিবেশৰ মাজতে তেওঁ পঢ়াশুনা কৰি জ্ঞান লাভ কৰাৰ হাবিয়াস অব্যাহত ৰাখিছিল। ধৰমতুলত থকা সময়তে তেওঁ মনোৰমাক বিয়া কৰায়। ধর্মেশ্বৰ হাজৰিকাই এতিয়াও পাহৰা নাই কি পৰিস্থিতিত তেওঁ মনোৰমাক বিয়া কৰালে। মনোৰমা তেতিয়া দশমমান

শ্ৰেণীৰ ছাত্ৰী। ঘৰৰ অৱস্থা নিতান্তই বেয়া। বাপেকৰ খেতি খোলা নাই। হাজিৰা কাম কৰি ঘৰখন কোনোমতে চলায়। মাক বাত বেমাৰী। এটাৰ পাছত আনটো বেমাৰ লাগি থাকে। ল'ৰা-ছোৱালী পাঁচোটা। মনোৰমা ডাঙৰ। বাপেকে দুজনী বিয়া কৰাইছিল। প্ৰথমজনীৰ ছোৱালী মনোৰমা। মাক অকালতে ঢুকাল। পগলা কুকুৰে কামুৰিছিল। গাৱঁতে চিকিৎসা কৰিছিল— মাখন কম্পাউণ্ডাৰে। গাওঁখনত তেৱেঁই ডাক্তৰ। তিনিটামান বেজি দিছিল। কিন্তু কামত নাহিল। মনোৰমাৰ মাক আদবয়সতে মৰি থাকিল। বাপেকে তিনিমাহ পাৰ নৌহওঁতেই মালতী বোলা এজনী দাবনীক চপাই ললে। মালতীৰ ফালৰ পৰা দুটা ল'ৰা আৰু দুজনী ছোৱালী। ঘৰখনৰ সম্পূৰ্ণ দায়িত্ব মনোৰমাই বহন কৰিব লাগে। মাহীমাক বেমাৰী, বিচনাতে থাকে। বাপে· ·াকে বাহিৰে বাহিৰে। হতভগীয়া মানুহটোৰ দুখ আৰু দাৰিদ্ৰ্য, অপমান আৰু ·ন্ত্ৰণা বুজিয়েই মনোৰমাই ঘৰখনৰ প্ৰায়বোৰ লেঠা মাৰে। ইয়াৰ মাজতে মনোৰমাই পঢ়িব লাগে, প্ৰবেশিকা পৰীক্ষাৰ বাবে সাজু হ'ব লাগে। বৰ অসহায় যেন লাগে মনোৰমাৰ! এনে এটা অৱস্থাতে মনোৰমাহঁতৰ ঘৰত এটা অঘটন ঘটিল। বাপেক ঘৰত নাছিল। ঘৰলৈ উভতি আহোতে সদায় ৰাতি এঘাৰটা বাজে। ভাত দিবলৈ মনোৰমা ৰৈ থাকে। বাকীবোৰক খুৱাইমেলি মনোৰমাই বাপেকৰ বাবে ৰৈ থকা সময়খিনিতে কিতাপ মেলি অলপ পঢ়া-শুনা কৰে। চকুহাল টোপনিয়ে জপাই আনিছে। এনেতে দুৱাৰত কোনোবাই টুকুৰিওৱা শব্দ শুনি মনোৰমাই ভয়াৰ্ত দৃষ্টিৰে দুৱাৰখনৰ ফালে চালে। বাপেক আহিলে বাহিৰৰ পৰাই মনো বুলি মাতে। এইয়া নিশ্চয় বাপেক অহাৰ সংকেত নহয়। দুজন পুলিচে মনোৰমাৰ বাপেকক হাত কেৰেয়া দি টানি লৈ আহিছে। দুৱাৰখন খুলি মনোৰমাই এই দৃশ্য দেখি ভয়ত সন্ত্ৰস্ত হৈ উঠিল। পুলিচৰ অভিযোগ—মনোৰমাৰ বাপেকে এটা চুৰি কেছত ধৰা পৰিছে। এগৰাকী মহিলাৰ ডিঙিৰ পৰা এডাল সোণৰ নেকলেচ্ চুৰ কৰি পলাব খোজোঁতেই মানুহৰ হাতত ধৰা পৰি বাপেকক থানাত চমজাই দিয়া হৈছে। বাপেকে চিঞৰি কৈছিল—"মিছা, মিছা কথা, মোক এনেয়ে অভিযুক্ত কৰি ধৰি আনিছে। মই চোৰ নহয়। কাম কৰি খোৱা মানুহ।" পুলিচে ধমক্ দি ক'লে, ঘৰটো আমি খানাতালাচ কৰিম। নেকলেচ্‌ডাল ক'ত লুকাই থৈছ, ক'ব লাগিব। মনো· প্ৰমুখ্যে গোটেই ঘৰখনত এটা কান্দোনৰ ৰোল উঠিল। পুলিচে গোটেই ঘৰখন লণ্ডভণ্ড কৰি চুৰিমাল বিচাৰি চলাথ কৰি নাপাই পুণৰ মনোৰমাৰ বাপেকক

জীপত ভৰাই লৈ গ'ল। মাৰ্জৰাতিখন ঘৰত সকলোৱে কন্দাকটা কৰা প্ৰতিবেশীয়ে শুনিও ওলাই নাহিল। ভাবিলে, ভাবিতৰ ঘৰত চোৰে সিন্ধি খান্দি বয়বস্তু কাঢ়ি নিছে, নহয়, ভাবিতৰ বেমাৰী ঘৈণীয়েকজনী মৰিছে। পুৱা খবৰটো ল'ব বুলি সকলোৱে নিতাল মাৰিলে। বুজা গ'ল, প্ৰতিবেশী কোনোৱেই বিপদত আগবাঢ়ি আহি মনোৰমাহঁতৰ ঘৰতনো এই মাজৰাতিখন কি অঘটন ঘটিছে জানিবৰ বাবে উৎসুক নহয়।

ধৰ্মেশ্বৰ হাজৰিকা য'ত থাকে সেই ঘৰটো মনোৰমাহঁতৰ ঘৰৰ পৰা বেছি আঁতৰত নহয়। তেওঁ মনোৰমাক এবাৰ নে দুবাৰ লগ পাইছে, স্কুলৰ পৰীক্ষাৰ সংক্ৰান্তত। ছোৱালীজনীৰ এটা মোহনীয় ব্যক্তিত্ব আছে যি তাইক এটা সুষমা দান কৰিছে। এই সুষমাই সকলোকে সহজে আকৰ্ষণ কৰিব পাৰে। সুন্দৰ দুটা চকু, সুগঠিত দেহ লাৱণ্য। ছোৱালীজনী পঢ়া-শুনাত অধিক মনোযোগী। যিখন ঘৰত তাই জন্মগ্ৰহণ কৰিছে, ডাঙৰ-দীঘল হৈছে, সেইখন ঘৰৰ অৱস্থা যে কেনেকুৱা সেইকথা ধৰ্মেশ্বৰ হাজৰিকাই গম ধৰিব পাৰিছে। তেওঁ সহকৰ্মী যোগেন দত্তৰ মুখৰ পৰা গম পাইছে যে সৰুকালৰে পৰা ছোৱালীজনী বিষয়-বুদ্ধিত অতি প্ৰখৰ। সম্বন্ধত যোগেন দত্ত সিহঁতৰ দূৰ মোমায়েক। ঘৰখনত টানে বিপদে তেওঁ ইটো-সিটো দি সহায়ো কৰে। তেওঁৰ উৎসাহতে মনোৰমাই ঘৰুৱা বিপদ-আপদ, অভাৱ-অনাটনৰ মাজতো পঢ়া-শুনা কৰি সু-খ্যাতি অৰ্জন কৰিছে। প্ৰথম স্থান পাই সকলোৰে প্ৰীতি ভাজন হৈছে।

মনোৰমাৰ ঘৰত পুলিচ সোমোৱা বাতৰিটো বিজুলী সঞ্চাৰে অঞ্চলটোত বু-বু-বা-বা হ'বলৈ পলম নালাগিল। আনকি, মনোৰমাৰ চৰিত্ৰৰ ওপৰতো কোনো কোনোৱে বিৰূপ আৰু অকথ্য কথা প্ৰচাৰ কৰিলে। আনৰ বিপদত সহায় কৰা ধৰ্মেশ্বৰ হাজৰিকাৰ চাৰিত্ৰিক বৈশিষ্ট্য। তেওঁ যেতিয়া জানিব পাৰিলে যে মনোৰমাহঁতৰ ঘৰত কিবা বিপদ হৈছে, তেওঁ খবৰটোনো কি সবিশেষ জানিবলৈ ততাতৈয়াকৈ মনোৰমাহঁতৰ ঘৰ পালেগৈ। মনোৰমাহঁত চোতালত বহি মূৰে কপালে হাত দি বৈ আছিল। আগত আহি ধৰ্মেশ্বৰ হাজৰিকা থিয় হোৱা দেখি সকলোৱে কিছু যেন সকাহ পালে। তেওঁ আদ্যোপান্ত শুনি বুজিবলৈ বাকী নাথাকিল যে কোনোবা অসৎ চৰিত্ৰৰ মানুহৰ চক্ৰান্তত ঘৰখন নিঠকৱা কৰি মনোৰমাক প্ৰলোভন দেখুৱাই কুশ্ৰী অভিপ্ৰায় চৰিতাৰ্থ কৰিবলৈ তাইৰ বাপেকক মিছা, মনে সজা চুৰি কেছত পেলাইছে। ধৰ্মেশ্বৰ হাজৰিকাই জানে যে দৰিদ্ৰ মানুহৰ প্ৰতি

পুলিচৰ উৎপীড়ন বেছি। স্বাৰ্থৰ ক্ষেত্ৰত হীন মনোবৃত্তিৰ মানুহে পুলিচৰ সহায়ত অসহায়জনক, ক্ষুধাৰ্ত পৰিয়ালক বাচ-বিচাৰ নোহোৱাকৈ ধৰ্‌পাকৰ্ কৰি পইচা বিচাৰে। মনোৰমাইঁতৰ লাজ আৰু অপমানৰ গ্লানি, সাংসাৰিক বিপৰ্যয় আৰু অপযশৰ কথা চিন্তা কৰি তেওঁ মনোৰমাক অভয় দি কৈছিল—

মনোৰমা, তুমি জনাবুজা ছোৱালী। তুমি অধৈৰ্য নহ'বা। ধৈৰ্য ধৰি ঘৰখনৰ আনবোৰৰ কথা চিন্তা কৰা। সিহঁতে তোমাৰ মুখলৈ চাই আছে। তোমাৰ পিতা যে নিৰ্দোষী মই অনুমান কৰিব পাৰিছো। তেওঁ কু-চক্ৰান্তৰ, কূটবুদ্ধিৰ বলি হৈছে। মই থানালৈ যাওঁ। দাৰোগাজনক চিনি পাওঁ। তেওঁ মোক সকলো ক'ব। প্ৰয়োজন হ'লে মই ওপৰৱালাকো দেখা কৰিম। তুমি মাত্ৰ বিচলিত নহবা। কথাখিনি কৈ ধৰ্মেশ্বৰ হাজৰিকা ওলাই গ'ল। তেওঁৰ বেদনাবোধৰ মাজত মানবিকতাই সাহস গোটালে। এই হতভগীয়া পৰিয়ালটোক ন্যায় বিচাৰৰ বাবে সহায় কৰিবলৈ তেওঁ আগবাঢ়িল।

ধৰ্মেশ্বৰ হাজৰিকা থানা পালেগৈ। থানাৰ অ'চি পীতাম্বৰ বৰাক তেওঁ চিনি পায়। এইটো চাৰ্কোলত তেওঁ এজন সুদক্ষ পুলিচ অফিচাৰ বুলি জনাযাত। বেবেজিয়া ফালৰ মানুহ। বাপেক বিয়াল্লিছৰ আন্দোলনত তিলক ডেকাইঁতৰ লগত আন্দোলন কৰি ফাটেক খাইছিল। সেই সূত্ৰতে ধৰ্মেশ্বৰ হাজৰিকাৰ লগত পীতাম্বৰৰ চিনাকি। বাপেক লগতে থাকে অ'চিৰ কোৱাৰ্টাৰত। ধৰ্মেশ্বৰ হাজৰিকা প্ৰায়ে যায়, দুয়ো দেশৰ নানা বিষয়ে কথা পাতে। পীতাম্বৰে ধৰ্মেশ্বৰ হাজৰিকাক খুৰাদেউ বুলিহে সম্বোধন কৰে। তেওঁ ধৰ্মেশ্বৰ হাজৰিকাৰ পৰা মনোৰমাৰ বাপেকক পুলিচে ধৰি অনা ঘটনাটো মনোযোগেৰে শুনি দাৰোগাজনক মাতি আনিলে। কেছটোনো কি ডায়েৰীখন চালে। দাৰোগাই ক'লে যে যোৱা সন্ধিয়া ত্ৰিলোচন মহাজনৰ ঘৰত ভাবিতে কাম কৰিছিল। ভিতৰৰ কোঠা এটাত চুনতেল দিয়া কাম। বিচনা-পত্ৰ, কাপোৰ-কানি ইফালে সিফালে আঁতৰাব লগা হৈছিল। কাম শেষ হলত হাজিৰা পাতিলৈ ভাবিতে মহাজনৰ পৰা বিদায়লৈ বজাৰলৈ গৈছিল। কোঠাটো ঠিক্‌ঠাক্ কৰোতে মহাজনৰ পৰিবাৰে দেখিলে—ড্ৰয়াৰৰ পৰা তেওঁৰ সোণৰ নেক্‌লেচডাল হেৰাল। হুৱাদুৱা লাগিল। বিচাৰ-খোঁচাৰ কৰিও ক'তো নেক্‌লেচডাল পোৱা নগ'ল। সকলোৰে সন্দেহ হ'ল কামকৰা মানুহটোৰ ওপৰত। ঘৈণীয়েক কান্দি-কাটি বাউলি হ'ল। মহাজনে উপায় নাপাই থানালৈ গৈ এজেহাৰ দিলে। এই সংক্ৰান্ততে পুলিচে ভাবিতক ধৰি লৈ আহিল আৰু

লক্‌আপত ভৰাই থলে। ৰাতিলৈকে জোৰ-জুলুম কৰিও ভাবিতৰ পৰা সৈ-কাগজ নোৱাৰাত দাৰোগাই ভাবিতৰ ঘৰ তালাছি কৰিবলৈ মাজৰাতিখন তাৰ ঘৰ ওলাইছিল গৈ। ত্ৰিলোচন মহাজন ক্ষমতাশালী মাতব্বৰ মানুহ। ধন-সম্পত্তি অগাধ। মাটি বন্ধকত লৈ, ধনধাৰে দি দুখীয়া-নিচলা মানুহৰ মাটি-বাৰী গ্ৰাস কৰা তেওঁৰ পেছা। এডেও দুডেও কৈ মহাজনে, ভাবিতৰ খেতিৰ মাটি দোখৰো হাত কৰি ভাবিতৰ অৱস্থা কুলাইপাচিয়ে নধৰা কৰিলে। হাজিৰা কামত ধৰি সি কোনোমতে ঘৰ-সংসাৰখন চলায়। মহাজনৰ স্বভাৱ-চৰিত্ৰও ভাল নহয়। গাৱঁৰ বিধৱা বকুলীৰ লগত মহাজনৰ বোলে প্ৰায়ে বাৰীচুকত ভেটা-ভেটি হয়। শাকবোটলাৰ চলেৰে বকুলী প্ৰায়ে মহাজনৰ অপেক্ষাত পাচবাৰীখনত পংপঙাই ফুৰে। বকুলী বাঁৰী হবৰ হোৱা নাছিল। বিয়া হৈ যোৱাৰ তিনিমাহ মানতে গিৰীয়েক যতীন ড্ৰাইভাৰ মটৰ দুৰ্ঘটনাত মৰি থাকিল। পুতেকৰ বেজাৰতে মাকেও যি নৰিয়া পাটিত পৰিল আৰু নুঠিল। বুঢ়ী মৰি থাকিল। বুঢ়ীক দৰব এপালিও খুৱাবলৈ নহ'ল। বিধৱা বকুলীক মোমায়েকে হাতিচোঙৰ ঘৰলৈ লৈ যাবলৈ আহিছিল; বকুলী নগ'ল। গাওঁখনত তায়ে চকুত লগা ৰূপহী আছিল। বাঁৰী বিধৱা বকুলীয়ে কাষৰে বালিকা বিদ্যালয়ত চকিদাৰণী কাম এটা পাই ৰৈ গ'ল। ত্ৰিলোচন মহাজনেই কামটো যোগাৰ কৰি দিছিল। বকুলীৰ ভৰপক্ যৌৱন, গতিকে মহাজনৰ বেথা লাগি এই কশ উপকাৰ সাধি ধৰ্ম আৰ্জিলে। এই মহৎ উপকাৰ সধাৰ বাবে এতিয়া বকুলীয়ে নিজে অকল শৰীয়াকৈ নিজৰ ঘৰতে থাকিব পাৰিছে। মহাজনে প্ৰায়ে বাইৰ খোজ-খবব ল'বলৈ যায়, ইটো সিটো দিয়ে। বকুলীয়ে আপত্তি নকৰে। তাইক বিপদত কোনেও সহায় নকৰিলে। গিৰীয়েকৰ মৰা শ'টো পৰ্যন্ত গাৱঁলৈ আনি সৎকাৰ নকৰিলে। চৰকাৰী চিকিৎসালয়তে কাৰোবাৰ হতুৱাই পোতাই থোৱা হ'ল। তাইক এতিয়া "গিৰীয়েকৰ মূৰ খোৱা", "পৈয়েৰৰ মূৰখোৱা", "গজমূৰী" হে আখ্যা দিয়া লোকৰ সীমা সংখ্যা নাই। তাই কিন্তু কাকো কেৰেপ্ নকৰে। টানে বিপদে ত্ৰিলোচন মহাজন আছে। তেওঁ যেনিবা তাইক অকণমান আদৰ-সাদৰ কৰিলেই, তাতনো কি আহে যায়! মহাজনৰ এনে আপডাল, ঘনাই ঘনাই বকুলীৰ ঘৰলৈ আহ-যাহ, ঘৈণীয়েক প্ৰেমদাই ভাল পোৱা নাছিল। এদিন বাৰীৰ ঢাপত মহাজন আৰু বকুলীয়ে একেলগে বহি হাতত হাত বুলাই থকা দেখি প্ৰেমদাৰ খং চুলিৰ আগ পালেগৈ। তাই গিৰীয়েকৰ স্বভাৱটো যে বেয়া, নজনা নহয়। সেইদিনা

বকুলীৰ লগত মহাজনক তেনে এটা অৱস্থাত ধৰা পেলাই প্ৰেমদাই দুয়োকে গালি-শপনি পাৰি এনে হতালি-বতালিৰ বাবে চৌধপুৰুষ উদ্ধাৰ কৰিলে। বকুলীয়ে ঘৰমুৰকৈ দৌৰি পলাল। ত্ৰিলোচনে ঘৈণীয়েকৰ মূৰ্তিদেখি চুৰ্তি হেৰুৱাই সেমেনা-সেমেনি কৰি ঘৰ সোমালহি। জয়দেউ কাকুতি কৰি ত্ৰিলোচনে ঘৈণীয়েকক শান্ত কৰিলে হয়, কিন্তু কেইবাটাও খকৰা মুকতি খাবলগা হল। এসপ্তাহ দুয়োৰে মাতবোল নাছিল। ত্ৰিলোচনে ঘৈণীয়েকৰ মনত ভালৰি লগাবলৈ চাৰিতোলা সোণৰ চেইন এডাল কৰাই আনি ডিঙিত পিন্ধাই দিলেহি। প্ৰেমদাৰ খং ৰাগ গ'ল। 'যোৱা কথা গ'ল' বুলি ভাবি তাই গিৰীয়েকক ক'লে, "এনে নাককটা কাম আগলৈ নকৰিব। মানুহে শুনিলে কি ক'ব হো, লঘূলাঞ্ছনা নকৰিবনে? নিজৰ মান-সন্মান ৰক্ষা কৰি চলিব। সেই মূৰখাঁতী, জীয়াবাৰী হোৱা জনীৰ লগ লাগিলে মই ঘৰ এৰি গুছি যাম। নদীত জাপ দি মৰিম ... কৈ দিছো।" ত্ৰিলোচনে বুজিলে ঘৈণীয়েকৰ খংটো মাৰ গৈছে। সোণৰ চেইনডাল পাই মুখত হাঁহি বিৰিঙিছে। বন্ধকী থোৱা সোণেৰেই কামটো কৰি ত্ৰিলোচনে বুদ্ধিয়কৰ কাম কৰিলে। চেইন এডালৰ কথা প্ৰেমদাই বহুত দিনৰে পৰা কৈ আছিল। আজি এইডাল পাই মোখোৰামুৱা চেহেৰা বদলি গ'ল। ত্ৰিলোচন মহাজনৰ ল'ৰা-ছোৱালী নাই। বিয়া হ'বৰ ভালেমান বছৰ পাৰ হ'ল। জৰা-ফুকা, তাবিজ, ডাক্তৰ-কবিৰাজ সকলো ফেইল মাৰিলে। নামঘৰলৈ ঠগিও আগবঢ়োৱা হ'ল, কালীপূজা এভাগো পতা হ'ল। পিছে মিছা। বুঢ়া মচজিদৰ মৌলবী আহি পানী জাৰি দিলেহি। একো কৰিবলৈ মহাজনে বাকী নথলে। যি যিহকে কৈছে তাকে কৰিছে, পইচাৰ কথা ভবা নাই। এতিয়া আৰু আশা বাদ দিছে। প্ৰেমদাৰ মনৰ দুখ মহাজনে বুজি পায়। মানুহে বাঁজী বুলি ফিচিঙা-ফিচিঙি কৰিলে প্ৰেমদাই কান্দি-কাটি ঈশ্বৰকে গালি পাৰে। মহাজনে ঘৈণীয়েকক সেইবাবে টান কথা নকয়। সদায় মন বুজি চলে, যি বিচাৰে তাকে আনি দিয়ে। চহৰৰ নাম থকা ডাক্তৰৰ গুৰিলৈ মহাজনে প্ৰেমদাক নি দেখুৱাৰ কথা ভাবি আছে। প্ৰেমদা যাবলৈ মান্তি হোৱা নাই। তাই বুজিছে যে ভগৱানে সিহঁতৰ ভাগ্যত ল'ৰা- ছোৱালী লেখা নাই। চেইনডাল পাই প্ৰেমদাৰ মনটো হৰষিত হৈছিল আৰু সদায় সযত্নৰে সেইডাল নিপিন্ধা সময়ত দেৰাজ বা আলমাৰিত থৈ দিছিল। ঘৰত চুণতেল দিওঁতে খৰধৰৰ কোবত তাই সেইডাল ভুলতে ড্ৰয়াৰত চাবি নলগোৱাকৈ থৈ ৰান্ধনি ঘৰলৈ গৈছিল। কাম হৈ যোৱাৰ পাছত মনত পৰিলত দৌৰ মাৰি আহি ড্ৰয়াৰটো চাই দেখিলে চেইনডাল নাই।

হুৰাদুৰা লাগিল। গিৰীয়েক ত্ৰিলোচনে পুলিচ থানালৈ গৈ এজেহাৰখন দি আহিল। "সন্দেহ কাক কৰা হৈছে" বুলি সোধাত ত্ৰিলোচনে ভাবিতৰ নাম ক'লে। সেই সন্দেহতে পুলিচে ভাবিতক ধৰি লৈ আহিল।

ধৰ্মেশ্বৰ হাজৰিকাই অ'চিৰ পৰা আদ্যোপান্ত শুনি বুজিলে যে গোটেই ঘটনাটো সন্দেহৰ ওপৰতে ভাবিতক ধৰি অনা হৈছে। তেওঁ অ'চিক জামিন লোৱাৰ বাবে আবেদন জনাই ভাবিতক লকআপৰ পৰা মোকোলাই আনিলে। তেতিয়াহে মনোৰমাহঁতৰ মুখলৈ পানী আহিল। সকলোৱে কৃতজ্ঞতা জনাবলৈ ধৰ্মেশ্বৰ হাজৰিকাৰ ভৰিত দীঘল দি পৰিল। তেতিয়াৰ পৰা ধৰ্মেশ্বৰ হাজৰিকাই ভাবিত শইকীয়াৰ ঘৰখন চোৱা-চিতাৰ তদাৰক কৰিবলৈ আৰম্ভ কৰিলে। এটা ভাল পৰিয়াল অৱস্থাৰ তাড়নাত পৰি কেনেকৈ ক্ৰমাৎ ধ্বংসৰ ফালে আগবাঢ়ে, কেনেকৈ মনোৰমাৰ দৰে তীক্ষ্ণবুদ্ধি সম্পন্ন ছোৱালীয়ে এনে দুখজনক পৰিস্থিতিত কিমান কষ্ট ভোগে, কিমান অসহায় ভোগ কৰে, সেইকথা এতিয়া ধৰ্মেশ্বৰ হাজৰিকাই ঘৰখনৰ ভিতৰলৈ সোমাই বুজিব পাৰিলে। এৰা ঠিকেই, কোনো মানুহৰ দুখ কি বাহিৰৰ পৰা জানো ধৰিব পাৰি? কষ্টৰ অবিহনে মনোৰমাহঁত জীয়াই থকা অসম্ভৱ। মানুহে যি বিচাৰে তাক নাপালেই কষ্ট আৰম্ভ হয়। ধৰ্মেশ্বৰ হাজৰিকাক মনোৰমাৰ বাপেকে এদিন কৈছিল, "আপোনাৰ ওচৰত মই ধৰুৱা হৈ থাকিম। আপুনি মোৰ আৰু ঘৰখনৰ সন্মান ৰক্ষা কৰিলে। জামিনত আনি মোৰ মহৎ উপকাৰ সাধিলে। মই গৰিব হ'ব পাৰো। কিন্তু চোৰ নহয়। ত্ৰিলোচন মহাজনে মোৰ মাটি দুবিঘা চল-চক্ৰান্ত কৰি হাত কৰিলে। মই তিৰোতাজনীৰ বেমাৰত টকা দুশ ধাৰলৈ আনিছিলো। পাছত টকা যোগাৰ কৰি মাটি ডোখৰ মুকলি কৰিবলৈ যাওঁতে গম পালো, মোৰ মুঠ ধাৰ সুতেমূলে দুগুণ হৈছে। মহাজনৰ কু-চক্ৰান্ত বুজিবলৈ বাকী নাথাকিল। মই আৰু ধাৰ সুধিব নোৱাৰিলো। ক'ৰ্ট-কাছাৰিলৈ যাবলৈকো মোৰ ক্ষমতা নাই। ভগৱানে এতিয়া মোৰ এনে দুখলগা অৱস্থা কৰিলে, মই সজ উপায়েৰে ভাত সাজ যোগাৰ কৰিবলৈ গৈ "চোৰ"বুলি পুলিচৰ ফাটেকত সোমালো।" কথাখিনি কৈ ভাবিতে হাত দুটা কপালত থলে। "বুজিছে, হাজৰিকা, আমি সকলোতে চক্ৰান্তৰ চিকাৰ হৈছো। যোগ্যতা থাকিও নিজৰ মান-সন্মান, নিজ অস্তিত্ব হেৰুৱাই পেলাইছো। দুখীয়া বাবেই পদে পদে চাকৰি-বাকৰিত অযোগ্য বুলি প্ৰমাণিত হৈছো।" খন্তেক বৈ ভাবিতে ক'লে, "মনোৰমা ছোৱালীজনী ক'বলৈ গ'লে ঘৰখনৰ বন্তি। তাইৰ পোহৰতে আমি দুখতো কিছু শান্তি পাওঁ। কিন্তু তাইক

লৈয়ে মোৰ সমস্যা। বাহিৰলৈ গ'লেই মোৰ ভয়, দুশ্চিন্তা বাঢ়ে। দিনকাল বেয়া। তাতে ছোৱালী মানুহ। ঘৰখনৰ নানা কামত বাহিৰলৈ যাব লাগে, স্কুললৈ যাব লাগে। তাইৰ দায়িত্ব বহুত। তাই নিজেই নিজৰ অভিভাৱক। দায়িত্ব পালনৰ মাজতে তাই পঢ়া-শুনা অব্যাহত ৰাখিছে। তাই কয়, তাই বোলে নিজৰ ভৰিৰ ওপৰত থিয় হ'ব, তাই সাহসী হ'ব। সেইবাবেই হবলা, কোনেও তাইৰ বিপক্ষে একো অপবাদ ৰটিব পৰা নাই। সকলোৱে তাইৰ ভাল কথাহে কয়, প্ৰশংসা কৰে।" ভাবিতে দুখত কৈছিল, "তাই যদি অৱস্থাপন্ন ঘৰত উপজিলেহেঁতেন, বহুত সুবিধা পালেহেঁতেন, তাইৰ কোনো সমস্যাই নাথাকিলেহেঁতেন। তাইক মই এসাজ ভাল কাপোৰো দিব পৰা নাই। বৃত্তি পোৱা টকাকেইটাও তাই ঘৰখনৰ প্ৰয়োজনতে খৰছ কৰে। তাইৰ লগৰ ছোৱালীবোৰ দেখিলে মোৰ দুখ লাগে, সিহঁতে কিমান চৌখিন সাজ-পোছাক পিন্ধে!" ধৰ্মেশ্বৰ হাজৰিকাই ভাবিতৰ কথাবোৰ শুনি গৈছিল। কৈছিল, "মানুহৰ পৰিচয় পোছাকত বা ধুন-পেচত নহয়, পৰিচয় মানুহৰ অন্তৰৰ বস্তু। সাজ-পাৰ হৈছে বাহিৰৰ বস্তু। আপোনাৰ ছোৱালী মনোৰমা সুলক্ষণা, পঢ়া-শুনাতে সুনাম আৰ্জিছে। সকলো শিক্ষকে মনোৰমাৰ গুণৰ কথা কৈ গৰ্ব কৰা শুনিছো। ময়ো যি বুজিছো মনোৰমা বাস্তৱিকতে কৰ্তব্য সচেতন। মনোৰমাৰ লগত প্ৰাসংগিক যৎকিঞ্চিৎ কথা পাতিয়েই মই মুগ্ধ হৈ সেইদিনা ঘৰখনৰ বিপদত যথাসাধ্য সহায় কৰিবলৈ আগবাঢ়ি আহিছিলো, পুলিচ থানালৈ গৈছিলো আপোনাক জামিনত আনিবলৈ।" যথাযথভাৱে উৎসাহ যোগাই ধৰ্মেশ্বৰ হাজৰিকা সেইদিনা সন্ধিয়া পৰতহে ঘৰলৈ উভতি গৈছিল। আহোতে থানাত পাক এটা মাৰি গম পালে যে মহাজনে সোণৰ চেইন ডাল পালে। ঘৈণীয়েকে, বিচনাৰ মাজত লুকাই থৈছিল। মিছাতে হুলস্থুলখন লগালে।

ঘৰত গৈ আজৰি লোৱাৰ সময়খিনিত তেওঁৰ মনলৈ মনোৰমাহঁতৰ ঘৰখনৰ কথাবোৰ প্ৰদৰ্শনীৰ ছবিৰ ইখনৰ পাছত আনখন ছবিয়ে দৃষ্টি টনাৰ দৰে চকুৰ আগত ভাঁহি আহিছিল। সহজ-সৰল মানুহ ভাবিত শইকীয়া। অলপ দিনৰ পৰিচয়তে তেওঁ সেই ঘৰখনৰ অনেক বৃত্তান্তই জানিব পাৰিছে। ধৰ্মেশ্বৰ হাজৰিকাই তেওঁ থকা কোঠাটোৰ চাৰিওফালে চালে। কোঠাটো এটা নিৰ্জন দ্বীপৰ দৰে লাগিল। তেওঁ যেন ইয়াত বৰ অকলশৰীয়া। তেওঁ ভাবিলে, চাওঁতে চাওঁতে ইয়াত তেওঁৰ চাকৰি ছয়বছৰ হৈ গ'ল। আজি তেওঁৰ যেন কিবা এটাৰ অভাব। কেইটামান মুহূৰ্তৰ বাবে তেওঁৰ মনত মনোৰমাৰ মৰমসনা চেহেৰাটো জিলিকি উঠিল। মানুহৰ স্নেহ,

ভালপোৱা ক'ত, কাৰ বাবে জমা হৈ থাকে, তাৰ ঠিক নাই। সম্পূর্ণ অনাত্মীয়, অচিনাকী ছোৱালীজনীৰ প্রতি ধর্মেশ্বৰ হাজৰিকাৰ অন্তৰত ভালপোৱাৰ ইন্দ্রধনু প্রমাণিত হ'ল। তেওঁৰ বুকুত এক শিহৰণৰ মায়াদর্পণ ভাঁহি উঠিল।

*　　　*　　　*　　　*

*　　　*　　　*

মানুহৰ জীৱনত কিমান ঘটনা ঘটে, সেইবোৰে বহুতদিন ব্যাপি মানুহৰ মনত ৰৈ যায় স্মৃতিৰ সুৰভিৰ দৰে। ধর্মেশ্বৰ হাজৰিকাই মনোৰমাক বিয়া কৰাবলৈ সিদ্ধান্ত লৈ পেলালে ; যোগেন দত্তৰ পৰামর্শ মানি লোৱাৰ বাহিৰে তেওঁ অন্য উপায় নেদেখিলে। মনোৰমাৰ মোমায়েক যোগেন দত্ত আছিল হাজৰিকাৰ সহকর্মী মাষ্টৰ। বাহিৰে-ভিতৰে যোগেন দত্ত এজন সৎব্যক্তি। ধর্মেশ্বৰ হাজৰিকাই যেতিয়া শুনিলে যে বাপেক ভাবিত শইকীয়াই মনোৰমাক কলেজৰ পৰা একৰাই এটা ধনী, উচ্ছৃংখল ডেকাল'ৰাৰ লগত বিয়া দিবলৈ গুণা-গঠা কৰিছে, তেতিয়া যোগেন দত্তই মনোৰমাৰ দুর্ঘোৰ আপত্তি আৰু মানসিক যন্ত্রণাৰ কথা কৈ ধর্মেশ্বৰ হাজৰিকাক হঠাতে কৈছিল, "ধর্মেশ্বৰ, তুমিয়েই তাইক বিয়া নকৰোৱা কিয়? মই ভাবো, তুমি এই প্রস্তাৱত মান্তি হ'লে বাকী যি কৰিবলগা আছে মই কৰিম। মই জানো, ভিনিহিয়ে এই খবৰটো পালে হাততে সৰগ ঢুকি পাব। মনোৰমায়ো এটা অভিসন্ধিৰ পৰা ৰক্ষা পাব। তুমিটো তাইক ভালকৈ জানা। তাইৰ মনৰ শাশ্বত কোমল ৰূপৰ উমান পাইছা। তুমি জনাবুজা লোক। বিয়া যেতিয়া কৰিবাই, মনোৰমাকে নকৰা কিয়? ভাবিত ভিনিহি সামাজিক আৰু পাৰিবাৰিক পৰিস্থিতিত পেপুৱা লাগিছে, একেবাৰে ভাঙি পৰিছে। মনোৰমাকে তুমি পত্নীৰূপে গ্রহণ কৰিলে, ভিনিহিয়ে সকাহ পাব।"

পৰিস্থিতিৰ অমোঘ নিয়মত মানুহৰ জীৱনৰ অর্থই বদলি যায়। কৰুণাই হওঁক নাইবা দায়িত্ববোধেই হওঁক এই দুই যোগসন্ধিত সোমাই ধর্মেশ্বৰে মনোৰমাক বিয়া কৰোৱাটোকে স্থিৰ কৰিলে। ইমান দিনে তেওঁ কোনো সুন্দৰী নাৰীৰ প্রেমত পৰা নাছিল। যৌৱনত ভৰি দিয়ো তেওঁ কবিতা লেখি নাৰী আৰু প্রেমৰ গুণগান কৰা নাছিল, প্রেমৰ সংস্পর্শত তেওঁ কেতিয়াও পৰা নাছিল। সদায় সংগ্রাম কৰিয়েই কঠোৰ বাস্তৱৰ মাজেদি তেওঁ জীৱনটো গঢ়ি তুলিছে। মনোৰমাক তেওঁ এতিয়া জীৱন-সংগিনী হিচাপে ল'বলৈ সিদ্ধান্ত ল'ব লগা হ'ল নিতান্তই জীৱন যাপনৰ আক্ষৰিক অর্থত।

বহুত দিনৰ এইয়া পুৰণি কাহিনী। ধৰ্মেশ্বৰ হাজৰিকাৰ ধৰমতুলৰ মাষ্টৰীজীৱনৰ আদি কাহিনী, সাংসাৰিক বৃত্তৰ ৰূপকথা, ইতিবৃত্ত! এটা ভাল চাকৰি পাই তেওঁ বিয়াৰ পাছতে মনোৰমাক লৈ গুৱাহাটী পালেহি। এখন উচ্চ মাধ্যমিক বিদ্যালয়ত অংকৰ শিক্ষকৰূপে তেওঁ নিযুক্ত হ'ল। ধৰ্মেশ্বৰ হাজৰিকাৰ উৎসাহতে স্ত্ৰী মনোৰমাই বি. এ. পাচ কৰিলে। বি. এড্ পৰীক্ষাতো সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। তেওঁলোকৰ সংসাৰলৈ চাওঁতে চাওঁতে তিনিটা সন্তান আহিল। তপন, মাজনী আৰু ৰাজেন। দুই পুত্ৰ আৰু একমাত্ৰ কন্যাৰ পিতৃ-মাতৃৰূপে ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমা কিমান আনন্দিত, তাক তেওঁলোকে পৰম আগ্ৰহেৰে কেতিয়াবা কেতিয়াবা নিজৰ জীৱনৰ দিনবোৰৰ কথা পাতোতে ইজনে সিজনক কৈ তৃপ্ত হয়। তেওঁলোকৰ বিবাহিত জীৱন আশ্চৰ্য অভিজ্ঞতাৰ এক মধুৰ বন্ধন। মনোৰমাক বিয়া কৰোৱা ঘটনাটোৱেই ধৰ্মেশ্বৰ হাজৰিকাৰ বাবে এটা অবিশ্বাস্য অভিজ্ঞতা। প্ৰকৃতিৰ নিয়মতে দুটি পুৰুষ-মহিলাৰ জন্ম হয়। সংসাৰ ৰক্ষাৰ বাবেই দুই নৰ-নাৰীৰ প্ৰয়োজন। বিবাহৰ যোগেদি দুয়োৰে মিলন ঘটে। মায়া-মমতা, ভালপোৱা, এইবোৰ নহ'লে দাম্পত্য জীৱনৰ সোৱাদ নাথাকে। মনোৰমা আৰু ধৰ্মেশ্বৰ হাজৰিকাৰ বিবাহিত জীৱনত নীচতা আৰু হীনতা নাছিল। দুয়োৰে মাজত আনুগত্যবোধ অব্যাহত আছিল। তিনিটা সন্তানক তেওঁলোকে প্ৰতিপালন কৰি, শিক্ষিত কৰি যোগ্যবান কৰি তুলিছিল। সিহঁতৰ সৰ্বতোভাৱে উৎকৰ্ষ সাধনৰ বাবে যত্ন কৰিছিল।

এতিয়া সুখৰ অধ্যায় অন্ত পৰি ধৰ্মেশ্বৰ হাজৰিকাৰ সংসাৰলৈ নামি আহিল প্ৰচ্ছন্ন দুখ। তপনৰ আচৰণে তেওঁলোকৰ মানসিক শান্তি নোহোৱা কৰিলে। সি মধ্যবিত্ত জীৱনৰ পৰা ওলাই যাবলৈ প্ৰস্তুতি চলাইছে। এইয়া যেন তাৰ নতুন প্ৰত্যয় আৰু অভিলাষ। তপনে ধনী পৰিয়ালৰ লগত তাৰ বৈবাহিক সম্পৰ্ক স্থাপন কৰি এখন নিজাকৈ সংসাৰ পতাৰ স্বপ্ন দেখিছে। সি এটা সুপ্ৰতিভ শিক্ষিত ডেকা। সি মাক-বাপেকৰ অমতত যেতিয়া তাৰ পছন্দমতে ছোৱালী ঠিক কৰিছে, তাত ধৰ্মেশ্বৰ হাজৰিকাই অধিক আপত্তি দেখুওৱা অৰ্থহীন। দ্বিধা আৰু সংকোচ হৈছে তেওঁৰ পুহি থকা পুৰণি সংস্কাৰ। হয়তো সৰল বিষয় এটা তেওঁলোকে জটিল বুলি ভাবি মূৰ গৰম কৰিছে। পুতেকৰ প্ৰতি দুৰ্ব্যৱহাৰ কৰা তেওঁলোকৰ উচিত হোৱা নাই। শোকৰ মুহূৰ্তত তেওঁলোক বিচলিত হোৱাটো অনুচিত। ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাক পাৰ্যমানে বুজনি দিলে। বুজনি দিলে, পৰিবৰ্তিত পৰিস্থিতিক সহজভাৱে

গ্ৰহণ কৰিবলৈ। নগৰীয়া জীৱনৰ হৃদয়হীন, আন্তৰিকতাহীন পৰিস্থিতিত তেওঁলোকৰ দৰে সাধাৰণ মানুহৰ দাম-দৰৰ যে কোনো মূল্য নাই, সেইকথা তেওঁ মনোৰমাক উপলব্ধি কৰিবলৈ উপদেশ দিলে। জীৱনানন্দৰ কবিতা এষাৰি তেওঁৰ মনলৈ আহিল—

হে হৃদয়, একদিন
ছিলে তুমি নদী,
যে নদী হাৰায়ে যায়
অন্ধকাৰ ৰাত্রে, নিৰুদ্দেশে, তাহাৰ চঞ্চল জল—
স্তব্ধ হয়ে কাঁপায় হৃদয়।।

মনোৰমাই স্বামীৰ অনুভূতি বুজি নিঃশব্দে ভিতৰলৈ সোমাই গ'ল। উপলব্ধি কৰিলে, দুখ-সান্ত্বনাবিহীন নহয়।।



৮

তপনৰ বিয়া সংক্ৰান্তত ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰখনত এটা অশান্তিজনক পৰিস্থিতিৰ উদ্ভৱ হ'লেও অৱশেষত বিদ্যুৎ চৌধুৰীয়ে নিজৰ জেদ বাহাল ৰাখিলে। তপনৰ লগত প্ৰতিভাৰ বিবাহ কাৰ্য সম্পন্ন হ'ল ৰেজিষ্টাৰ্ড মেৰেইজৰ মাজেদি। বিদ্যুৎ চৌধুৰীয়ে বিশেষ হৈ চৈ নকৰি অনাড়ম্বৰ অনুষ্ঠান এটা পাতি তেওঁৰ একমাত্ৰ আদৰণীয় কন্যা প্ৰতিভাক তপনৰ হাতত অৰ্পণ কৰিলে। এটা থ্ৰি ষ্টাৰ হোটেলত আমন্ত্ৰিত লোকসকলক পাৰ্টি দিয়া হ'ল। ড্ৰিংকছৰো পাৰ্টি চলিল। চহৰৰ গণ্যমান্য ভদ্ৰলোক স-পত্নীৰে আহি অনুষ্ঠানৰ শোভা বৰ্দ্ধন কৰিলে, সকলোৱে দামী উপহাৰেৰে নৱ-দম্পতীক স্নেহাশীৰ্বাদ জনালে। পাৰ্টি বহুত ৰাতিলৈকে চলিল। বিদ্যুৎ চৌধুৰীয়ে তপনৰ মাক-দেউতাক আহিব বুলি আশা কৰিছিল। তেওঁলোক কোনো নাহিল। তপনে অৱশ্যে জানিছিল, এই অনুষ্ঠানলৈ তাৰ ঘৰৰ কোনো নাহে। বিদ্যুৎ চৌধুৰীৰ হাতৰ মুঠিৰ পৰা সি ওলাব নোৱাৰিয়েই প্ৰতিভাক বিয়া কৰাবলৈ খাটাং কৰিলে। কোৱা প্ৰাসংগিক যে ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ ৰেজিষ্ট্ৰি মেৰেইজ হোৱাৰ কেইদিনমানৰ আগতে বিদ্যুৎ চৌধুৰীৰ পৰা এখন চিঠি পাইছিল। তাত বিদ্যুৎ চৌধুৰীয়ে লেখিছিল—

"প্ৰিয়বৰেষু শ্ৰীহাজৰিকা,

তপনৰ লগত মোৰ ছোৱালী প্ৰতিভাৰ বিয়া হোৱাটো সুনিশ্চিত কৰি আপোনাক মই ল'ৰা-ছোৱালীহালক আশীৰ্বাদ দিবলৈ অনুৰোধ জনাইছো। অহা সপ্তাহৰ সোমবাৰে পুৱা এঘাৰ বজাত এই মংগল কাৰ্য সমাধা হ'ব। ৰেজিষ্টাৰ্ড সোমবাৰে হোৱাটোকে ঠিক কৰা হ'ল। আপুনি সপৰিবাৰে মোৰ ঘৰলৈকে আহিব। মই প্ৰয়োজন হ'লে গাড়ীখন পঠাই দিম।

আপুনি এইখন বিয়াত সুখী নহয় বুলি মই জানো। সেইদিনা আপুনি মোৰ ঘৰলৈ আহি আপোনাৰ অভিপ্ৰায় জনাই গৈছে। আপোনাৰ ব্যৱহাৰত মই অলপ ক্ষুণ্ণ হৈছিলো। এতিয়া সেইবোৰ কথাত মই ধৰি থকা নাই। এটা কথা আপোনাক জনাই থওঁ যে বিয়াখন কোনোপধ্যে বন্ধ কৰিব পৰা নাযায়। তপনৰ লগত প্ৰতিভাৰ মিলা-প্ৰীতি ইমান মাত্ৰাধিক হৈছিল যে তাই অন্তঃসত্ত্বা বুলি মই ডাক্তৰৰ পৰামৰ্শ ল'ব লগাত পৰিছিলো। তপনক মই এই সংবাদ দিয়া নাই। ভাবিলো, খৰখেদাকৈ সিহঁতৰ বিয়াখন হৈ গ'লেই সকলো সমস্যা অন্ত পৰিব। আপুনি

জনাবুজা লোক। মোৰ সদনামত যাতে চেকা নপৰে, সেয়েহে এটা বৈবাহিক পদ্ধতিৰে ইয়াক বিধিবদ্ধ কৰিবলৈ মই বাধ্যত পৰিলো। আপুনি মোৰ অৱস্থাত পৰাহেঁতেন এনে উপায় ল'ব লগাত পৰিলেহেঁতেন। এই প্ৰসংগটো আপোনাক জনাই থোৱা মোৰ কৰ্তব্য বুলি ভাবিয়েই এই পত্ৰযোগে সবিশেষ লেখিলো। আশা কৰিছো, আপুনি অপবাদৰ কথা চিন্তা কৰি সকলো বাক্-বিতণ্ডা এৰি ল'ৰা-ছোৱালীহালৰ মংগল কামনা কৰিব।

শ্ৰদ্ধাৰে ইতি,
আপোনাৰ
বিদ্যুৎ চৌধুৰী"

ধৰ্মেশ্বৰ হাজৰিকাই বিদ্যুৎ চৌধুৰীৰ চিঠিখন কেইবাবাৰো পঢ়িছিল। স্ত্ৰী মনোৰমাকো কাষলৈ মাতি আনি চিঠিখন পঢ়িবলৈ দিছিল। এই ভয়াবহ বাৰ্তাই বিষাক্ত কাড়ৰ ফলাৰ দৰে তেওঁলোকৰ বুকুত বিন্ধিলে। হঠাৎ ক'ৰবাৰ পৰা ভাঁহি আহিল এটা বাঁহীৰ সুৰ, করুণ ব্যাকুলতাভৰা বেহাগ ৰাগিণী। স্বামী-স্ত্ৰী দুয়ো নিৰ্বাক, নিথৰ আৰু নিস্তব্ধ হৈ ৰৈ গ'ল খন্তেকৰ বাবে। দুয়োৰে অনুভৱ কৰিলে, সৰ্বশৰীৰত এক জ্বলন্ত অগ্নিৰ দাহ। অনুভৱ কৰিলে বিৰাট উপহাস। পুতেকৰ অবাঞ্ছিত সম্পৰ্কৰ কথা জনাই বিদ্যুৎ চৌধুৰীয়ে তেওঁৰ প্ৰতিহিংসা পূৰণ কৰিলে। চিঠিখনৰ কোনো উত্তৰ নাই। কাৰণ, চিঠিখনৰ সত্য-অসত্য বিচাৰ কৰা প্ৰয়োজন নাইকীয়া হৈছে। পুতেকেই যেতিয়া পিতৃ-স্নেহ, মাতৃ-স্নেহ বিসৰ্জন দিলে, এতিয়া বিদ্যুৎ চৌধুৰীৰ অভিযোগ খণ্ডন কৰিবলৈ যোৱা বৃথাচেষ্টা। বৰং লাজ, মান-সন্মান, অপমান অকপটে মহাকালৰ হাতত এৰি দিয়াৰ বাহিৰে অন্য উপায় চিন্তা কৰা নিৰৰ্থক।

মনোৰমা বিমৰ্ষ হৈ পৰিছিল। কৈছিল, তেওঁৰ ল'ৰা ইমান তললৈ যোৱা নাই। নিশ্চয় বিদ্যুৎ চৌধুৰীয়ে ল'ৰাটো ফান্দত পেলাবলৈ এনে জঘন্য চক্ৰান্ত কৰিছে। সি এটা জুৱাচোৰ.....

মনোৰমা, জুৱাচুৰি নহ'বও পাৰে। জুৱাচুৰি হ'লেও আমি কি কৰিব পাৰো কোৱা? আমি সাধাৰণ মধ্যবিত্ত শ্ৰেণীৰ মানুহ। আমাৰ শক্তি সীমাবদ্ধ, অথচ ভদ্ৰতাৰ মুখাখন আমি খুলিব নোৱাৰো। আমাৰ আছে আত্ম-অভিমান আৰু অলপ কম হ'লেও মৰ্যাদাবোধ। আমি প্ৰতিবাদ কৰিবলৈ মুখ মেলিলেই বিদ্যুৎ চৌধুৰীয়ে

নতুন ফন্দি পাতিব, তোমাৰ ল'ৰাৰ অনিষ্ট সাধন কৰিব। মানুহটো অতি ধূৰ্ত, প্ৰবঞ্চক। আমি দুৰ্ভাগ্যক স্বীকাৰ কৰাৰ বাহিৰে অন্য একো উপায় নাই।

মনোৰমাই কিছু সময় নিশ্চল পাথৰৰ দৰে ঠিয় হৈ ৰ'ল। পাছত লাহে লাহে খোজ পেলাই ভিতৰলৈ সোমাই গ'ল। হঠাৎ তেওঁৰ ভাব হ'ল যেন ভৰিদুটা কঁপি উঠিছে। অকল ভৰিয়েই নহয়, গোটেই গাটো।



৯

ৰেজিষ্টাৰ্ড মেৰেইজ সমাপন কৰি তপন আৰু প্ৰতিভা দুয়ো স্বামী-স্ত্ৰী ৰূপে সামাজিক স্বীকৃতি পালে। বিদ্যুৎ চৌধুৰীয়ে জীয়েকক এটা ভাল ল'ৰালৈ বিয়া দিবলৈ পায় সন্তুষ্টি লাভ কৰিলে। তেওঁ জী-জোঁৱাইৰ বাবে নিজৰ বাংলোতে এটা অংশ আছুতীয়া কৰি সজাই থৈছিল। নৱ-দম্পতিৰ সুখ-সম্ভোগৰ বাবে যিবোৰৰ প্ৰয়োজন, সকলোবোৰ তাত সজোৱা আছিল। চৌধুৰীয়ে এহাল কামকৰা মানুহক সকলো তদাৰক কৰি জী-জোঁৱাইৰ আলপৈচান ধৰিবলৈ নিযুক্তি দি থৈছিল। তেওঁৰ আশা, যেন, সিহঁতে একোতে কষ্ট নাপায়, একো অভাৱ অনুভৱ নকৰে। আৰু এটা আশা তেওঁ মনতে সঞ্চয় কৰি থৈ দিছিল। সেইটো হৈছে জী-জোঁৱাইক লগতে ৰাখি টানে বিপদে সিহঁতৰ আশ্ৰয় কামনা কৰা। বিদ্যুৎ চৌধুৰীৰ প্ৰেচাৰ প্ৰায় ঊৰ্ধ্বগতিত চলে। কেতিয়াবা ভৰিহাত কঁপে, মূৰটো আচন্দ্ৰাই লাগে। সাতে-সোতৰে ভাবি-চিন্তি তেওঁ জী-জোঁৱাইক লগতে ৰখাটোকে বুদ্ধিমানৰ কাম হ'ব বুলি ভাবিলে। তেওঁৰ অবিহনেতো সিহঁত- হালেই তেওঁৰ সা-সম্পত্তিৰ গৰাকী হ'ব। তেওঁৰনো আন কোন আছে? ল'ৰাটো আমেৰিকাতে থাকি গ'ল।

তপনে ভাবিছিল, সি নিজৰ ঘৰলৈকে প্ৰতিভাক লৈ যাব। দেউতা-মাকহঁতক আশীৰ্বাদ দিবলৈ অনুৰোধ কৰিব। সি জানে যে মাক-বাপেকে পুতেকক যিমান স্নেহ কৰে, সিমান স্নেহ পুতেকে মাক-বাপেকক নকৰে। দোষ কৰিলেও মাক-বাপেকে অৱশেষত পুতেকক আঁকোৱালি লয়। মাক-বাপেকৰ পুত্ৰস্নেহ বিচিত্ৰ। বিদ্যুৎ চৌধুৰীয়ে তপনৰ মনৰ কথা গম পাই কৈছিল,

যাবা, কিয় নাযাবা, সেইখন ঘৰৰ লগত তোমাৰ যি আজন্ম সম্বন্ধ, তাক তুমি চিঙি পেলাব নোৱাৰা, সেইকথা মই বুজো। পিতা-পুত্ৰৰ তেজৰ সম্পৰ্ক বেগেতে নুগুছে। এইটো স্বাভাৱিক। কিন্তু মই কওঁ, যে কিছুদিন তুমি প্ৰতিভাকলৈ মোৰ ইয়াতে থাকা। পৰিস্থিতি কিছু শান্ত হওঁক। তাৰ পাছত ঘৰলৈ যাবা, কি চিন্তা আছে? মই এনে কথাত হকাবধা নকৰো।

তপনে প্ৰতিভাৰ মুখলৈ চাইছিল। বুজিছিল যে প্ৰতিভাই হয়তো গৈ এটা আন্তৰিকতাবিহীন অৱস্থাত সোমাই অস্বস্তি ভোগ কৰিব। কোনোৱে যদি তেওঁক স্বীকাৰ নকৰে, অস্পৃশ্য বুলি ভাবে, তেতিয়া কি হ'ব? যদিও গৃহসুখৰ প্ৰবল বাসনা অস্বীকাৰ কৰা নাযায়, তথাপি প্ৰতিভাৰ কথা ভাবি তপনে শহুৰৰ ঘৰতে

কিছুদিন থকাৰ সিদ্ধান্ত উচিত বুলি ভাবিলে। কেইদিনমান যাওঁক, পৰিস্থিতি শামকাটক, সি অকলে এবাৰ ঘৰলৈ গৈ আহিব। এতিয়া প্ৰতিভাৰ ভালপোৱাৰ ওচৰত পৰাজয় মানি লোৱাটোকে বুদ্ধিমানৰ কাম হ'ব বুলি, তপনে শহুৰেকৰ সু-সজ্জিত, আভিজাত্যপূৰ্ণ কক্ষতে মধু-যামিনী যাপন কৰিবলৈ প্ৰৱেশ কৰিলে।

বিদ্যুৎ চৌধুৰীৰ 'প্ৰাসাদ' ধৰণৰ ঘৰটো এটা ফাৰ্ম-হাউচৰ দৰে বৃহৎ এলেকাত অৱস্থিত। ইয়াত চুইমিং পুল, বটানিকেল গাৰ্ডেন আদি সকলো আছে। এই ফাৰ্ম হাউচতে বিদ্যুৎ চৌধুৰীৰ ব্যৱসায়ী সাম্ৰাজ্য। ইয়ালৈ আহে শক্তিশালী ধনিক ব্যক্তি নানা ব্যৱসায় সংক্ৰান্তত। আহে হাওলা লেনদেনকাৰী। আমদানি-ৰপ্তানিৰ নিয়োজিত দালাল সকল আন্তৰ্জাতিক ব্যৱসায়-বাণিজ্যৰ সংক্ৰান্তত। ইয়াত আছে, সভাকক্ষ আমোদ-প্ৰমোদৰ বিলাসবহুল ব্যৱস্থা। কেতিয়াবা উচ্চপদস্থ চৰকাৰী বিষয়া, ৰাজনৈতিক নেতা আদিও আহে নানা বিষয়ক কেন্দ্ৰ কৰি। বিনোদনৰ সকলো ব্যৱস্থা আছে।

প্ৰাসাদটোৰ দুই মহলাৰ পুবফালে মজলীয়া জোখৰ তিনিটা সংলগ্ন ঘৰ তপন আৰু প্ৰতিভাৰ বাবে ব্যৱস্থা কৰা হৈছে। প্ৰতিভাই নিজেই ইচ্ছা কৰি এই ব্যৱস্থা কৰি লৈছে যাতে পাপাৰ কোনো কামতে অসুবিধা নহয়। সকলো আহ-যাহ, থকা-মেলা, খোৱা-বোৱা পৃথক। ইয়াৰ পৰা প্ৰাসাদৰ অন্য অংশ সম্পূৰ্ণ বেলেগ। এই নতুন আড়ম্বৰ বহুল আবাস তপনৰ বাবে সপোনপুৰী যেন লাগিছিল। বিপুল সম্পত্তিৰ মালিক বিদ্যুৎ চৌধুৰীৰ একমাত্ৰ কন্যা প্ৰতিভাক সি স্ত্ৰীৰূপে পাইছে। এই স্ত্ৰী লাভ তাৰবাবে কম সৌভাগ্যৰ কথা নহয়। সঁচাকৈয়ে সি ভাগ্যবান। আৰু প্ৰতিভা? অপৰূপা-সুন্দৰী। এইয়া হৈছে নাৰীত্বৰ ৰহস্য। তপনে বুজিছিল যে প্ৰতিভাৰ প্ৰেমত তীব্ৰতা আছে, গভীৰতা আছে। অনেক ডেকাল'ৰাক প্ৰতিভাই দেহৰ মাধুৰ্যৰে উতলা কৰিছিল। প্ৰতিভাৰ স্বীকাৰোক্তিতে তপনে এইকথা গম পাইছিল। কিন্তু আনৰ আদৰ নিষ্ফল কৰি প্ৰতিভাই তপনকে জীৱনসংগী কৰিলে, তপনৰ হাততে নিজক সঁপি দিলে। তপনে যুগ্ম জীৱনৰ প্ৰথম ৰাতিৰ তপ্তস্পৰ্শত আৱিষ্কাৰ কৰিলে, তাৰ যৌৱন ক্ষুধাক প্ৰতিভাৰ ৰূপ যৌৱনৰ প্ৰাচুৰ্যই সম্পূৰ্ণ পৰিতৃপ্ত কৰিছে। উত্তেজনাৰ তৃষ্ণাত ডুব গৈ সি প্ৰতিভাক মৰমেৰে সুধিছিল, "প্ৰতিভা, তুমি সুখীনে?" প্ৰতিভাই তপনৰ স্পন্দিত বুকুৰ মাজত মূৰটো গুজি উত্তৰ দিছিল, "সুখী, খুউব সুখী।" তপনে মৰমৰ হাত বুলাই জোৰেৰে প্ৰতিভাক সাবটি ধৰিছিল কৈছিল, "প্ৰতিভা, তুমি মোৰ লগত থাকিলে মই স্বৰ্গসুখ লাভ

কৰিম, প্ৰেৰণা লাভ কৰিম"। তপন আৰু প্ৰতিভাই ভৱিষ্যতৰ ৰঙীন কল্পনা কৰিছিল! সিহঁতৰ এখন সুখৰ সংসাৰ হ'ব, সিহঁতৰ মাজলৈ আহিব এটি মৰমলগা সন্তান। বিবাহৰ স্থায়িত্ব মূল্য এই সন্তানে সু-প্ৰতিষ্ঠিত কৰিব। প্ৰেম আৰু স্নেহৰ আশ্বাসত তপনে স্বচ্ছন্দে, নিঃসংকোচেৰে প্ৰতিভাৰ মাজত বিচাৰি পাইছিল পত্নীসুখৰ অকৃপণ প্ৰতিদান। প্ৰতিভাৰ উৎসৰ্গিত সমস্ত দেহ-মনত সি জীৱনবোধৰ নতুন সোৱাদ উপভোগ কৰিলে।

বিদ্যুৎ চৌধুৰীৰ পৰামৰ্শ আৰু ব্যৱস্থাতে তপন আৰু প্ৰতিভা এমাহৰ বাবে ওলাই গ'ল 'হনিমুন' বোলা প্ৰীতিমধুৰ অভিসাৰ চৰিতাৰ্থ কৰিবলৈ। দক্ষিণ ভাৰতৰ বাংগালোৰ, হায়দৰাবাদ, উৰিষ্যাৰ পুৰী, ভুবনেশ্বৰ, মুম্বাই, গোৱা, এক দীৰ্ঘদিনৰ কাৰ্যসূচীত সিহঁতে উপভোগ কৰিলে মাধুৰ্যৰ আস্বাদন। গোটেই হনিমুনৰ সময়খিনি মুখৰিত হৈছিল পৰম পৰিতৃপ্তিত। মধুচন্দ্ৰিকা যাপনৰ দিনকেইটা কেতিয়া পাৰ হৈ গ'ল সিহঁতে গমকে নাপালে। এই ভ্ৰমণবিলাস আছিল তপনৰ বাবে নতুন অভিজ্ঞতা, নতুন বন্ধন। নতুন বিস্ময়।

তপনে নতুন কামত সোমোৱাৰ লগে লগে তাৰ ব্যস্ততা বাঢ়িল। তাৰ মনত আত্ম প্ৰতিষ্ঠাৰ বাসনা জাগিছিল। সি নিজৰ ঘৰঘনৰ কথা চিন্তা কৰিলে। আজি তাৰ মনত মাক-বাপেক, ভায়েক-ভনীয়েকৰ কথা সঘনাই মনত পৰিল। সি অনুভৱ কৰিলে, এক বিৰাট শূন্যতা। ঘৰৰ মোহে তাক চাৰিওফালৰ পৰা আগুৰি পেলালে। বিয়াৰ ঢাকনীয়ে ইমান দিন জীৱনৰ বাস্তৱ দিশটো অন্ধকাৰ কৰি ৰাখিছিল। আজি লাহে লাহে তাৰ মনলৈ তাৰ নিজ অস্তিত্বৰ সচেতনতা জাগ্ৰত হৈ উঠিল। সি সাধাৰণ স্বামী-স্ত্ৰীৰ সংসাৰৰ বিবাহিত জীৱনৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ থকাটো আত্মকেন্দ্ৰিক বুলি ভাবিলে। তাতে, শহুৰেকৰ প্ৰতিপালনে তাৰ শিক্ষা-দীক্ষা, জ্ঞান-বুদ্ধি সকলো মিছা বুলি সংশয় বঢ়ালে। সি প্ৰতিভাক স্ত্ৰীৰূপে পাইছে ঠিকেই কিন্তু ইয়াৰ বিনিময়ত সি এক মহৎ সম্পদ হেৰুৱালে। সি আজি মাক-বাপেকৰ আশীৰ্বাদৰ পৰা, স্নেহৰ পৰা বঞ্চিত হ'ল।

বহুত ভাবি-চিন্তি তপনে তাৰ মনত চটফটাই থকা কথাটো প্ৰতিভাক খোলাকৈ কোৱাটো সমীচীন বুলি বিবেচনা কৰিলে।

প্ৰতিভা, তোমাক এটা কথা কওঁ বুলি ভাবিছো.....

কি কথা কোৱা, তোমাৰ বন্ধু শশাংক বৰুৱাৰ বিষয়ে ক'ব খুজিছা। তুমিতো জানা যে সেই মানুহটো মই চকুপাতি দেখিব নোৱাৰো.....

মই সেইটো জানো। মই কিন্তু আজি সেই বিষয়ে ক'বখোজা নাই—

প্রতিভাই তপনৰ মুখলৈ অবাক হৈ চালে।

তেন্তে...

মই আৰু ইয়াত নাথাকো। শহুৰৰ ঘৰত এনেকৈ ঘৰ-জোঁৱাই হৈ থকা মোৰ বাবে শোভা নাপায়। "তুমি কিয় এনেদৰে ভাবিছা? পাপাই তোমাক কিবা কৈছে? তোমাৰ কথা মই বুজিব পৰা নাই। বুজাই কোৱা, খোলাকৈ কোৱা। যি ক'ব খুজিছা, ভালকৈ ভাবি-চিন্তি কবা, নহয়নে বাৰু?" প্ৰতিভাই উত্তৰ দিলে। তপনে প্ৰতিভাক কৈছিল, "মই ভাবিছো, তোমাকলৈ মই আমাৰ ঘৰখনলৈ যাওঁ। মই সেইখন ঘৰৰ ডাঙৰ ল'ৰা। তুমি সেইখন ঘৰৰ বোৱাৰী। অসুবিধা হ'লেও, আমি সেইখন ঘৰলৈ যোৱাটো নিতান্তই প্ৰয়োজন। দেউতা-মা দেৱতুল্য মানুহ। বিয়াখনত আপত্তি থাকিলেও তেওঁলোকে আমাক ত্যাগ কৰিব নোৱাৰে। অভিমান বেজাৰ থাকিলেও সেইবোৰ কথা আমি ভাগৈ গ'লে নোহোৱা হ'ব। আমাক কেতিয়াও ওভটাই নপঠায়। আমি নোযোৱাটোহে অপৰাধ হৈছে। নিজকে দোষী বুলি মোৰ বিবেক দংশন হৈছে।"

তপনে স্নেহ কণ্ঠেৰে প্ৰতিভাক কৈছিল, তুমি মোক চিনি পাইছাই, ভালকৈ বুজি পাইছাও। তুমি মোক ভালপোৱা। মই আশা কৰো, তুমি আপত্তি নকৰিবা।

প্ৰতিভাই তপনৰ কথাখিনি মনোযোগেৰে শুনিছিল। মুখলৈ চাইছিল সতৃষ্ণ নয়নে। তপনৰ গালত কলা দাড়ি, আজি দুদিন 'চেভ্' কৰা নাই। বৰ ক্লান্ত যেন লাগিছে, তপনৰ মনৰ ভাবটো কিবা গধুৰ গধুৰ লাগিছে। তপনে প্ৰতিভাৰ হাত দুখন ধৰি কৈছিল, "প্ৰতিভা, তুমি ভয় নকৰিবা, শংকা নকৰিবা। সেইখন ঘৰক আপোন কৰি ললে আমি সকলো দুশ্চিন্তাৰ পৰা মুক্ত হম। তোমালোকৰ ঘৰ আৰু আমাৰ ঘৰ দুয়োখন ঘৰৰ মাজত তেতিয়াহে আত্মীয়তা স্থাপন হ'ব। আমি দুয়ো আত্মীয়তা সুদৃঢ় কৰিম।" অলপ ৰৈ তপনে পুনৰ ক'লে, "আমি দুয়ো আন্তৰিকতাৰে অন্ততঃ এবাৰ চেষ্টা কৰাত আপত্তি কি? বেয়া পালে ওলাই অহাটো একো অসুবিধা নহ'ব।" তপনে আবেগেৰে নিজৰ মনত পুহি থকা ইচ্ছাখিনি প্ৰতিভাক কৈ পেলাইছিল। সি উপলব্ধি কৰিছিল যে তাৰ সমস্ত চেতনাক আচ্ছন্ন কৰি কৰি ৰাখিছে এই বিচ্ছেদে। এই বিচ্ছেদ দূৰ নকৰিলে সি শান্তি নাপায়।

প্ৰতিভাই তপনৰ মানসিক পীড়নৰ কথা যে অনুভৱ কৰা নাছিল এনে নহয়। স্বামীৰ কথাত তাই আপত্তি নকৰিলে। সেইখন ঘৰৰ বোৱাৰীৰূপে তাইৰ এটা

দাবী আছে। সেইকথা প্রতিপন্ন কৰিবলৈ তাই তপনৰ প্ৰস্তাৱত সন্মতি জনালে। দুয়ো বিদ্যুৎ চৌধুৰীক দুদিনৰ পাছতে লগ ধৰি সিহঁতৰ মনৰ কথা জনোৱাত তেওঁ আপত্তি নকৰিলে। জীয়েকৰ কথাত পতিয়ন গ'ল। একেবাৰে নগ'লেও অন্ততঃ কিছুদিনৰ বাবে সেইখন ঘৰলৈ যোৱা প্ৰস্তাৱত তেওঁ সমৰ্থন জনালে। তেওঁ জীয়েকৰ উদাৰমনৰ পৰিচয় পাই বৰং আনন্দহে পালে। তেওঁৰ ছোৱালী সু-চতুৰ আৰু বুদ্ধিমতী। তপনহঁতৰ আৰ্থিক অৱস্থা ভাল নহয়। সেইকথা তেওঁ জানে। তথাপি, তেওঁ ছোৱালীৰ সামাজিক প্ৰয়োজনৰ বাবেই ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰলৈ যোৱাটো বেয়া নাপালে। লাহবিলাহত, ভোগ বাহুল্যত ডাঙৰ দীঘল হোৱা প্ৰতিভাই শহুৰ-শাহুৰ স্নেহ আৰু শাসনৰ স্বাভাৱিক ঔদাৰ্যৰ আভাস পোৱা দৰকাৰ যাতে প্ৰতিভাই নিজকে নতুন দৃষ্টিৰে চাব পাৰে। তাৰোপৰি, প্ৰতিভাৰ মিঠা সৰল ব্যৱহাৰত ধৰ্মেশ্বৰ হাজৰিকাৰ অন্তৰ জয়কৰা কঠিন নহ'ব বুলি তেওঁৰ বিশ্বাস আছে। গভীৰ সমবেদনাৰে ক্ৰন্দনৰতা কন্যাক পিঠিত হাত বুলাই বিদ্যুৎ চৌধুৰীয়ে আশীৰ্বাদ দিলে।

তপনে প্ৰতিভাক নিয়াৰ আগতে নিজে আগতে এবাৰ ঘৰলৈ যাব, আৰু পৰিস্থিতিৰ বুজ ল'ব বুলি বিবেচনা কৰিলে। খবৰ নিদিয়াকৈ আৰু পৰিস্থিতি নজনাকৈ, প্ৰতিভাকলৈ ঘৰ সোমোৱাটো ঠিক নহ'ব বুলি ভাবি সি নিজ ঘৰলৈ যাবৰ বাবে প্ৰস্তুত হ'ল। ঘৰৰ পৰাও কোনেও তাৰ খবৰ লোৱা নাই। ভনীয়েক মাজনী, ভায়েক ৰাজেনেও তাৰ ওচৰলৈ অহা নাই। সিহঁতে ককায়েকৰ এই বিয়াত আপত্তি দৰ্শাই টান কথাহে শুনাইছিল। সকলো ভুল বুজাবুজিৰ অন্ত পৰিব, যদিহে সি নিজে উপযাচি সিহঁতৰ ওচৰলৈ যায়। তপনৰ মনত পৰিল তাৰ বন্ধু শশাংকই কোৱা এষাৰ তাৎপৰ্যপূৰ্ণ উপদেশৰ কথা। সি কৈছিল, যে সকলো মাক-বাপেকে যোগ্যবান পুতেকৰ বাবে এজনী সৰ্বাংগ সুন্দৰী ছোৱালী আনিবলৈ আশা কৰে। তপনৰ মাক-বাপেকেও তাকে আশা কৰিছিল, আৰু তেওঁলোকৰ পছন্দমতে এজনী ছোৱালীও ঠিক কৰিছিল। কিন্তু তপনে তেওঁলোকৰ আশা পূৰণ নকৰি নিজ ৰুচিমতে প্ৰতিভাক বিয়া কৰালে। এনে কাৰ্যত সকলো মাক-বাপেক অসন্তুষ্ট হোৱা স্বাভাৱিক। গতিকে, তপনে এই অসন্তুষ্টি, এই অভিমান আঁতৰ কৰিব লাগিব। যি হৈ গ'ল, তাক খণ্ডাব নোৱাৰি। এতিয়া পুনৰ বিশ্বাস স্থাপনৰ সময়। সেয়েহে তপনে অলপো ইতস্ততঃ নকৰি মাক-বাপেকৰ ওচৰলৈ যোৱা উচিত।

সময় তেতিয়া প্ৰায় আবেলি চাৰি বাজিছে। তপন কামৰ পৰা অলপ আগতে আহিল। তাৰ মনটো আজি উচ্‌পিচাই আছিল। আকাশত মেঘ গোট খাইছে। বিয়লিবেলাৰ পোহৰ স্তিমিত হৈ আহিছে। তপনে আকাশলৈ চালে, বৰষুণ দিব পাৰে। সি বৰষুণ দিয়াৰ আগতে যাব লাগিব। সি স্কুটাৰখন উলিয়াই যাবলৈ আগবাঢ়িল। ইফালে দেখিলে বাৰান্দাত থিয়দি প্ৰতিভাই সি যোৱা চাই আছে, হাত জোঁকাৰি শুভেচ্ছা জনাইছে।

তপনে স্কুটাৰখন চলাই তাৰ পৰিচিত অঞ্চলটোত সোমাল। বিদ্যুৎ চৌধুৰীৰ ঘৰৰ পৰা তাৰ ঘৰৰ দূৰত্ব চাৰিমাইল মান হ'ব। চিনাকি বাটতে সি কেইবাখনো চিনাকি মুখ দেখিলে। বহুত দিন সি এইফালে অহা নাই। তাঁলৈ চিনাকি মুখবোৰে কৌতূহলেৰে চোৱা দেখি সি বুজিলে যে তাৰ বিষয়ে মানুহবোৰৰ জানিবলৈ বাকী নাই। সৰু অঞ্চল, এতিয়াও অনগ্ৰসৰ অৱস্থাতে আছে। মধ্যবিত্ত শ্ৰেণীৰ পৰিয়ালেই বেছি। সি দেখিলে মাধৱ বাবুৰ দোকান, সমুখত আগৰদৰেই ডেকা-ল'ৰাবোৰৰ জুম, আড্ডা। বংশী দাসৰ পাণৰ দোকান, ৰতন মিস্ত্ৰীৰ চাইকেল মেৰামতিৰ দোকান। একো পৰিৱৰ্তন ঘটা নাই। এইবোৰত সি  পঢ়া অৱস্থাতে লগৰ ল'ৰাৰ লগত আড্ডা মাৰিছিল। একো উন্নতি হোৱা নাই। থলুৱা ব্যৱসায়ী ক্ৰমাৎ নোহোৱা হৈ আহিছে। বিহাৰী বুনেলালৰ গেলামালৰ দোকানখন বেছ ডাঙৰ হৈছে। সি পকীঘৰ সাজি কাৰবাৰ বহলাইছে। বদৰে নতুনকৈ কাপোৰৰ দোকান দিছে। তপনে বদৰক জানে। অঞ্চলটোত সি বহুতো ভাল কাম কৰিছিল। সি ভাবিলে, এটা গতানুগতিক জীৱনধাৰা প্ৰবাহিত হৈ আছে। কোনো চকুত পৰা ব্যস্ততা নাই, নতুনত্ব নাই। এটা আভিজাত্য অঞ্চলৰ ধনীলোকৰ কন্যা প্ৰতিভা, সচ্ছলতাত ডাঙৰ হৈছে। প্ৰতিভাৰ চাল-চলন, ভাব-ভংগী, বাহ্যিক আড়ম্বৰ এনে অনগ্ৰসৰ অঞ্চললৈ আহি খাপ খাব পাৰিবনে?

তপনে কোন সময়ত আহি ঘৰৰ পদুলিমুখত উপস্থিত হ'লহি, ততকে ধৰিব নোৱাৰিলে। স্কুটাৰখনে যেন তাক আপোন ইচ্ছাৰে এইখন ঘৰলৈ লৈ আহিছে। এইখন ঘৰতে সি চাইকেল এৰি স্কুটাৰখন কিনিছিল। তাৰ অলপীয়া দৰমহা আৰু বাপেকে দিয়া টকা মিলাই সি এইখন কিনিব লগা হৈছিল। আজিও সি এই স্কুটাৰখন চলাই ফুৰিছে। কিবা এটা মায়া সোমাই গৈছে। প্ৰতিভাই এখন নতুন মডেলৰ 'মাৰুতি' লোৱাৰ কথা কৈ আছে। সি 'হা'-বো কোৱা নাই, 'না'-বো কোৱা নাই। হয়তো প্ৰতিভাৰ বাবতে ল'বলগা হ'বগৈ।

স্কুটাৰখন ভিতৰ সোমাল। সি নামি বাৰান্দাত ভৰি দিওঁতে দেখিলে, মাক মনোৰমা ওলাই আহিছে, মুখত এক মৃদু উত্তেজনা।

"অ' তপন দেখোন? ভিতৰলৈ আহ।" মাকৰ পিচে পিচে সি সোমাই গ'ল। দেখিলে, বাপেকে এখন আৰামী চকিত বহি একান্তমনেৰে এখন কিতাপ পঢ়ি আছে।

"হেৰি, এইফালে চাওকছোন, কোন আহিছে, চাওক...." ধৰ্মেশ্বৰ হাজৰিকাই কিতাপখন জপাই, চচ্‌মাজোৰ খুলি চাই দেখিলে, তপন ৰৈ আছে, সি দৌৰি আহি বাপেকৰ ভৰিত পৰি সেৱা কৰিলে। তাৰ চকুৰেদি লোতক বাগৰি আহিল। ধৰ্মেশ্বৰ হাজৰিকা চকিৰ পৰা উঠি চলচলীয়া চকুৰে তপনক সাৱট্‌মাৰি ধৰিলে। বহুত সময় এই পিতা-পুত্ৰৰ মিলন। পুত্ৰৰ প্ৰতি থকা স্বতঃসিদ্ধ চেনেহে মাক-বাপেক দুয়োকে আনন্দৰ প্ৰচণ্ড উত্তেজনাৰে ওপচাই পেলালে। এইয়া তৃপ্তিৰ এক মধুৰ প্ৰতিফলন! ধৰ্মেশ্বৰ হাজৰিকাই চকুৰ লোতক মূচি মৰমেৰে সুধিলে,

বোৱাৰী ক'ত? বোৱাৰী ক'ত? হেৰা মনোৰমা, বোৱাৰীক ভিতৰলৈ মাতি আনা, কিয় বাহিৰত ৰৈ থাকিব লাগে? তপনে থোকাথুকি মাতেৰে ক'লে, অহা নাই, আহিব দেউতা....

তই ভুল কৰিছ', আজিয়েই লৈ আহিব লাগিছিল! এইখন ঘৰৰ বোৱাৰী নাহিলে কেনেকৈ হ'ব?

দেউতা.....

আপত্তি আছে, নে অন্য কিবা কাৰণ.....

নহয়, নহয়, আপত্তি থাকিব কিয়? তেওঁ মোৰ লগতে আহিবই খুজিছিল। মইহে অনা নাই।

মানে, তই বোৱাৰীক নানিলি, আনিবলৈ ভয় কৰিলি? চা, তপন, যি হৈ গ'ল, তাক আমি ধৰি থাকি লাভ নাই। তই বিদ্যুৎ চৌধুৰীৰ ছোৱালীজনীক নিজ পছন্দ মতে বিয়া কৰিছ'। আমি এই বিয়াত আপত্তি কৰিছিলো অনেক কাৰণত। আমি তোৰ বিয়াখন আমাৰ সামাজিক প্ৰথাৰে পাতিব নোৱাৰিলো। তই আমাৰ প্ৰয়োজন বিবেচনা নকৰিলি। বাক, সেইবোৰ যোৱা কথা গ'ল। মান-অভিমান থাকেই। তই এইখন ঘৰ এৰি গুছি যাব নালাগিছিল। ঘৰখনৰ প্ৰতি তই অন্যায় কৰিলি। বিয়াখনৰ বাবে ক'ৰ্ট-কাছাৰিলৈ যাব নালাগিছিল। তপনে কৈছিল, ভুল মানুহ মাত্ৰেই কৰে। ময়ো কৰিছো। ক্ষমা কৰিব দেউতা। মই ঘৰখনৰ পৰা ওলাই

গে শান্তি পোৱা নাছিলো। ঘৰলৈ আহিবলৈ মোৰ মন ছটফটাই আছিল.....বিশ্বাস কৰক দেউতা, যি মুহূৰ্ততে মোৰ ভুল ভাঙিল, সেই সময়ৰ পৰা মোৰ অনুতাপ আৰম্ভ হ'ল। মই আহো আহো বুলি সাহস গোটাব পৰা নাছিলো।

ধৰ্মেশ্বৰ হাজৰিকাই চিন্তা কৰিছিল, তেওঁ ল'ৰাৰ প্ৰস্তাৱত মান্তি হ'ব কিয় নোৱাৰিলে? তপনেতো ভালভাৱেই বিদ্যুৎ চৌধুৰীৰ ছোৱালীজনীক বিয়া কৰোৱাৰ কথা তেওঁলোকক কৈছিল? সেইটো অন্যায় আৰু অমাৰ্জনীয় প্ৰস্তাৱ নাছিল। তেন্তে, কিহৰ বাবে ইমান আপত্তি? আচল কথা হৈছে, যিখন সমাজত বিদ্যুৎ চৌধুৰীৰ পয়োভৰ, সেইখন সমাজ তেওঁলোকৰ দৰে মানুহৰ বাবে বহুত নিলগত। তাতে, তেওঁলোকৰ সামাজিক বন্ধন বৰ কট্‌কটিয়া। বাঙ্কোন সহজে মেল নাখায়, সহজে চিঙিব নোৱাৰি। ধৰ্মেশ্বৰ হাজৰিকাৰ মনত প্ৰতিভাৰ প্ৰতি এটা অনুকম্পা জাগি উঠিল, অজ্ঞাতসাৰেই হ'বলা। নতুন জেনেৰেশ্যনৰ লগত মোকাবিলা নকৰিলে, নচলে। বহুত পূৰ্ব প্ৰচলিত ধ্যান-ধাৰণা এৰি সময়ৰ জখলাইদি নতুনৰ ফালে নামিবৰ বাবেও প্ৰস্তুত থাকিব লাগিব। ধৰ্মেশ্বৰ হাজৰিকাই ভাবিলে, তেওঁ আৰু মনোৰমা বুঢ়া হৈ আহিছে, এতিয়া পো-বোৱাৰীৰ পৰিচৰ্যা দৰকাৰ হৈছে।

তপনৰ মনটো পাতল লাগিল। সি বহুতো আশ্বস্ত অনুভৱ কৰিলে। মাক-বাপেকৰ আন্তৰিকতাপূৰ্ণ আদৰ-সাদৰে তাক অভিভূত কৰি পেলালে। মাজনী আহি তাক 'দাদা' বুলি সাৱটমাৰি ধৰিলত তপনৰ মন আনন্দত দুগুণে উথলি উঠিল। সি সুধিলে,

ৰাজেন ক'ত?

মাজনীয়ে উত্তৰ দিবলৈ নৌ পাওঁতেই তপন ভিতৰলৈ সোমাই গ'ল। এক অফুৰন্ত উৎকণ্ঠাৰে সি ঘৰখনৰ প্ৰত্যেকটো কোঠাত সোমাই তাৰ আত্মীয়তা পুনৰ অন্তৰংগ কৰিবলৈ আশা কৰিলে। খোৱা টেবুলত একেলগে বহি, মাকে আৰু ভনীয়েকে আথেবেথে দিয়া চা-জলপান খাই সি পৰম তৃপ্ত হ'ল। সি স্থিৰ কৰিলে প্ৰতিভাক সি লৈ আহিব। বিদ্যুৎ চৌধুৰীৰ নিয়ন্ত্ৰিত অশান্ত আৰু কৃত্ৰিম পৰিবেশৰ পৰা সিহঁত এইখন ঘৰলৈ গুছি আহিব। মাক-বাপেকৰ অকপট স্নেহ বুকুৰ সন্তানৰ বাবে সুৰক্ষিত বুলি সি ক্ৰমাৎ সহজ হৈ উঠিল।



# ১০

তপনে প্ৰতিভাক আনি নিজৰ ঘৰত থিতাপি লোৱা প্ৰথম অৱস্থা, ‘সুখৰ আৰু শান্তিৰ’ আছিল। প্ৰতিভায়ো তপনৰ দৰে স্বামী পাই পৰম আনন্দিত হৈছিল। শহুৰ-শাহু দুয়ো আছিল মৰমিয়াল। বোৱাৰীয়ে যাতে একো অসুবিধা নাপাই তাৰবাবে তেওঁলোকৰ যত্নৰ কম নাছিল। ধনী ঘৰৰ ছোৱালী, সুখত ডাঙৰ হোৱা। তেওঁলোকে নিজৰ জীৱন গঢ়দিয়াৰ দৰে পুতেক বোৱাৰীকো স্নেহ আৰু প্ৰীতিবন্ধনেৰে গঢ়দিবলৈ যথাসাধ্য চেষ্টা কৰিছিল।

বিবাহিত জীৱনৰ প্ৰথম বছৰতে জন্ম হৈছিল জোনমণি। তপনে প্ৰতিভাক ক্লিনিকলৈ লৈ গৈছিল, ভাবিছিল অন্য কিবা অসুখ হৈছে বুলি। মাইকী মানুহৰ ক'ত ধৰণৰ বেমাৰ হ'ব পাৰে? নতুন সংসাৰ আৰু নতুন জীৱন ধাৰাত প্ৰৱেশ কৰি তপনে কথাটো সহজভাৱেই লৈ ডাক্তৰৰ পৰামৰ্শ লৈছিল। বহুত ধৰণৰ পৰীক্ষা, আনকি চন'গ্ৰাফী কৰি ডাক্তৰে তপনক কৈছিল যে প্ৰতিভা সন্তানসম্ভৱা। চিন্তাৰ কাৰণ নাই। তপনৰ এক অজানা আশংকাত প্ৰতিভাৰ ওপৰত খং উঠিছিল, দুয়ো কাজিয়াও কৰিছিল, কান্দিছিল। চাৰিমাহ শহুৰ-শাহুৱেকৰ তাত থকাৰ পাছত প্ৰতিভাক তপনে বিদ্যুৎ চৌধুৰীৰ ঘৰত এদিন থৈ আহিল গৈ। ধৰ্মেশ্বৰ হাজৰিকাই আপত্তি নকৰিলে। মনোৰমাই বোৱাৰীয়েকক চাৰি মাহতে ঘৰলৈ পঠোৱাত ভাল পোৱা নাছিল। ভাবিছিল, বোৱাৰীৰ চাগে মন বহা নাই, ঘৰলৈ যাওঁ যাওঁ লাগিছে। ধৰ্মেশ্বৰ হাজৰিকাক তপনে অৱশ্যে এটা ইংগিত দিছিল। সেয়েহে বোৱাৰীক ঘৰলৈ পঠোৱা সংক্ৰান্তত মনোৰমাই নিজৰ আপত্তি জনোৱাত ধৰ্মেশ্বৰ হাজৰিকাই সহজভাৱেই কৈছিল।

"অনেক কথা, তুমি নুবুজিবা। মুঠতে জানিথোৱা যে বোৱাৰী সন্তানসম্ভৱা। ডাক্তৰে তপনক এই কথাকে কৈছে। এনে অৱস্থাত বোৱাৰীক ঘৰলৈ পঠোৱাটো উচিত কামেই হৈছে। আমি হয়তো চম্ভালিব নোৱাৰিম। তপনে মোক সুধিছিল। মই পঠাবলৈকে ক'লো।" ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাৰ মনত কোনো দ্বিতীয় চিন্তা নোসোমাল। তেওঁলোকে কথাটো স্বাভাৱিকভাৱেই ললে। প্ৰথম নাতিৰ সুখকামনাই তেওঁলোকক বৰং আনন্দহে দিলে। ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ বিয়াৰ আগতে বিদ্যুৎ চৌধুৰীৰ পৰা যিখন চিঠি পাইছিল, সেই চিঠিখন তেওঁ সযত্নৰে বাকচত ভৰাই থৈছিল। তাত অন্যান্য প্ৰসংগৰ মাজতে বিদ্যুৎ

চৌধুৰীয়ে লেখিছিল ..... প্ৰতিভাক "অন্তঃসত্ত্বা" বুলি ডাক্তৰে তেওঁক ৰিপোৰ্ট দিছিল। এইয়া তপনৰ অবাধ মিলা-প্ৰীতিৰ পৰিণতি বুলি বিদ্যুৎ চৌধুৰীয়ে অভিযোগ তুলিছিল। ধৰ্মেশ্বৰ হাজৰিকাই এই চিঠিখন বাকচৰ পৰা উলিয়াই পুনৰ কেইবাবাৰো পঢ়িলে। পঢ়ি তেওঁ বুজিলে, অভিযোগ মিছা নহয়। তপনে কি ভাবিছে, তেওঁ নাজানে। সোধাৰ প্ৰয়োজনো নোহোৱা হৈছে। তপনে প্ৰতিভাক সময়মতে থৈ আহি নিজৰ কৰ্তব্য পালন কৰাতে ধৰ্মেশ্বৰ হাজৰিকা আশ্বস্ত হ'ল। ভৱিষ্যতৰ কথা সময়ে নিৰ্ণয় কৰিব বুলি সান্ত্বনা লভিলে।

প্ৰায় এবছৰ, এবছৰ পিতৃগৃহত থাকি প্ৰতিভা যেতিয়া পুনৰ শহুৰগৃহলৈ উভতিল—তেতিয়া প্ৰতিভা এটি কন্যা সন্তানৰ মাক। তপন কিছুদিনৰ বাবে কলিকতালৈ বদলি হৈছিল। তাৰপৰা আহিয়েই সি প্ৰতিভাক ঘৰলৈ আনিবৰ বাবে ব্যস্ত হৈ পৰিছিল। প্ৰতিভাৰ লগত সি কলিকতাৰ পৰা সদায় ফোনেৰে কথা হৈছিল। ঘৰলৈ আনি সি প্ৰতিভাৰ কোলাত এটি এবছৰীয়া কন্যাক পাই আনন্দত আত্মহাৰা হৈছিল। ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰখনো নৱজাত কন্যাৰ আগমনত উখল-মাখল লাগিছিল। কন্যাটিৰ নাম দিয়া হৈছিল জোনমণি, ককাকে মৰমতে দিয়া নাম। একোলা-দুকোলা কৰোতেই জোনমণি ছবছৰত ভৰি দিলেহি। ইয়াৰ পাছতে আৰম্ভ হ'ল নতুন এক সংগ্ৰাম। ছবছৰ ব্যাপি গঢ়ি উঠা স্বামী-স্ত্ৰীৰ মাজত নিবিড় ঘনিষ্ঠ সম্পৰ্ক এক উপহাসৰূপে গণ্য হ'ল। এই দীৰ্ঘ দিনৰ বিবাহিত জীৱনলৈ আহিল ধুমুহা। এই ধুমুহাই তপন আৰু প্ৰতিভাৰ মাজত থকা সকলো সদভাৱ, ভালপোৱা আৰু বিশ্বাস নিমিষতে ধূলিসাৎ কৰিলে। ইয়াৰ মূলতে সিহঁতৰ সন্তান বুলি স্বীকৃত হোৱা জোনমণিৰ জন্মৰহস্য। তপনে বন্ধুমহলত প্ৰতিভাৰ বিষয়ে বহুতো কিবাকিবি শুনিছিল। সি এদিন ক্লাবলৈ যাওঁতে ড° ৰবীন দাসৰ বন্ধু অমৰৰ পৰা এটা ঠাট্টাসুলভ মন্তব্য শুনিছিল। এই মন্তব্য তপনক লক্ষ্য কৰিয়েই কোৱা হৈছিল। অমৰে প্ৰতিভাৰ প্ৰতি ক'বলৈ গ'লে, এটা বাসনা পুহি আছিল। সি ধনীঘৰৰ ল'ৰা, ইলেকট্ৰনিক্ সামগ্ৰীৰ পায়কাৰী ব্যৱসায়ী। কিন্তু সি প্ৰতিভাক বিয়া কৰাব নোৱাৰিলে। প্ৰতিভাক বিদ্যুৎ চৌধুৰীয়ে বহুত ভাবিচিন্তি দুখীয়া ঘৰৰ ল'ৰা তপনলৈ বিয়া দিলে। বহুত আগবাঢ়িও অমৰে প্ৰতিভাক নিজৰ কৰি ল'ব নোৱাৰাত তাৰ মনত অনুতাপৰ সীমা নাছিল। এই অনুতাপ পাছলৈ গৈ আক্ৰোশত পৰিণত হৈছিল। কোৱা প্ৰয়োজন যে ড° ৰবীন দাস বিদ্যুৎ চৌধুৰীৰ ফেমিলি ডাক্তৰ, ঘৰুৱা আৰু

নির্ভৰযোগ্য। ডাক্তৰৰ মুখৰ পৰা কিবা সংক্ৰান্তত প্ৰতিভাৰ বিয়াৰ কথা ওলাওতে অমৰেও শুনিছিল যে তাইৰ গৰ্ভত সন্তান জন্ম হোৱাৰ লক্ষণ ধৰা পৰিছিল। কথাটো সিমানতে তল পৰিছিল। বিদ্যুৎ চৌধুৰী চালাক মানুহ, হৈ-চৈ নকৰি তেওঁ ততাতৈয়াকৈ প্ৰতিভাৰ বিয়াখন তপনৰ লগতে পাতি পেলালে। বিয়াখন হৈ যোৱাৰ পাছতহে তেওঁ যেন এক অপবাদৰ পৰা নিষ্কৃতি পালে। ড° ৰবীন দাসৰ বাহিৰে এই কথা অৱশ্যে কোনেও গম নাপালে। আজি ছয়-সাত বছৰৰ আগৰ ঘটনা এটাৰ কোনো গুৰুত্ব নাছিল। কোনো উপলক্ষ্যও নাছিল যে প্ৰতিভাৰ কুমাৰী অৱস্থাৰ বিষয়ে অনুসন্ধান চলোৱা। আভিজাত্য সমাজত বহুত প্ৰণয়জনিত ঘটনা ঘটিয়েই থাকে। বিবাহিত স্বামীয়ে বন্ধু পত্নীৰ সান্নিধ্য লাভ কৰা, অসুখী স্ত্ৰীৰ পৰপুৰুষৰ লগত হলিগলি থকা, এইবোৰ আজিকালি তথাকথিত চহৰীয়া সভ্যতাৰ দৈনন্দিন ঘটনা। গল্প-গুজবৰ এইবোৰ মাল-মছলা।

তপনৰ ক্ষেত্ৰত কিন্তু অমৰৰ কৌতুকে বিষক্ৰিয়া কৰিলে। তাৰ মগজুত এই বিষক্ৰিয়াই বিৰূপ ধাৰণ কৰিলে। তাৰ সকলো চিন্তা অধিকাৰ কৰি পেলালে— প্ৰতিভাৰ চৰিত্ৰৰ বিষয়ে অমৰে ক্লাবত কেজুৱেলি কোৱা ঘটনাটোৱে। তাৰোপৰি, তাৰ মনত এই ঘটনাৰে অন্য এটা সন্দেহে ভূমুকি মাৰি অশান্তিৰ অন্তস্থল বিদ্ধ কৰিলে। জোনমণি তেনেহ'লে তাৰ ঔৰসজাত কন্যা নহয়? তাই আনৰ উৎপাদিত জাৰজ সন্তান, অবাঞ্ছিত, অজ্ঞাত কুলশীল। তপনৰ মনত অস্থিৰতাই ক্ৰিয়া কৰিলে। প্ৰতিভাৰ লগত তাৰ যি বৈবাহিক সম্পৰ্ক স্থাপন হৈছিল, সেইয়া তেনেহ'লে এক প্ৰতাৰণা। প্ৰতিভাৰ স্নেহ, ভালপোৱা সকলো তেনেহ'লে চলনাৰ বাহিৰে আন একো নহয়? তপনৰ মনত পৰিল, ৰেজিষ্টাৰ হোৱা দিনটোলৈ। সি আৰু প্ৰতিভাই স্বামী-স্ত্ৰীৰূপে দুয়োজনে সিজনৰ প্ৰতি নিষ্ঠা, সততা আৰু ভালপোৱা অক্ষত ৰাখিব। এইয়া আছিল বিবাহিত জীৱনৰ অতিশয় গুৰুত্বপূৰ্ণ প্ৰতিজ্ঞা।

তপনৰ সমস্ত দেহমন ব্যাকুল আৰু বিব্ৰত হৈছিল, সি প্ৰতিভাক অমৰে কোৱা কথাখিনি কোনো হৈ-চৈ নকৰাকৈ সুধিছিল। সোধাটো উচিত বুলিয়েই সি বিবেচনা কৰিছিল। কেইবা দিনো সি অস্থিৰতাৰে দিন কটালে। যেন অশান্তিৰ এটা গধুৰ বোজা সি কঢ়িয়াই ফুৰিছে। ঘৰলৈ এই কেইদিন সি বহুত পলমকৈ আহিবলৈ ধৰিছে। প্ৰতিভাই লক্ষ্য কৰিছিল, তপনৰ মন কিহবাৰ দুশ্চিন্তাত নিমগ্ন। আহাৰত ৰুচি নাই, চকুত টোপনি নাই। ব্যগ্ৰ আৰু ব্যস্ততাভৰা তপন যেন কিবা শূন্যতাত ভুগিছে। প্ৰতিভাৰ প্ৰতি তপনৰ প্ৰীতি আৰু আন্তৰিকতা

নোহোৱা হৈছে। আৰু অনেক ধৰণৰ বিসংগতি প্ৰতিভাই লক্ষ্য কৰি প্ৰকৃত কাৰণ উলিয়াবলৈ চেষ্টা কৰিছিল। এনে অস্বাভাবিক আচৰণৰ জকল কাৰণ আছে। প্ৰতিভাই জানিব লাগিব।

প্ৰতিভাই কাৰণটো জানিবলৈ এদিন সন্ধিয়া তপনক অকলে চোফা এখনত বিষণ্ণমনে বহি থকা দেখি প্ৰশ্ন কৰিছিল,

তোমাৰ কি হৈছে? কিয় এনেদৰে মন মাৰি আছা, মোক খুলি কোৱা। ৰহস্যৰ মাজত মোক এনেকৈ কষ্ট নিদিবা...

তপনে সংক্ষেপে প্ৰতিভাক অমৰে কোৱা বিদ্ৰুপাত্মক উক্তি কওঁ, নকওঁকৈ কৈ পেলালে।

প্ৰতিভাৰ মূৰত যেন সৰগখন খহি পৰিল। তাই কোনো উত্তৰ নিদিলে। যেনেকৈ থিয় হৈ আছিল, তেনেকৈ থিয় হৈ ৰৈ গ'ল।

অখণ্ড এটা নিস্তব্ধতাই প্ৰতিভা আৰু তপনৰ দেহমন, অস্তিত্ব—সকলো যেন বিলোপ কৰি দিলে... দুয়োৰে মনত একেটা প্ৰশ্নই সেইক্ষণত উদয় হৈছিল। ভালপোৱা আৰু বিশ্বাস ; দাম্পত্য জীৱনৰ দুটা পৰম সম্পদ। এই দুটাৰ মাজেদিয়েই সুখ, আনন্দ আৰু আৰাম পোৱা যায়। তপনে নিস্বাৰ্থভাৱে, অখণ্ড ভালপোৱা প্ৰতিভাক বিলাই দিছিল। তাৰ মনত কোনোদিনে কুণ্ঠাবোধ নাছিল। হয়, প্ৰতিভা ধনী ঘৰৰ ছোৱালী, লাহবিলাহত ডাঙৰ হোৱা ; বহুতো ডেকাৰবাবে তাই আছিল আকাঙ্ক্ষাৰ ৰূপৱতী নাৰী। তপনৰ বন্ধু অনেকৰে মানসপটত প্ৰতিভাৰ মোহনীয় আকৰ্ষণে প্ৰেমৰ জোৱাৰ তুলিছিল। কিন্তু এই অভিযানত তপন আছিল দিগ্বিজয়ী। সি প্ৰতিভাক সীতা-সয়ম্বৰত বিজয়ীৰামে সীতাক জয় কৰি বৰমাল্য পিন্ধোৱাৰ দৰে বৰমাল্য পিন্ধাই বৰণ কৰিছিল। মিছা নহয়, সি প্ৰতিভাৰ পৰা সুখ, প্ৰেম-প্ৰীতি সকলো পাইছিল। কিন্তু আজি ছয় বছৰ অতিক্ৰম কৰাৰ পাছত, তাৰ মন ব্যৰ্থতাৰে হাহাকাৰ কৰি, তাৰ ধাৰণাত বিহ্বলতা আনিছে, আশংকা আৰু অবিশ্বাস সৃষ্টি কৰিছে।

প্ৰতিভাই গোটেই ৰাতি শুব পৰা নাছিল। তাই বুজিছিল যে বিবাহিত জীৱনৰ আনন্দ আৰু স্নেহ মধুৰ সম্পৰ্কৰ অৱসান ঘটিবলৈ বেছি সময় নাই। এটা অবাস্তৱ প্ৰসংগই সিহঁতৰ মাজলৈ টানি আনিছে অবিশ্বাস আৰু বাস্তৱতাৰ ৰাঢ় আঘাত। এই মনোমালিন্যৰ পৰিণামৰ ফলত আৰম্ভ হ'ল—প্ৰতিভাৰ মানসিক সংঘাত। জোনমণি হৈ পৰিল—সকলো অথন্তৰৰ মূল কাৰণ। প্ৰতিভাৰ মনত জোনমণি

হৈ পৰিল প্ৰেম আৰু বিপৰ্যয়ৰ ঘৃণনীয় অবাঞ্ছিত সন্তান। জোনমণিৰ প্ৰতি বিষাক্ত আক্ৰোশে প্ৰতিভাৰ মন তোলপাৰ লগালে। তায়ে যদি বিবাহ বিচ্ছেদৰ কাৰণ হৈ পৰে, তায়ে যদি সমাজ, আত্মীয়স্বজন, আৰু বন্ধু-বান্ধৱৰ মাজত প্ৰতিভাৰ চৰিত্ৰৰ ওপৰত কলংক আনে, তেতিয়া কি হ'ব?

প্ৰতিভাৰ দেহ আৰু মনৰ মাজত আৰম্ভ হ'ল মানসিক পীড়া ; অজস্ৰ ঘৃণা আৰু আশংকাই তাইৰ সমস্ত নাৰীসত্তাক বিদ্ৰুপ কৰি আতংকৰ সূচনা কৰিলে। আৰম্ভ হ'ল—তপন আৰু প্ৰতিভাৰ মাজত মতানৈক্য, ৰূঢ় কঠোৰ ব্যৱহাৰ আৰু সুস্পষ্ট সাংসাৰিক কন্দল। অবিচাৰ, অত্যাচাৰ আৰু নিষ্ঠুৰতাৰ বলি হ'ল—জোনমণি। গোটেই ঘৰখনত যেন সুখ-শান্তি, সুস্থ জীৱনবোধ আৰু সুশৃঙ্খল পাৰিবাৰিক কল্যাণময় চিন্তাৰ অৱসান ঘটিল। তপন আৰু প্ৰতিভাৰ অবচেতন মনগহ্ণত আৰম্ভ হ'ল অশান্তি, অভিযোগ আৰু মানসিক দন্দ্ব। এই অন্তৰ্দন্দ্বত পাৰিবাৰিক বান্ধোন ফাট্ মেলিলে। প্ৰতিভাই জোনমণিক কেন্দ্ৰ কৰি তপনৰ লগত অনবৰত কাজিয়া আৰম্ভ কৰিলে। তাই শহুৰ-শাহুৱেকে জোনমণিক মৰম চেনেহ কৰাতো সহ্য কৰিব নোৱাৰা হ'ল। তপনৰ প্ৰত্যেকটো কথা, প্ৰত্যেকটো যুক্তি, প্ৰত্যেকটো অনুনয় বিনয়, প্ৰতিভাই অগ্ৰাহ্য কৰিলে।



## ১১

ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাই তপন আৰু প্ৰতিভাই ঘৰখনত অশান্তিৰ পৰিবেশ এটা সৃষ্টি কৰাত যথেষ্ট উদ্বেগবোধ কৰিলেও সতৰ্কতাৰে সকলো নীৰৱে সহ্য কৰিছিল। কোনো প্ৰশ্ন কৰা উচিত বুলিও তেওঁলোকে ভবা নাছিল। আশা কৰিছিল, কিবা ভুল বুজাবুজি হয়তো হৈছে। সেই ভুল বুজাবুজি স্বামী-স্ত্ৰীৰ ভিতৰুৱা বিষয়। পৰাপক্ষত তেনে বিষয়ত আনৰ হস্তক্ষেপ অপ্ৰয়োজনীয়। কিন্তু ঘৰখনত কিবা এটা ঘটিলে, গোটেই ঘৰখনতে এটা জোকাৰণি মাৰে। তপন— প্ৰতিভাৰ গালি-গালাজ, দন্দ্ব হাই কাজিয়া, চিঞৰ-বাখৰ, জোনমণিৰ প্ৰতি কদৰ্য ব্যৱহাৰ ঘৰখনৰ যে অশান্তিৰ মূল সেইকথা ধৰ্মেশ্বৰ হাজৰিকা আৰু তেওঁৰ স্ত্ৰী মনোৰমাৰ বাহিৰেও মাজনী আৰু ৰাজেনে লক্ষ্য কৰিছিল। প্ৰতিভাৰ কটূক্তি, দম্ভ আৰু বিদ্বেষ সিহঁতে বাপেকৰ মুখলৈ চাই সহ্য কৰি চলিছিল। ৰাজেন অতিষ্ঠ হৈছিল—বৌৱেকৰ নিৰ্দয় আচৰণত। সি পৰাপক্ষত বাহিৰতে সময় কটাই দিছিল। মনোৰমাই তাক বুজাই বঢ়াই শান্ত কৰাৰ প্ৰয়াস কৰিছিল। ভগৱানক মনোৰমাই কাতৰ প্ৰাৰ্থনা জনাইছিল। "হে ভগৱান এই দুৰ্দশাৰ পৰা আমাক ৰক্ষা কৰা।" কেতিয়াবা প্ৰতিভা আৰু তপনৰ কাজিয়াৰ মাত্ৰা উৰ্ধ্বগতিত উঠিলে মনোৰমাই ধৈৰ্য হেৰুৱাইছিল, তেওঁৰ অভিযোগত ধিক্কাৰৰ ৰূপ ফুটি ওলাইছিল। নিজৰ ল'ৰা তপন বিদ্যা-বুদ্ধিত প্ৰখৰ সত্ত্বেও—এনেকৈ সদায় ঘৈণীয়েকৰ লগত কাজিয়া-পেচাল কৰি থকাটো তেওঁৰ বাবে পীড়াদায়ক হৈছিল।

ধৰ্মেশ্বৰ হাজৰিকাই লক্ষ্য কৰিছিল যে তপনে তেওঁক এৰাই চলে। তেওঁৰ দৃষ্টিৰ পৰা নিলগে নিলগে ফুৰে। অফিচলৈ যায়, আৰু সন্ধিয়া বহুত পলমকৈ ঘৰ সোমায়। কোঠাটোতে সোমাই থাকে। মাক মনোৰমায়ো তপনৰ অস্বাভাৱিক গতি-গোত্ৰ দেখি-শুনি অস্বস্তিবোধ কৰিছিল। এদিন সন্ধিয়া বাৰান্দাত বহি ধৰ্মেশ্বৰ হাজৰিকা আৰু মনোৰমাই তপনৰ বিষয়ে কথা পাতি থাকোতেই তপনৰ লগত প্ৰতিভা সমুখেদি ওলাই গ'ল। কাৰো মুখত কোনো মাতকথা নাছিল। তেওঁলোকে মাত্ৰ দেখিলে, বিষণ্নমনেৰে পুতেক বোৱাৰীয়েক আগেদি পাৰ হৈ গৈছে। ধৰ্মেশ্বৰ হাজৰিকাই আনকাল হ'লে সুধিলেহেঁতেন, "তহঁত কোনফালে যাবি ? উভতি আহোতে পলম হ'বনে কি?" কাৰণ, পুতেক বোৱাৰীয়েক পাৰ্টিলৈ গ'লে প্ৰায়ে ৰাতি হয়। তেতিয়া পিচফালৰ দুৱাৰখন জপাই থোৱা হয়—যাতে

সিহঁতে কাকো দুৱাৰ খুলিবলৈ জগাব নালাগে আৰু পোনে পোনে নিজৰ কমলৈ যাব পাৰে। আজি ইয়াৰ ব্যতিক্রম ঘটিল।

এই আন্তৰিকতাবিহীন আচ্ছন্নতা ক্রমশঃ ব্যৱধানত পৰিণত হ'ল। সংসাৰৰ বিষক্রিয়া সহজে আঁতৰ নহয়। এফালে উপসম হ'লে আনফালে বিষক্রিয়া বিপদজনক হৈ দেখা দিয়ে। জোনমণিৰ প্রতি প্রতিভাৰ নির্দয় ব্যৱহাৰ আত্মগ্লানিলৈ যেন পৰিণত হ'ল। প্রতিভাৰ মনত জোনমণি হৈ পৰিল অশুভ সূচক, অমংগলদায়ক শিশু। তাই হৈ পৰিল প্রতিভাৰ তীব্র মানসিক যন্ত্রণাভোগৰ মূল কাৰণ।

জোনমণিৰ প্রতি প্রতিভাৰ যি উৎপীড়ন, তাক দেখি ধর্মেশ্বৰ হাজৰিকা বাস্তৱিকতে বিচলিত হৈছিল। তেওঁ দুখ কৰি মনোৰমাক কৈছিল,

.... কিন্তু মনোৰমা, মই লক্ষ্য কৰিছো, তপনে যেন বোৱাৰীৰ লগত সুখী হ'ব পৰা নাই....ক'ৰবাত যেন কিবা খেলি মেলি হৈ গৈছে। অথচ, সেইজনী ছোৱালী সি নিজেই পছন্দ কৰি বিয়া কৰাইছে।

মনোৰমাই কৈছিল,

জোনমণিয়ে আজি ছবছৰত ভৰি দিলেহি। এতিয়াও সিহঁতে জোনমণিক সহজভাৱে ল'ব নোৱাৰিলে। তর্কাতর্কি কৰিবলৈ নেৰিলে। যোৱা ৰাতিও বহুত পৰলৈকে সিহঁতৰ মাজত কাজিয়া লাগিছিল, চিঞৰ-বাখৰ হৈছিল। এইবোৰ বৰ লাজ লগা কথা। ওচৰ-চুবুৰীয়া মানুহে এইবোৰ মন কৰা নাই বুলি ভাবিছে? সকলোৱে কাণত সোপাদি থকা নাই। সকলোৱে সিহঁতৰ চিঞৰ-বাখৰ শুনিছে। মই ওলাবলৈকে লাজ লগা হ'ল।

"সিহঁত মূর্খবাবেই এনেকৈ কাজিয়া কৰি অহৰহ কলহ-বিবাদত মত্ত হৈছে।" হাজৰিকাই দুখেৰে কৈছিল। তেওঁ কৈছিল, "মই তপনক দহাই দহাই কৈছো, ছোৱালীজনীক লৈ তহঁতে এনেদৰে দন্দ্ব হাই কাজিয়া কৰি নাথাকিবি। তোমাকো কৈছো, এইখন ঘৰত জোনমণিৰ জন্ম সম্পর্কে কোনো আলোচনা নকৰিবা। যি সমস্যা আমি সমাধান কৰিব নোৱাৰিলো, সেইবিষয়ে অনাহকত অশান্তি বঢ়াই লোৱা ঠিক নহয়।"

মনোৰমাই উত্তৰ দিছিল,

কিন্তু অকণমান ছোৱালীজনীক এনেদৰে মাৰ-ধৰ কৰি থকাটো চাই থাকিব নোৱাৰি। বোৱাৰীয়েও সেই কথাটোত তেনেকৈ লাগি থাকিব নালাগিছিল। ল'ৰা-

ছোৱালীয়ে সকলো সময়তে মাক-বাপেকৰ মৰম বিচাৰে। তপনৰ কথা যেনিবা বাদেই দিলো, মাকজনীয়েটো পেটৰ সন্তানটোক অকণমান চোৱা-চিতা কৰিব পাৰে। সদায় ছোৱালীজনীক লৈ মাকজনীয়ে গালি-শপনি, মাৰ-পিট কৰি আছে। এতিয়ালৈকে তাইক স্কুলত দিয়া নাম-গোন্ধেই নাই। সিহঁতে কি ভাবিছে, নাজানো, এনে অনাদৰ সহ্য নহয়। আপুনিয়ে কিবা এটা কৰক। নামটোকে স্কুলত লগাই দিয়ক...

এনেতে জোনমণি সোমাই আহে, মৰমলগা ধুনীয়া ছোৱালীজনী। তাই মাক-বাপেকৰ মৰমৰ পৰা বঞ্চিতা ' নিজ অপৰাধ প্ৰৱণতাত বিব্ৰত হৈ প্ৰতিভাই এই অকণমান মৰমলগা ছোৱালীজনীক নিৰ্মম উৎপীড়ন কৰিছে। তেওঁ ভাবিলে, নিশ্চয় প্ৰতিভাৰ মনত এক অনিশ্চিত আশংকাই ক্ৰিয়া কৰিছে, যি ক্ৰিয়া এক ধৰণৰ মানসিক বিকাৰ। ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ লগত এই বিষয়ে আলোচনা কৰাটো উচিত বুলি বিবেচনা কৰিলে। জোনমণিক আঁকোৱালি ধৰি তেওঁ দুগালত দুটা চুমা খালে।

ককা, তুমি ক'ৰবালৈ যোৱানে কি?

(মৰমকৰি) ও', জোনমণি যাম, বজাৰলৈ আক', তোমালৈ

কি আনিম, কোৱাছোন?

মৌলে পল' আনিব লাগিব।

পল'? সেইটোনো কি আক'? কিবা খেলাবস্তুনে কি?

ধেৎ অকৰা, তুমি একো নাজানা, সেইটো পিপাৰমিন্ট্‌হে,

খাবলৈ বৰ ভাল....

মনোৰমা—আনিব, আনিব, ককাৰক মই বুজাই দিম, তোমালৈ বটিয়া লুজেন্স লৈ আহিব। তুমি এতিয়া গাখীৰ খাব লাগিব নহয়? মাৱাই খুৱাই দিব...

জোনমণি—মই গাখীৰ নাখাওঁ।

মনোৰমা—কিয় জোনমণি, গাখীৰ খালেহে তুমি ডাঙৰ হবা, স্কুললৈ যাব লাগিব নহয়? (এনেতে ভিতৰৰ পৰা প্ৰতিভাই জোনমণিক মাতে)

জোনমণি সেইয়া, মাৱাই মাতিছে নহয়? যোৱা মোৰ সোণজনী যোৱা। আইতা, তুমি খুৱাই দিলেহে খাম, মায়ে দিলে নাখাওঁ...

মাজনী ইমান বেয়া, মোক খুউব মাৰে জানা ককা, ..... আজিও মাৰিছে (ফেঁকুৰি কান্দে)

হাজৰিকাই জোনমণিক কোলাত তুলি মৰম কৰে আৰু কয়, কান্দিব নাপায় নহয়, তোমাক গাখীৰ খাবলৈহে মাতিছে, তোমাক মাৰে নামাৰে দেই, মই কৈ দিম নহয়, ইমান ধুনীয়া ছোৱালীজনীক কিয় মাৰিব। (কোলাৰ পৰা নমাই) তুমি এতিয়া ভিতৰলৈ যোৱা, মা-ৰা বৈ আছে নহয়, যোৱা আক'। মই বজাৰলৈ যাব লাগে... (হাজৰিকা ওলাই যায়, মনোৰমাই জোনমণিৰ হাতত ধৰি কয়)

"ককা গ'ল নহয়, তোমাক মই গাখীৰ খুৱাই দিম দেই—" জোনমণিক লৈ মনোৰমা ভিতৰলৈ সোমাই গ'ল। প্ৰতিভাই জোনমণিৰ শাহুৰ হাতৰ পৰা আঁজোৰ মাৰি লৈ গ'ল। প্ৰতিভাই জোনমণিক দবিওৱা মনোৰমাৰ কাণত পৰিল,

"এইজনী ছোৱালীয়ে মোক খাই মাৰিলে। ককাক আইতাকৰ লাই পাই পাই মোক নমনা হ'ল।" (প্ৰতিভাই জোনমণিক দুই এটা ঢকা মাৰে। জোনমণিয়ে কান্দে। এনেতে ৰাজেন সোমাই আহে। জোনমণিৰ কান্দোন শুনি সি বিৰক্ত হয়, সি কয়,)

"এইখন ঘৰত নো কি শনিয়ে পাইছে, ক'ব নোৱাৰো, অকণমানি ছোৱালীজনীক ইমান মাৰিব লাগেনে? কেৱল চিঞৰ-বাখৰ, কন্দাকটা, ভাল নালাগে আৰু...." ৰাজেনক দেখি প্ৰতিভা ওলাই আহে—ৰাজেনে প্ৰতিভাব দেখি কয়,

হৈছে, হৈছে নবৌ, ছোৱালীজনীক মাৰি খং দেখুৱাব নালাগে। তাইৰ চেহেৰাটোৰ ফালে এবাৰ চাইছানে? দিনৌ দিনৌ কেনেকৈ শুকাই-খীনাই হাড়ছাল ওলাইছে? "মই মোৰ ছোৱালীক মাৰিছো, তোমাৰ তাত মাত মাতিবৰ কি আছে? সকলো সময়তে মোৰ দোষ ধৰি থাকিলে বেয়া হ'ব কিন্তু, কৈ দিছো।" খঙেৰে প্ৰতিভাই ৰাজেনক উত্তৰ দিলে।

বাৰু বাৰু, নেমাতো। জোনমণিৰ কাৰণে বেয়া লাগে বাবেহে কৈছো, ঠিক আছে, নামাতো বাৰু....

ও', নামাতিবা (প্ৰতিভা সোমাই যায়। আনফালৰ পৰা মাজনী সোমাই আহে) মাজনীৰ খং উঠিছিল। তাই ৰাজেনক ক'লে,

ৰাজেন, তইনো নলগা জেঙত কি লাগি ফুৰ? পালি নহয় মজাটো, কেনে লাগিল। নবৌক জানই দেখোন। মা-দেউতাই মাত মাতিবলৈকে ভয় কৰে, কিবা অথন্তৰ হয় বুলি। কি কয় ক'ব নোৱাৰো।

মা-দেউতাই ভয় কৰি চলিলে বুলি ময়ো চলিম নে? হক কথা মই ক'বই লাগিব। মোৰ আগত ব্লেক মাৰ্কেটিয়াৰৰ জীয়েকে টকাৰ গৰম দেখুৱালে নচলিব।

এনেকথা মই সহ্য নকৰো বুজিছ। মোৰ লগত লাগো লাগো কৰি আছে। দাদাক চাগে' কিমান বেয়াকৈ লগাইছে ......বাৰু বাইদেউ, চা একাপ দে....

মাজনীয়ে বিৰক্তিৰে কৈছিল,

চাহ কৰি কৰি মই হায়ৰাণ; সকলোকে ময়ে চাহ কৰি আনি দিব লাগে। দাদা-বৌইঁতেও মোকেহে কয়, মাজনী চাহ একাপ কৰগৈ। মই যেনিবা ঘৰত সোমাই বান্দীহে হৈ আছো। তই আজি চাহ নাপাব। শাসনৰ সুৰত মাজনীয়ে ক'লে।

মোৰ কথা অৱশ্যে বেলেগ বাইদেউ, মইনো তোক নকৈ কাক খুজিব পাৰো? নবৌকতো দেখিলিয়েই। পাক্ ঘৰতে সোমাব নোখোজে। মায়েই উপযাচি সকলো কৰি ফুৰে! নবৌ যি সমাজৰ নাৰী, তেওঁলোকৰ বেছিভাগেই একেধৰণৰ। বোৱাৰী হৈ শাহুৰেকৰ আলপৈচান ধৰিব নোখোজে। আজিকালি বোৱাৰী সম্পূৰ্ণ বেলেগ ধাতুৰে গঢ়া। পোছাক, উচ্চ আশা, ফেশ্যনেবোল ফ্লেট, গাড়ী আৰু টকা। শাৰীৰ বাহাৰ, বাহিৰালোকৰ লগত অবাধ মিলাপ্ৰীতি, পাৰ্টি, নাচ-গান, বাৰ্। তোৰ এইবোৰ দেখিলে দম বন্ধ হৈ যাব। তই সেই পৰিবেশত ডাঙৰ নহলি বাবে তোৰ কথা বেলেগ...

"ঠিকেইতো, মই ঘৰতে আবদ্ধ হৈ থাকিলো। এনেকৈ থকাটো আটাইতকৈ বিৰক্তিকৰ। কলেজীয়া জীৱনত কিমান প্ৰত্যাশা জাগিছিল। থিয়েটাৰ কৰাৰ প্ৰবল ইচ্ছা থকা স্বত্বেও মই এই ইচ্ছা পূৰণ কৰিব নোৱাৰিলো। অথচ কলেজ ফাংছনত অভিনয় কৰি মই শ্ৰেষ্ঠা অভিনেত্ৰী ছাত্ৰী বুলি পুৰস্কৃত হৈছিলো। ৰবীন্দ্ৰ ভৱনত ক'তবাৰ মুখ্যনাৰী চৰিত্ৰত নামি প্ৰশংসা লাভ কৰিলো। আজি সেইবোৰ অতীতত পৰিণত হৈছে। ঘৰুৱা বান্ধোনে মোৰ আশা মোহাৰি পেলালে। এক সুন্দৰ অতীত মাত্ৰ স্মৃতিৰ পটত বহি আছে। মা-দেউতাই মোক বিয়া দি উলিয়াই দিয়াকে ভাবি আছে.."। "বাইদেউ হতাশ নহবিছোন। ভৱিষ্যতৰ কথাও ভাবিবলৈ যত্ন কৰ। অতীতক টানি ভৱিষ্যতক শেষ নকৰিবি। ভৱিষ্যতক সময়ে সুৰক্ষিত কৰে। এজন সমাজবিজ্ঞানীয়ে কৈছিল, অতীতক স্মৃতিৰ পৰা বিলুপ্ত কৰা "বেৰি দ্য পাষ্ট্।" নহ'লে নতুন ভাগ্য গঢ়ি তুলিব নোৱাৰি। যিমানে অতীতলৈ যাবি, সিমানে মনটো অতীতে বান্ধি পেলাব। আগলৈ যাব নোৱাৰিবি। ভূগৰ্ভত মূল্যবান খনিজাত দ্ৰব্য লুকাই থকাৰ দৰে সুন্দৰ ভৱিষ্যত নানা বাধাবিপত্তিৰে আচ্ছাদিত হৈ থাকে। তাক উদঘাটন কৰিব লাগিব।"

কিন্তু ৰাজেন, মনটোক পৰিবেশৰ হেঁচা আৰু যন্ত্ৰণাবোধৰ পৰা মুক্ত কৰা

কঠিন। তহঁতৰ কথা বেলেগ, তহ'ত ল'ৰা, তহঁতে, বহুত কাম মুক্তমনে কৰিব পাৰ।

নহয় অ' বাইদেউ প্ৰকৃত কথা—পুৰুষ-নাৰীৰ পাৰ্থক্যত সীমাবদ্ধতা ডাঙৰ সমস্যা নহয়। দুয়োৰে একো একোটা স্বতন্ত্ৰ মন আৰু বিবেক আছে। ইয়াৰ গুৰুত্ব উপলব্ধি কৰিলে তই বহুত মুকলি চিন্তা কৰিব পাৰিবি। তেতিয়া তোৰ মনলৈ দুৰ্বলতা আহিব নোৱাৰে। ... যিবোৰ ডেকাল'ৰাই অসমৰ স্বাধীনতাৰ বাবে সশস্ত্ৰ সংগ্ৰামত লাগিছে, সিহঁতৰ মন আৰু বিবেক অতীতৰ দ্বাৰা শৃংখলিত নহয়। সিহঁতৰ ভৱিষ্যতৰ স্বপ্ন—অসমত চলা বিকৃত ৰাজনীতিৰ অৱসান ঘটোৱা, অৰ্থনৈতিক শোষণ কাৰামুক্ত কৰা। প্ৰশাসনিক আৰু ৰাষ্ট্ৰীয় নীতিক সিহঁতে জনবিৰোধী বুলি আখ্যা দিছে। ইয়াৰ বিৰুদ্ধে সিহঁতে বছৰৰ পাছত বছৰ ধৰি নিৰবচ্ছিন্নভাৱে সংগ্ৰাম চলাই, গুলীত প্ৰাণ আহুতি দিছে। সিহঁত জানো দেশপ্ৰেমী নহয়? কিন্তু বাইদেউ, কোনেও সিহঁতৰ আন্দোলনৰ প্ৰকৃত উদ্দেশ্য বুজিবলৈ যত্ন কৰা নাই। সন্ত্ৰাসবাদী বুলি উৎপীড়ন চলাইছে, গুলীৰে সিহঁতক সৈমান কৰাত অভিযান চলাইছে। সংগঠনৰ তাত্বিক দিশটো পৰ্যালোচনা কৰিবলৈ, মুকলি মনেৰে স্বত্ববিহিন আলোচনাত বহিবলৈ শাসকগোষ্ঠীৰ আন্তৰিকতাৰ অভাৱ। নিৰ্মম, আৰু নিষ্ঠুৰ অস্ত্ৰবলেৰে সেনাবাহিনীয়ে জানো এনে সংগ্ৰাম উৎখাত কৰিব পাৰিব? কেনেকৈ এই উগ্ৰবাদী সংগ্ৰাম সংগঠিত হৈছিল, কিয় হৈছিল, কোনে কৰিছিল—এইবোৰ প্ৰশ্ন ৰাজনৈতিক অপবাদ। জনবিৰোধী অপশাসন আৰু অবিচাৰৰ প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে এনেবোৰ দুঃসাহসী সংগঠন জন্ম হৈছে। যিবোৰে এনে সংগ্ৰামত নামিছে সিহঁতক ট্ৰেইটৰ্ বুলিব নোৱাৰি, দেশদ্ৰোহী বুলি প্ৰত্যাখ্যান কৰিব নোৱাৰি। বৰং ইয়াৰ যৌক্তিকতা নিৰপেক্ষভাৱে বিশ্লেষণ কৰিবলৈ যত্নবান হ'লে—কিবা এটা স্থায়ী আৰু নিৰাপদ পথ নিশ্চয় ওলাব। কিন্তু ট্ৰেজেডি কি জান? সকলো ৰাজনৈতিক দলৰে দৃষ্টিভংগি একে। কোনেও আন্তৰিকতাৰে সমস্যা সমাধানত আগবাঢ়ি নাহে। সমস্যাটো জীয়াই ৰাখি ৰাজনৈতিক মুনাফা আদায় কৰিব খোজে।

মাজনীয়ে ৰাজেনক কৈছিল যে এনে সন্ত্ৰাসবাদে আমাৰ নিচিনা এখন অনগ্ৰসৰ ৰাজ্যত নানা ৰকমৰ সংকট সৃষ্টি কৰি শান্তি বিনষ্ট কৰিছে। উত্তৰত ৰাজেনে কৈছিল যে এনে সন্ত্ৰাসবাদী মতবাদত সংকটজনিত কাৰ্যকলাপ নাই বুলি ক'ব নোৱাৰি। দুৰ্ভাগ্যজনক বুলিলেও ইয়াক একেবাৰে বৰখাস্ত কৰা সম্ভৱ

নহয়। অস্ত্র-সস্ত্র নোহোৱাকৈ সমস্যা সমাধান হোৱাহেঁতেন কোনো কথাই নাছিল। কিন্তু নহয়, হিংসাক দমন কৰিবলৈ প্ৰতিহিংসাৰ প্ৰয়োজন হৈ পৰে। দেশৰ সকলো সংকটৰ বাবে, অভাৱৰ বাবে, অশান্তিৰ বাবে বিপ্লৱী সংগঠন এটাক একপক্ষীয়ভাৱে জগৰীয়া কৰা অযুগুত। ৰাজেনে কথা শেষ কৰি বাহিৰৰ ফালে বেগেৰে আগবাঢ়িল। মাজনীয়ে তাক চাহ খাবলৈ, খন্তেক ৰবৰ বাবে ক'বলৈ পাচে পাচে গৈছিল। কিন্তু ইতিমধ্যে ৰাজেন ওলাই গেটৰ বাহিৰ হ'ল। মাজনীৰ এতিয়াও স্পষ্ট মনত আছে। কেচুবা কালৰে পৰা ৰাজেনক তাই পাই আহিছে। সেই শিশু ল'ৰাটো আজি কিমান পৰিবৰ্তন হৈ গ'ল। তাৰ যুৱক মুখত আজি সি প্ৰত্যয় যোৱা এটা প্ৰতিষ্ঠিত সত্যৰ বাবে মন উচৰ্গা কৰিছে। মাজনীয়ে দৌৰমাৰি তাইৰ আলমাৰি খুলিলে। ৰাজেনে তাইক এখন কাপোৰেৰে মেৰিয়াই এটা বস্তু গোপনে ৰাখি থবলৈ দিছিল। সেই বস্তুটো উলিয়াই মাজনীয়ে কাপোৰখন খুলি চাই দেখিলে, সেইটো এটা ৰিভলভাৰ। এই আগ্নেয়াস্ত্ৰৰে ৰাজেনে কি কৰিব খুজিছে? মাজনীৰ হাত কঁপিছিল, বুকু ধপ্‌ধপাইছিল। তাই ভয়-বিহ্বল চিত্তেৰে ৰিভল্‌ভাৰটো আগৰদৰে মেৰিয়াই আলমাৰিত ভৰাই থলে। এইবাৰ তাই যেন বেছি সতৰ্ক হৈ পৰিল। এনে এটা বস্তু লগত ৰখা কিমান বিপদজনক, তাক ভাবি তাই বিচলিত হ'ল।



## ১২

প্ৰতিভাৰ আচৰণত ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰখনত উমি উমি যি কুৰা অশান্তিৰ জুই জ্বলিছিল, সেই কুৰা ক্ৰমাৎ বাঢ়ি সকলোকে যেন আগুৰি পেলালে। বিশেষকৈ তপনৰ ঘৰখনৰ প্ৰতি আগৰদৰে আকৰ্ষণ ক্ৰমাৎ কমি আহিল। বেছিভাগ সময় সি বাহিৰতে কটাবলৈ আৰম্ভ কৰিলে। ইফালে প্ৰতিভাই অলপ কথাকে শাহুৱেক মনোৰমাৰ লগত তৰ্কাতৰ্কি কৰি, কন্দাকটা কৰাটো দৈনন্দিন ঘটনা হৈ পৰিল। জোনমণিক কেন্দ্ৰ কৰিয়েই অশান্তিৰ সূত্ৰপাত। তপনৰ অসহায় অৱস্থাটো ধৰ্মেশ্বৰ হাজৰিকাই যে লক্ষ্য কৰা নাছিল এনে নহয়। ৰাজেনৰ প্ৰতি প্ৰতিভাই নিৰ্দয় ব্যৱহাৰ কৰাত তেওঁ বাস্তৱিকতে মৰণান্তিক বেজাৰ পাইছিল। মাক মনোৰমা আৰু মাজনী ঘৰত নাথাকিলে ৰাজেনে চাহ একাপো খাবলৈ নাপায়। প্ৰতিভাই ৰাজেনক চাহ একাপ দিয়াৰ দূৰৰে কথা, ৰুমৰ পৰা ওলায়ে নাহে। সময় নাই, অসময় নাই, যেতিয়াই মন যায় সাজি-কাছি প্ৰতিভা ওলাই যায়। কেতিয়াবা ঘৰলৈ, কেতিয়াবা কোনোবা বান্ধৱীৰ ঘৰলৈ। অনুমতি লোৱা প্ৰঁয়োজন নাই। প্ৰতিভাই এনে কাৰ্যক নিজকে হেয় প্ৰতিপন্ন কৰা মনোবৃত্তি বুলিহে বৰং গণ্য কৰে। অথচ, চাবলৈ গ'লে, শাহুৱেকক একেষাৰ মাত লগাই যোৱাটো একো মান-অভিমানৰ কথা নাই। এইটো এটা পৰম্পৰাগত পাৰিবাৰিক বান্ধোন, নিয়মানুৱৰ্তিতা। প্ৰতিভাক মনোৰমাই মৰমেৰে বুজাইছিল, ঘৰখনত যাতে কোনো অশান্তিৰ সৃষ্টি নহয় তাৰ প্ৰতি যত্নপৰ হ'বলৈ। সৰু সৰু কথাবোৰত ধৰি নাথাকিবলৈ-বুজনি দিছিল। স্বাভাৱিকভাৱে মনোৰমাই বুজি সুজিয়েই নম্ৰ হৈ কথাখিনি বোৱাৰীয়েকক কৈছিল, শাহু হিচাপে নহয়, ঠিক মাকৰ দৰে। কিন্তু সকলো ব্যৰ্থ চেষ্টা। এইবোৰ কথা প্ৰতিভাৰ বাবে অৰ্থহীন। তাই অব্যৰ্থ গতিত ওলাই গৈছিল নিজৰ গন্তব্যস্থানলৈ। ঘৰখনত যে এজাক ধুমুহা বৈ গৈছে, সকলোৱে অনুভৱ কৰিলে। সকলোৱে লক্ষ্য কৰিলে যে ধৰ্মেশ্বৰ হাজৰিকাই ৰহস্যজনকভাৱে ফুলনিবাৰীত অধিক মনোনিৱেশ দিবলৈ আৰম্ভ কৰিছে। এই চখ্ আগতে নাছিল। আজিকালি কিয় জানো, তেওঁ ফুলৰ যত্নত লাগি গৈছে। হাতত খন্তিখনলৈ মাটি খোচৰি ফুল লগাইছে, ঘৰৰ বাৰন্দাৰ চাৰিওফালে টাব সজাই বিধে বিধে ফুলপুলি লগাইছে। প্ৰতি পুৱা প্ৰায় তিনি ঘণ্টা সময় ধৰ্মেশ্বৰ হাজৰিকাৰ মনত ফুলনি বাৰীখনৰ বাহিৰে আন চিন্তা-ভাৱনা

যেন একো নাই। সেই সময়ত তেওঁ কোনোবা আহিলে ফুলৰ কথাকে কৈ ব্যস্ত থাকে। কোনবিধ ফুল কেতিয়া ফুলে, কি কি মেনিয়ৰ দিব লাগে, কেনেকৈ চাফ্‌চিকুণ কৰি ফুলৰ শিপাবোৰ বাঢ়িবলৈ সুবিধা কৰি দিব লাগে, প্ৰভৃতি বিষয়বোৰ কৈ আমোদ পায়। ধৰ্মেশ্বৰ হাজৰিকাৰ ফুলৰ প্ৰতি বাঢ়ি অহা আগ্ৰহ অনেকৰ বাবে বিস্ময়ৰ কাৰণ হৈ পৰিছিল। কোনেও ভাবি পোৱা নাছিল যে ঘৰৰ বাহিৰত ইমান ব্যস্ত থকা মানুহজনৰ হঠাৎ ফুলৰ প্ৰতি এনে প্ৰীতি কেনেকৈ হ'বলৈ পালে? পেঞ্চন পোৱা এজন লোকৰ কথা বেলেগ। তেওঁ নিজকে কৰ্মঠ কৰি ৰাখিবলৈ ফুলনিবাৰীত ফুল আবদাৰ কৰাটো একো অস্বাভাৱিক কাম নহয়। কিন্তু ধৰ্মেশ্বৰ হাজৰিকা? যিজনে শিক্ষকতা কৰি, টিউশ্যন কৰি, বজাৰ সমাৰ কৰি গোটেই দিনটো টলৌ টলৌ কৰি ঘূৰি ফুৰে, সেই সদা ব্যস্ত মানুহজন এতিয়া ফুলৰ লগত ব্যস্ত হৈ পৰিল। তগৰ, শেৱালী, নাৰ্জী, খৰিকাজাই, জবা, কৰবী, গোলাপ, কাঞ্চন, গুটিমালী, অপৰাজিতা আদি জাতৰ ফুলবোৰৰ উপৰিও, পপি, পেন্‌চি, পাতাবাহাৰ, ডালিয়া, চুইট্‌পি, হলিহক্স, ক্ৰিচান্‌থিমাম্‌, গ্ৰেদিয়লি প্ৰভৃতি বিভিন্নফুলগছেৰে ধৰ্মেশ্বৰ হাজৰিকাৰ ফুলনিখন অলপ দিনৰ ভিতৰতে জাতিষ্কাৰ হৈ পৰিল। কাম্‌লা লগাই ফুলনিবাৰীখনৰ চাৰিওফালে তেওঁ জেওৰা দিয়াই গৰু-ছাগলীৰ পৰা সুৰক্ষিত কৰিলে। প্ৰতিবাসীয়ে তেওঁৰ ফুলনি চাবলৈ আহি যেতিযা প্ৰশংসা কৰিছিল তেতিয়া তেওঁ এজন অভিজ্ঞ মালীৰ দৰে ফুলবোৰ বৰ্ণনা কৰি পৰম তৃপ্তি উপভোগ কৰিছিল। কিছুমান ফুল সম্পূৰ্ণভাৱে ফুলি উঠিছে, কিছুমান আধাফুলা অৱস্থাত, কিছুমান আকৌ অস্ফুট। চাৰিওফালে ফুলৰ গছবোৰে নতুন কইনাৰ বেশেৰে যেন আলফুল ভংগীৰে অপেক্ষা কৰিছে। ৰঙা-বগা, হালধীয়া, গুলপীয়া, বেঙুনীয়া ৰঙৰ ফুলিথকা ফুলবোৰ যেনিবা পূৰ্ণ যৌৱনা নাৰীৰ প্ৰতীকহে। ধৰ্মেশ্বৰ হাজৰিকাই ফুলবোৰ মৰহি গ'লে পাহিবোৰ তেওঁ সযত্নৰে একৰাই মাটিত পুতি থয় ঠিক যেনিবা মৰাশ'ক কবৰ দিয়াহে হৈছে। তেওঁ ফুলবোৰক সদায় পানীৰে গা-ধুৱায়। এইটো তেওঁৰ বাবে এটা পৱিত্ৰ কামহে যেন। তেওঁ সকলোকে কৈছিল, এই ব্যস্ততাই তেওঁৰ সকলো নিৰানন্দ, অশান্তি, দুশ্চিন্তা আঁতৰ কৰিছে, তেওঁ বাৰ্দ্ধক্যৰ কথাও পাহৰি পেলাইছে। ফুলৰ সৌৰভে তেওঁক নতুন জীৱন দিছে, বিমল আনন্দ দিছে। ঘৰুৱা অশান্তিৰে মনটো গধুৰ কৰাৰ পৰা তেওঁ ৰক্ষা পাইছে। ধৰ্মেশ্বৰ হাজৰিকাৰ লগ হৈছে জোনমণি। তাই এখন সৰু খন্তি হাতত লৈ ককাকৰ লগতে ফুলনিবাৰীত ইটো সিটো খুচৰি ফুৰিছে,

অফুৰন্ত উৎসাহেৰে উপযাচি তাই ককাকৰ দৰে ব্যস্ত হৈ পৰিছে। ককাকে কিবা এৰি থৈ গ'লে, জোনমণিয়ে ককাকক শিকনি দিয়ে, কেতিয়াবা দোষ ধৰে। তাই যেনিবা বাগিচাখনৰ 'বৰমালী' হে। বন-কুটা বুটলি ফুৰে, ককাকৰ আলপৈচান ধৰি ইটো সিটো আনি দিয়ে।

প্ৰতিভাই জোনমণিৰ এই ব্যস্ততা অনেকদিন ধৰি লক্ষ্য কৰিছিল। প্ৰতিভাই ভালপোৱা দূৰৰে কথা, জোনমণিক ফুলনিত সোমালে কোবাই পিঠিৰ ছাল চিঙিব বুলি ধমকি দিছিল। পিচে জোনমণিক কোনো তৰ্জন-গৰ্জনে বন্ধ কৰিব নোৱাৰিছিল। তাই ককাকৰ লগত ফুলনিবাৰীলৈ জোৰ কৰি গুচি গৈছিল। প্ৰতিভাই জীয়েকৰ আকোৰগোজ স্বভাৱত অতিষ্ঠ হৈ তপনক গোচৰ দি অন্য এঠাইত এটা ঘৰ ল'বলৈ ব্যতিব্যস্ত কৰিছিল। প্ৰতিভাই ধৰি লৈছিল যে এইখন ঘৰত থাকিলে ছোৱালীজনী দিনক দিনে বেয়া হৈ যাব? পঢ়া-শুনা নোহোৱা হ'ব। প্ৰতিভাইতৰো কোনো নিজস্ব বুলি একো নাথাকিব। প্ৰতিভাৰ এইখন ঘৰত থাকি বুকুৰ দম্ বন্ধ হ'বৰ উপক্ৰম হৈছে, বুকুৰ ভিতৰখন জ্বলিপুৰি গৈছে। গোটেই জীৱনটো শ্বশুৰালয়ত বন্দী হৈ থাকিব লাগিলে তাই অকালতে প্ৰাণ হেৰুৱাব। তাই এই অভিযোগ নিষ্ফল হ'বলৈ দিব নোৱাৰে। তপন নিৰ্বাক হৈ থাকিলে নচলিব। এটা হেস্ত-নেস্ত কৰিবই লাগিব। অৱশ্যে, এইখন ঘৰত থাকি প্ৰতিভাই অন্য অসুবিধা পোৱা নাই। শহুৰ-শাহুৱেকেও একো টান কথা কোৱা নাই। ৰাজেনক অৱশ্যে প্ৰতিভাই চকুৰে দেখিব নোৱাৰে। তাৰ লগত কোনোপধ্যে ৰাহি-যোৰা নিমিলে। ননদ মাজনীয়ে কথাকে নাপাতে, মহা অহংকাৰী। বিয়া-বাৰু হোৱা নাই, ঘৰতে বুঢ়ী হৈছে। এখন পুৰণি আমোলৰ ঘৰ, কোনো নতুনত্ব নাই। বুঢ়া-বুঢ়ীৰ মতেই ঘৰখন চলি আছে। আজিলৈকে এটা ড্ৰয়িংৰুম নাই। বাৰন্দাতে সকলো বহে, তাতে চাহ-জলপান খাই বিদায় লয়, এনে লেতেৰা পৰিবেশত তাই উঠা নাই। ইয়াৰ পৰা আঁতৰি নগ'লে মনৰ জোখাৰে ঘৰ এখন পাতিব নোৱাৰি। বিপদটো হৈছে তপনক লৈ। তেওঁ ঘৰখনৰ মোহ এৰিব নোখোজে, মাক-বাপেকৰ পৰা নিলগ হ'বলৈ ভাল নাপায়। প্ৰতিভাই তপনক সদায় কৈ আছে শহুৰেকক কথাটো খোলোচাকৈ কৈ এটা ভাড়াঘৰ ল'বলৈ। শহুৰেকে বেয়া পাবৰ কোনো কাৰণ নাই। ভৱিষ্যতৰ মংগলৰ বাবে চিন্তা কৰাটো দোষৰ কথা হ'ব নোৱাৰে। অনেক পৰিয়াল আছে যাৰ পুতেক বোৱাৰীয়েক মাক-বাপেকৰ লগত নাথাকি বেলেগে থাকে। এনে কাৰ্য-সুৰুচিসম্পন্ন; দন্দ্ব,

হাই-কাজিয়া, মনোমালিন্য আঁতৰ কৰা এটা উত্তম ব্যৱস্থা। দূৰত থাকিও পিতৃ-মাতৃক পুত্ৰই সেৱা শুশ্ৰূষা কৰিব পাৰে, টানে-বিপদে সহায় কৰিব পাৰে....এইটো এটা বাস্তৱ প্ৰস্তাৱ। তপনে এইকথা অস্বীকাৰ কেনেকৈ কৰিব?

প্ৰতিভাই এটা সিদ্ধান্তৰ বাবে নিতান্তই ব্যগ্ৰ হৈ পৰিছিল। স্বামীৰ পিতৃ-মাতৃৰ প্ৰতি আনুগত্যবোধ, কিছুমান আওপুৰণি সংস্কাৰ পালন কৰাৰ অভ্যাস, বোৱাৰীৰ পৰা আশাকৰা শহুৰ-শাহুৰেকৰ আধিপত্য হৈ পৰিছিল প্ৰতিভাৰ বাবে মানসিক প্ৰতিবন্ধক। তাই উপলব্ধি কৰিলে যে এইখন ঘৰত আৰু সৰহদিন থাকিলে তাই মানসিক স্থিৰতা হেৰুৱাব, তাইৰ উশাহ-নিশাহ বন্ধ হৈ যাব, হয়তো তাই পাগলী হৈ যাব। প্ৰথম সন্তান জন্ম দিয়ো তাই স্বামীৰ উপেক্ষা হৈ কিয় থাকিব? তপনে এটা বিকল্প ব্যৱস্থা নকৰিলে, তাই জোনমণিক লগতলৈ বাপেকৰ ঘৰলৈ গুছি যাব।

পিচদিনা সোমবাৰ। তপন এখন মিটিঙৰ বাবে যাবলৈ পুৱা সোনকালে গা-পা ধুই, চাহ-জলপান খাই সাজু হৈছিল। সাধাৰণতে সি পলম কৈ উঠে। দহ বজাত অফিচ পাবগৈ লাগে। দায়িত্বও বেছি। কোম্পানীৰ জনসংযোগ বিষয়া। আজি সি ন'বজাৰ আগতে অফিচলৈ যাবৰ বাবে কাপোৰ-কানি পিন্ধি ৰুমৰ আগফালে অপেক্ষা কৰিছিল। কোম্পানীৰ গাড়ী অহালৈ বাট চাইছিল। চাৰে ন'বজাত তাক পিকআপ্ কৰিব। এটা চিগাৰেট জ্বলাই ইফাল সিফাল কৰি থাকোতেই ভিতৰৰ পৰা প্ৰতিভা ওলাই আহিল। আহিয়েই তপনক ক'লে।

শুনিছা? আজি দেউতাক কথাটো কবা...

তপনে অন্যমনস্ক হৈ কিবা ভাবি আছিল। প্ৰতিভাৰ কথাত সি তৎপৰ হৈ উঠিল। অ' প্ৰতিভা, কি হ'ল কোৱা।

মই কৈছিলো, আজি দেউতাক কথাটো কবা, আৰু পলম নকৰিবা, বুজিছা?

অন্যমনস্ক হৈ, প্ৰতিভালৈ নোচোৱাকৈ তপনে কৈছিল, ও', ক'ব লাগিব।

তুমি আৰু' ওলাই যাবা। দেউতা এতিয়া ঘৰতে আছে। অলপ পাছতে ফুলনিত সোমাবগৈ। সময়কে নহ'ব।

তপনে চিগেৰেটটো মাটিত পেলাই ভৰিৰে গছকি নুমাই পেলালে, আৰু বিৰক্তিৰে ক'লে,

তুমি দেখিছো, এইখন ঘৰৰ্ব পৰা যাবলৈ উত্ৰাবল হৈ পৰিছা।

প্ৰতিভাই ক'লে, মই দেখোন তোমাক বাৰে বাৰে কৈয়ে আছো—এইখন

ঘৰত মই থাকিব নোৱাৰো। মোৰ প্ৰতি কাৰো ভাল ভাব নাই। আনৰ কথা নালাগে, ৰাজেনেও মোক কথা শুনাবলৈ সাহ কৰে। তুমি থাকিব খুজিছা থাকা। মই হ'লে নাথাকো। জোনমণিক লৈ মই নিজৰ ঘৰলৈ গুছি যাম। ইয়াত সকলোৱে মোক আপদ পাইছে। জোনমণি কাল হ'ল। তাইৰ জন্ম নোহোৱাহেঁতেন, মই এনেদৰে কথা শুনি থাকিবলগীয়া নহ'লহেঁতেন। আৰু সেই ছোৱালীজনীয়ে ককাক আইতাকৰ লাই পাই মোক একেবাৰে নমনা হৈছে।

তপনে এটা কৃত্ৰিম হাঁহি মাৰিলে। সি জানে যে এইটো হৈছে অবচেশ্যনৰ যুগ। প্ৰতিভায়ো বেগেতে অবচেশ্যড্ হৈ যায়। সি অলপ তাচ্ছিল্যৰ সুৰত ক'লে,

বৰ বেছি দুশ্চিন্তা হৈছে নহয়? মই ভাবিছিলো, নেচাৰেল পদ্ধতিতে তোমাৰ দুশ্চিন্তাৰ বেমাৰ ভাল হ'ব। মাত্ৰ অলপ ধৈৰ্য আৰু সময় লাগিব। তুমি অলপ বেছি নিজৰ কথা ভাবিছানে কি?

নাভাবিলে কেনেকৈ হ'ব? ভাবিমতো।

তপনে ক'লে, লক্ষণবোৰ ভাল দেখা নাই। জোনমণি তোমাৰ এটা অবচেশ্যন হৈ পৰিছে। কিন্তু প্ৰতিভা, সমস্যাটো অকল তোমাৰেই নহয়, মোৰো। আমি দুয়ো সুস্থ মগজুৰে এই সমস্যা সমাধান কৰিব লাগিব। তাতে, এটা কথা নহয়। যুক্তিও এটা বস্তু। বাস্তৱত যি ঘটিল, সেইটোৱো অন্য বস্তু। আজি ছয় বছৰৰ আগৰ বাস্তৱ ঘটনা এটা ধৰি থাকি অশান্তি কৰাটো মই মুঠেই ভাল নাপাওঁ। দেউতা-মাইঁতলৈ মন কৰাছোন। তেওঁলোকে জোনমণিক কোনো সন্দেহৰ চকুৰে চোৱা নাই। বৰং মৰম চেনেহেৰে তাইক বুকুত আঁকোৱালি লৈছে।

প্ৰতিভাই তপনক কৈছিল যে, এইখন ঘৰত তাই শান্তি পোৱা নাই। জোনমণিৰ জন্ম প্ৰকৃতিৰ নিয়মে হোৱা নাই বুলি সকলোৰে মনত এটা সন্দেহৰ ভাব সোমাই আছে। "তাইক মৰম কৰাৰ কথা কৈছা। মই কওঁ, সেই মৰম আচলতে মৰম নহয়, কৰুণাহে। মুখ খুলি নক'লে কি হ'ব? মই সকলোৰে মনৰ কথা গম পাইছো। মইতো ছা'ৰ দৰে থাকো। সকলো ধৰিব পাৰো।"

তপনে সুধিলে, প্ৰতিভা, তোমাৰ প্ৰবলেমটো এতিয়া কি? মোক বেগাইকোৱা। মই যাব লাগে। এখন জৰুৰী মিটিং আছে। প্ৰতিভাই উত্তৰত ক'লে, দেউতাই নিউৰোডত এটা ঘৰ ঠিক কৰিছে। ভাল, নতুন ডিজাইনৰ, ডাঙৰ কম্পাউণ্ডৰ সকলো সুবিধা। দুই এদিনতে ঘৰটো খালি হ'ব। আমি তালৈ যাওঁ। যোৱা কালি ঘৰটো মোক দেউতাই দেখুৱাই মোৰ বাবে বন্দবস্ত কৰি থৈছে। দেউতাই কৈছিল

আমি দেখোন দেউতাৰ বাংলোতে থাকিব পাৰো। বিৰাট ঘৰ পৰি আছে। পিচে তুমিটো নোযোৱা। তোমাৰ আক' আত্মসন্মান বেছি। গ'লে মানুহে তোমাক ঘৰ-জোঁৱাই বুলি কিজানি হাঁহে! প্ৰতিভাই যেন ঠাট্টাৰ সুৰতে কৈ পেলালে।

তপনে ঘৰটোৰ ভাড়া কিমান সুধিলে। প্ৰতিভাই সেইটো তাই পাছত সুধিহে ক'ব বুলি উত্তৰ দিয়াত তপনে ভাবিলে, আচল কথাটোকে প্ৰতিভাই নাজানে। প্ৰতিভাই পুনৰ কথাৰ অৱতাৰণা কৰাৰ আগতে কোম্পানীৰ গাড়ী আহি দুৱাৰমুখত ৰলহি। তপনে খৰধৰকৈ ব্ৰীফ্‌কেছটো লৈ নামি গ'ল। যেন এটা সুবিধাহে ওলাল। প্ৰতিভাৰ কথাবোৰ তাৰ সমূলি ভাল লগা নাছিল। নামি যাওঁতে দেখিলে, তাৰ দেউতাকে জোনমণিক লগতলৈ ফুলনিখনত কাম কৰি আছে। জোনমণিৰ ব্যস্ততাৰ অন্ত নাই। আজি তাৰ যিখন মিটিং আছে, তাত ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বিজনেছ প্ৰমটাৰ্ আহিব। অসমত ইণ্ডাষ্ট্ৰিয়েল সা-সুবিধা কেনে? ইন্‌ফ্ৰাষ্ট্ৰাক্‌ষ্ট্ৰাৰেল সুবিধা কেনে ধৰণৰ, প্ৰভৃতি আলোচনা হ'ব। তপনে মিটিংখনত ৱেলকাম স্পীচ্‌টো দিব লাগিব। প্ৰতিভাৰ ওজৰ আপত্তি শুনিবলৈ তাৰ আজি পুৰা ধৈৰ্য নাছিল। সি ভাবিলে, যাত্ৰাতে বাধা আহিল। তাকো দৰকাৰি কথা হোৱাহেঁতেন একো নাছিল। কিন্তু এইবোৰ হৈছে অকাজৰ বাবে সময় নষ্ট। প্ৰতিভাই আন সময়তো তেওঁৰ ওজৰ আপত্তি ক'ব পাৰিলেহেঁতেন। তপনৰ মেজাজটোৱেই বেয়া হৈ গ'ল। তপনে অনুভৱ কৰিলে যে তাৰ পাৰিবাৰিক শান্তি শেষ হৈ গৈছে। তাৰ এতিয়া আনন্দ আৰু সুখ-দুখ সকলো কোম্পানীৰ চাকৰিটোতে নিয়ন্ত্ৰিত হৈছে। চাকৰিটো তাৰবাবে নিৰ্মম শক্তিশালী আশ্ৰয়ৰ আধাৰ। তাৰ জীৱন এই চাকৰিটোৱেই ডুবাই ৰাখিব, আঁতৰাই পেলাব উৎকণ্ঠিত বিষাদ, ভাবাতুৰ বেদনা।

গাড়ীখন তীব্ৰ বেগেৰে জনবহুল আলিবাটটোৰে আগবাঢ়িল।



সঁচাকৈয়ে, তপনৰ যাত্ৰা মংগলজনক নাছিল। বাটত এটা বিৰাট ট্ৰেফিকজামত তাৰ গাড়ীখন বৈ গ'ল। ৰেলৱে ক্ৰচিং, গেট বন্ধ বাবে দুয়োফালৰ পৰা অহা যানবাহনবোৰ বৈ যাব লগা হ'ল। বিৰক্তি আৰু দুশ্চিন্তাত সি ঘামি পৰিছিল। কি উৎপাত! কোনো বিকল্প উপায় নাই। চহৰখনৰ জনবিস্ফোৰণৰ লগতে যানবাহনৰ অন্তহীন স্ৰোত। কাৰো ৰবৰ সময় নাই। ভাবিবৰো সময় নাই। আইনকানুন যেন নোহোৱা হৈ গ'ল। সকলোতে 'আপোনহাত, জগন্নাথ' মনোবৃত্তি। তপন যেতিয়া অফিচ পালেগৈ তেতিয়া দেখিলে, তাৰবাবে সকলো উৎকণ্ঠাৰে বাট চাই আছে। এম. ডি. পৰ্যন্ত বাহিৰলৈ ওলাই তপনৰ অপেক্ষাত ইফাল সিফাল কৰিছে, তপন নাহিলে কি ব্যৱস্থা লোৱা হ'ব, তাকে চিন্তা কৰিছে। এনেতে সকলোৱে লক্ষ্য কৰিলে—তপন আহি পাইছেহি। তাৰ কোনো কৈফিয়ৎ শুনাৰ সময় নাছিল! কন্‌ফাৰেন্স ৰুমত ইতিমধ্যে লোক ভৰি গৈছে। পাঁচ মিনিটৰ পলমকৈ মিটিংখন অনুষ্ঠিত হোৱাত এম. ডি. যে অসন্তুষ্ট, সেইকথা তপনে তেওঁৰ মুখলৈ চায়েই ধৰিব পাৰিছিল। যাহওঁক, সুকলমে মিটিংখন হৈ গ'ল, তপনৰো, ৰেলকাম্‌পীচ্‌ যথাযোগ্য হৈছিল আৰু সকলোৰে মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল।

তপন, অৰ্থাৎ তপন হাজৰিকা চহৰৰ এটা ডাঙৰ ষ্ট্ৰাক্‌চাৰেল্‌ আৰু এগ্ৰিকালচাৰেল্‌ ইঞ্জিনীয়েৰিং কোম্পানীৰ জনৰক্ষীবিষয়া, এটা উচ্চপদৰ চিনিয়ৰ অফিচাৰ। বিজনেছ মেনেজমেণ্টৰো কৰ্চ এটা পূৰা কৰি বৰ্তমান এই জে. কে. ষ্টাক্‌চাৰেল্‌ এণ্ড এগ্ৰিকালচাৰেল্‌ ইঞ্জিনীয়েৰিং কোম্পানীত সোমাইছে। বেছি দিন হোৱা নাই। মাত্ৰ দুবছৰ হৈছে কামত সোমাবৰ। কোম্পানীটো ক'বলৈ গ'লে কন্‌চালটেন্সিৰ বিষয়তো নামথকা ফাৰ্ম। অভিজ্ঞতাসম্পন্ন ইঞ্জিনীয়াৰ অনেকজন আছে, বিলাতত পাচকৰা উচ্চপদস্থ বিষয়াও আছে। অসমত কেইবাটাও জলপ্ৰকল্প আৰু বান নিয়ন্ত্ৰণৰ কাম হাতত লৈছে, জাপানৰ পৰা একচ্‌পাৰ্ট অনা হৈছে। এম. ডি. ড° বিনয় ভূষণ দত্ত নিজেই এগৰাকী সুদক্ষ প্ৰশাসক। বহুত বছৰ বাংগালোৰত কাম কৰিছিল। কিলোস্কাৰ ইঞ্জিনীয়েৰিং কৰপোৰেচনত কৰ্নচাল্‌টেণ্ট হিচাপে কাম কৰা এগৰাকী অভিজ্ঞ প্ৰশাসক ড° দত্তই বিদ্যুৎ চৌধুৰীৰ যোগেদি তপনক আবিষ্কাৰ কৰি, কথা-বতৰাত সন্তুষ্ট হৈ জে. কে.ত জনৰক্ষীবিষয়া (জুনিয়ৰ) হিচাপে চাকৰিত ভৰাই দিছিল। মেধা আৰু কৰ্মনিষ্ঠাৰ

যোগেদি তপনে এবছৰৰ ভিতৰতে জ্যেষ্ঠ জনসংযোগ বিষয়া পদলৈ প্ৰমোচন পাই সকলোৰে প্ৰিয় হৈ পৰিল। এম. ডিৰ প্ৰিয়ভাজন হৈ তপনে কোম্পানীটোৰ বহুতো কাম কৰিব লগাত পৰিছিল। আজিৰ মিটিংখন ক'বলৈ গ'লে তাৰ পৰিকল্পনাতে অনুষ্ঠিত হৈছিল। অথচ ঘৰুৱা কাৰণত সি সময়মতে আহি উপস্থিত হ'ব নোৱাৰিলে, যদিও তাক কোনেও, কিয় পলম কৰিলে, সোধা নাছিল। তথাপি তাৰ মনত আজি বিবেক দংশন হৈছিল। কেৰিয়াৰৰ ফালৰ পৰা তপনৰ সাফল্য লাভ হৈছিল ঠিকেই, কিন্তু পাৰিবাৰিক জীৱনত সৌভাগ্যই তাক সমূলি সুখী কৰিব নোৱাৰিলে। প্ৰতিভাক বিয়া কৰাই সি সুখী হ'ব নোৱাৰিলে। তাৰ বিচাৰবিবেচনাত বাপেক ধৰ্মেশ্বৰ হাজৰিকাই আদৰ্শ পুৰুষ। বাপেকৰ আদৰ্শতে সি এটা সৎ আৰু সৰলজীৱন অতিবাহিত কৰিবলৈ আশা কৰিছিল। কিন্তু তাৰ সকলো ওলট পালট কৰি দিলে প্ৰতিভাই। সি কৰো বুলি একো এটা মনৰ জোখাৰে কাম কৰিব নোৱাৰা হ'ল। সকলোতে বাধা, ওজৰ আপত্তি।

তপন যেতিয়া ঘৰলৈ উভতিল, তেতিয়া বহুত ৰাতি হৈছিল। কোম্পানীৰ পক্ষৰ পৰা লাঞ্চ-ডিনাৰ দিয়া হৈছিল এটা ফাইভষ্টাৰ হোটেলত। কক্‌টেল পাৰ্টিও চলিছিল। তপনে বাধ্যত পৰি সেইদিনা কক্‌টেল পাৰ্টিত বহিব লগা হৈছিল। বন্ধু-বান্ধৱৰ লগত পৰি সি মদ খাইছিল যদিও অৱশ্যে মাতাল হোৱা নাছিল। ঘৰ পাওঁতে ৰাতি ১২ মান বাজিছিল। কোম্পানীৰ গাড়ীয়ে তাক নমাই থৈ গৈছিল। তপনে দেখিলে, মাক-বাপেকৰ শোৱনি কোঠাত লাইট জ্বলি আছে। সি বুজিলে যে তাৰবাবে তেওঁলোকে ইমান পলমকৈ উজাগৰে আছে। হয়তো চিন্তাও কৰিছে। গাড়ীৰ পৰা তপনে সাৱধানে নামি গ'ল, শব্দ নকৰাকৈ। মাক আহি দুৱাৰখন খুলি দিলেহি। মাত্ৰ এষাৰ কথা, "আহিলি? ভাত খাবি নহয়?" "নাই মা, খাই আহিছো। তুমি শোৱাগৈ যোৱা। মই দুৱাৰ মাৰিম।" মাকে একো নক'লে। নিজৰ কোঠাত সোমাই লাইটটো নুমাই দিলে। তপনে নিজৰ কোঠালৈ আহি দেখিলে—দুৱাৰখন বন্ধ। সি কেইবাবাৰো টুকুৰিয়ালে, মাতিলে। বিৰক্ত ভংগিমাৰে অৰ্দ্ধনগ্ন শ্লিপিং গাউনটো কোনোমতে গাত সুমুৱাই প্ৰতিভাই দুৱাৰখন খুলি পুনৰ বিছানাত সোমালেগৈ। তাই খঙেৰে কৈ গৈছিল, "এটা খবৰটো দিব পাৰা, ড্ৰিংক কৰি আহিছা হবলা।" তপনে কোনো উত্তৰ নিদিলে। লাহে লাহে কাপোৰ খুলি কাষৰে বেলেগ বিছনাখনত শুই পৰিল। এই বিছনাখনত জোনমণি শোৱে। আজিও শুই আছে। তপনে তাইক আলফুলকৈ ধৰি লগতে শুই থাকিল।

শিক্ষিতা, চফেছটিকেটেড্ স্ত্ৰীৰ শয্যাসুখৰ উষ্ণতাই তাক ইতিমধ্যে আমুৱাই পেলাইছে।

তপনে উপলব্ধি কৰিলে যে বিচৰামতে সংসাৰ এখন পোৱা ভাগ্যৰ কথা। বিচৰা আৰু পোৱা দুয়োটাৰ মাজত সহযোগৰ অভাৱ। সি যি বিচাৰিছিল, যি আশা কৰিছিল, তাক নাপালে। ভাগ্যত তাৰ দাম্পত্য সুখ নঘটিল। নিজৰ ঘৰ এখন থাকোতে বহুত ভাড়া ভৰি ভাড়াঘৰলৈ যোৱাটো অৰ্থহীন। প্ৰতিভাৰ যুক্তি অকাট্য। সি প্ৰতিভাক কৈছিল,

এইবোৰ তোমাৰ অমূলক ধাৰণা। কোনেও তোমাক এইখন ঘৰ এৰি যাবলৈ কোৱা নাই। প্ৰয়োজন নহ'লে তোমাৰ লগত আনবোৰে কথা ক'বলৈ ভাল নাপায়। তোমাৰ ব্যৱহাৰে হয়তো এনে এটা পৰিবেশ আনি দিছে।

প্ৰতিভাই কৈছিল যে ঘৰখনত তাইৰ ওপৰত কাৰো ভালভাৱ নাই। কিচ্চেনলৈ গ'লেই শাহুবেকৰ লগত কথা কটাকটি হয়। নাইটি পিন্ধি বা হাউছ কোট পিন্ধি পাকঘৰত সোমোৱাটো যেন এটা অশুচি কাম! চেণ্ডেল পিন্ধি ৰন্ধা-বঢ়াত লাগিলেও শাহুৱে ওফোন্দ্ পাতে। সকলো কাম নিজেই কৰিবলৈকে বিচাৰে। সেয়েহে কিচ্চেনলৈ যোৱাটো প্ৰতিভাই কমাই দিছে, ৰুমতে গেছৰ চিলিণ্ডাৰ ভৰাই চাহ-জলপান খোৱা ব্যৱস্থা কৰিছে।

তপনে জানে যে দুগৰাকী অমিল মনৰ শাহু-বোৱাৰী একেলগে কিচ্চেনত সোমালে কাজিয়া লাগেই। মাজে মাজে যেতিয়া কাজিয়া লাগি সংঘৰ্ষৰ সম্ভাৱনাই দেখা দিয়ে, তেতিয়া তপনক চিঞৰি মাতে আপত্তি জনাবলৈ। কাৰো পক্ষ নলৈ তপনে মাত্ৰ বুজনি দিয়ে, মনে মনে থাকিবলৈ কয়। ধৰ্মেশ্বৰ হাজৰিকাই এনে পৰিবেশ সমূলি ভাল নাপায়। মনোৰমাক তেওঁ বুজাই বঢ়াই হাইহুৰুমি নকৰিবলৈ উপদেশ দিয়ে। তেওঁ মনোৰমাক কৈছিল,

ধনীঘৰৰ আদৰ-সাদৰত উঠা ছোৱালী। বোৱাৰী হ'ল বুলিয়েই সকলো এৰি পেলাব, গৃহলক্ষ্মী হ'ব, তেনে আশা কৰা অবাস্তৱ। তাতে আজিৰ দিনত। তুমি মনে মনে থাকিবা, নিজৰ কাম কৰি যাবা। দেখিবা, সময়ত সকলো স্বাভাৱিক হৈ গৈছে। মৰম আৰু সহানুভূতিৰ বৰ প্ৰয়োজন, মনোৰমা। ইয়াৰ অবিহনে ঘৰ শুছি বাঁহতল হ'ব। বোৱাৰীয়ে জোনমণিক লৈ মানসিক কষ্টত ভুগিছে। এনে এটা অৱস্থাত আমি সহনশীল হ'ব লাগিব। এই কথা তুমি অস্বীকাৰ নকৰিবা। তপনলৈকো ভাবিবা। তালৈ মন কৰিছানে? সি মুখ খুলি নকয় বুলিহে। মই

জোনমণিক সিহঁতৰ অশান্তিৰ মাজৰ পৰা উলিয়াই আনিব খুজিছো। তাইৰ যাতে এটা ইন্‌ফিৰিয়ৰিটি কমপ্লেক্স নহয়, 'অবাঞ্ছিত শিশু' বুলি তাই যেন ত্ৰাসত নোভোগে, তাকে মই বিচাৰিছো। তাই মোৰ অতি আপোন হৈ পৰিছে, সকলো সময়তে তাই মোক লগ দিছে। হৃদয়ত সংভাবনা ৰাখি সকলোকে আপোন কৰি ল'ব পৰাটোৱেই আমাৰ সংস্কৃতি। দয়া, ক্ষমা, সহৃদয়তাগুণবোৰ আয়ত্ত কৰিব নোৱাৰাৰ বাবেই আমি অশান্তিত কষ্ট পাইছো। দুখত ভুগিছো।

মনোৰমাই একো উত্তৰ নিদিলে। উত্তৰ দিবলৈ তেওঁৰ কোনো যুক্তিও নাছিল। স্বামীৰ মংগল কামনা কৰিবলৈ তেওঁ এইবোৰ উপদেশ অমান্য কৰিব নোৱাৰে। মানুহৰ দুখক অশালীনভাৱে শোষণ কৰি আত্মতুষ্টি পালেও শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱা আশা কৰিব নোৱাৰি। এটা লঘু মনেৰে মনোৰমা পাকঘৰ পালেগৈ। প্ৰতিভাৰ লগত মিলা-প্ৰীতিৰে চলিবলৈ কোনটো সঠিক পথ, তাক নিশ্চিত্ত কৰাৰ এটা উত্তম উপায় মনোৰমাই বিচাৰি পালে।



## ১৪

শনিবাৰে তপনৰ অফিচ বন্ধ। সেইদিনা তাৰ সহকৰ্মী চিনিয়ৰ মাৰ্কেটিং অফিচাৰ শৈবাল ভট্টাচাৰ্যই সিহঁতৰ মেৰেইজ এনিভাৰ্চেৰি উপলক্ষে এটা নৈশভোজৰ আয়োজন কৰিছিল, নিমন্ত্ৰণ কৰোতে সি সকলোকে "হাই-টি" বুলিহে কৈছিল। কিন্তু আচলতে পাৰ্টিটো নৈশভোজৰ, লগতে ড্ৰিংকচ্ আছিল। শৈবালে তপনক আৰু প্ৰতিভাক দহাই দহাই আহিবলৈ অনুৰোধ কৰিছিল। তপনৰ যোৱাত বৰ আগ্ৰহ নাছিল। সি পাৰ্টি-চাৰ্টি ভাল নাপায়। এইবোৰ কালচাৰ সি পছন্দ নকৰে, তাৰ ৰুচি বিৰুদ্ধ বুলি ভাবে। কিন্তু প্ৰতিভাৰ বাবেই সি কেতিয়াবা যাব লগাত পৰে। প্ৰতিভাই এনেবোৰ চ'চিয়েল আমোদ-প্ৰমোদ ভাল পায়। এইবোৰৰ লগত তাই অভ্যস্ত। বাপেকৰ পৰা এই আচৰণ আয়ত্ত কৰিছে। শনিবাৰে আবেলিৰ পৰা প্ৰতিভাৰ পাৰ্টিলৈ যাবলৈ উচ্পিচনি আৰম্ভ হৈছিল। তপন কিবা কামত ওলাই গৈ উভতি আহোতে কিছু পলম হোৱাত প্ৰতিভাৰ অস্থিৰতা দুগুণে বাঢ়িছিল। তপনে কৈছিল,

এতিয়া পাঁচটা বাজিছে। আমি সাত বজাত গ'লেও হয়। তুমি ইমান খৰখেদা লগাই উচ্পিচখন নলগাবাছোন। অ'এটা কথা, অফিচৰ গাড়ীখন নানিলো। নিজৰ কামত অফিচৰ গাড়ী ব্যৱহাৰ কৰা ঠিক নহয়। আমি ৰিক্সাতে যাব লাগিব। কি কোৱা?

প্ৰতিভাই উচাট্ মাৰি ক'লে,

তুমি নোৱাৰা যদি মোক আগতে নকলা কিয়? মই দেউতাক কোৱাহেঁতেন এখন গাড়ী পঠাই দিলেহেঁতেন। তুমি ধৰ্ম যুধিষ্ঠিৰ হৈ থাকিলে একো নহ'ব। দেউতা মাৰাৰ বুকতে সোমাই থাকিব লাগিব। মই ৰিক্সাত নাযাওঁ। তুমি ইমান অকৰ্মণ্য, গাড়ী এখনটো নিজে ল'ব নোৱাৰিলাই, অফিচৰ গাড়ীখনো আনিব নোৱাৰিলা। কামৰ পৰা খেদা খাবা বুলি তোমাৰ ভয়টো বেছি।

তপনৰ খং উঠিছিল। সি ধৈৰ্য ধৰিলে। প্ৰতিভাৰ স্বভাবটো জানে বাবেই জ্বলাজুইত ঘিঁউ ঢালি ল'বলৈ সি মন নকৰিলে। আজি পাৰ্টিলৈ যাবৰ বাবে প্ৰতিভাৰ গাত থৰ-কাছুটি নোহোৱা হৈছে। এতিয়া যোৱাটো বন্ধ হ'লে তাৰ "ভয়ত ভগৱন্ত পলোৱা" অৱস্থা হ'ব। সি বহুত ভাবি-চিন্তি যেনে আছিল তেনেকৈয়ে ওলাই গ'ল। প্ৰতিভাই বিছনাখনতে বাগৰ মাৰি ছটফটাই পৰি থাকিল।

তপনে ওচৰৰে পি. চি. অ'ৰ পৰা তাৰ বন্ধু সমিৰণ দাসলৈ ফোন এটা কৰি তাৰ গাড়ীখন অসুবিধা নহ'লে দিব পাৰিবনে কি, বুলি এটা অনুৰোধ জনালে। সমিৰণ দাস ঠিকাদাৰ মানুহ। পাম্পচেট্‌ৰ যোগান ধৰে। কাক কেনেকৈ সন্তুষ্ট কৰিব লাগে, জানে। সেইবাবেই দাসৰ কাৰবাৰ বেছ লাভজনক হৈ উঠিছে। ডেকা কন্‌ট্রেক্টৰ, কেবাখনো গাড়ী আছে, এম্বেচেডৰ, ফিয়েট, মাৰুতি ভেন কেইবাখনো। তপনৰ ফোনটো পাই সমিৰণ দাস উৎফুল্লিত হ'ল। সুধিলে, "চিয়ৰ চিয়ৰ, কোনখন গাড়ী লাগিব? এম্বেচেডৰখনকে পঠাই দিছো, নতুনকৈ লৈছো, বহি আৰাম পাবা।" তপনে লাহেকৈ হ'ব বুলি উত্তৰ দি ফোনটো নমাই ঘৰ পালেহি। সি বুজিলে যে তাৰ আজি আত্মসন্মান সংকুচিত হ'ল। প্ৰতিভাৰ বাবেই সি নকৰিবলগীয়া কাম কৰিলে। সমিৰণ দাস বন্ধু হ'লেও ঠিকাদাৰ মানুহ। অফিচৰ লগত লেনদেন আছে। এটা প্ৰতিকূল আৰু উত্তপ্ত পৰিবেশ এৰাবৰ বাবেই সি এনে অনুৰোধ কৰিব লগাত পৰিল। সি প্ৰতিভাক বিচনাত পৰি থকা দেখি ক'লে,

চাইছিলোহে, তুমি কেনেকৈ ৰিএক্ট কৰা! তোমাৰ বাবে মই এখন 'এম্বেচডৰ' যোগাৰ কৰি আহিছো। ৰিক্সাত কিয় যাবা? তোমাৰ চৌখিন মেক্‌আপ, সাজ-পাৰ, চেইন্টৰ ফুৰফুৰিয়া গোন্ধ—এইবোৰ কিয় ৰিক্সাৰ জোকাৰণিত অথলে যাব? মই সেয়েহে এখন নতুন এম্বেচেডৰ বন্দবস্ত কৰিছো। আহি পাবহি...

প্ৰতিভাই মূৰটো দাঙি সুধিলে,

ক'ৰ পৰা আনিছা, শুনো, ফাঁকি দিয়া নাইতো?

তপনে হাঁহি এটা মাৰি ক'লে, আনিছো দিয়াছোন, গাড়ীৰ কি অভাৱ আছে, তোমাৰ স্বামী দেউতা ধৰ্ম যুধিষ্ঠিৰো নহয়, পৰিমৰাও নহয়। এতিয়া উঠা, মোক চাহ একাপ দিয়া, মই গাটো ধুই লওঁ। বাথৰুমলৈ যাব লাগে।

প্ৰতিভাৰ মেজাজ প্ৰকৃতিস্থ হ'বলৈ সময় নালাগিল। তাই লৰালৰি কৈ উঠি তপনক চাহ একাপ দিবলৈ গেছটো জ্বলাই দিলে। তপনে মাজতে পাক্ এটা মাৰি মাক মনোৰমাৰ ওচৰলৈ গ'ল। মাকক ক'লে যে সি প্ৰতিভাক লৈ বন্ধু এজনৰ ঘৰলৈ যাব খুজিছে। ভাত খাবলৈ মাতিছে। মনোৰমাই ক'লে, কিয় নাযাবি, যা, পিচে কিহঁত যাবি? ৰাতিখন আহিবি কেনেকৈ?

তপনে ক'লে, গাড়ী এখন অহাৰ কথা। তাতে যাম। ৰাতি থৈ যাবহি। তুমি চিন্তা নকৰিবা। দুৱাৰখন জপাই থবা। ৰাতিখন তুমি উঠি আহিব নালাগে। আমাৰ পলম হোৱাৰ কথা নাই।

তপনে অফিচৰ পৰা নিজৰ ব্যৱহাৰৰ বাবে গাড়ী নাপায়। অফিচৰ কামত অলৈ তলৈ নিব পাৰে। কেতিয়াবা গাড়ী এখনো নাথাকে। তেতিয়া সি অটো বা ৰিক্সাতে যাব লগা হয়। সি এইটো লাজৰ কথা বুলি নাভাবে। সি জানে যে গাড়ী এখন নিজে কিনা আৰু চলোৱা তাৰ ক্ষমতা নাই। সি একজিকিউটিভ্ গ্ৰেড্ওৱান হ'বলৈ বহুত দিন লাগিব। প্ৰতিভাই গাড়ী এখন লোৱাৰ কথা কৈয়ে থাকে। প্ৰতিভাই বহুতো আশা কৰে। নিজাকৈ এটা ফ্লেট, নিজা এখন মাৰুতি, তপনে চলাব, তাই লগত আগত বহিব। কেতিয়াবা তায়ো নিজে চলাব! ড্ৰাইভিং জনা আছে। ক'ত আশা, ক'ত বাসনা! প্ৰতিভাই এনে এটা অসহায় জীৱন কটাব লগা হ'ব বুলি ভবা নাছিল। ভালদিন নহালৈকে তাই অভাৱগ্ৰস্থ হৈয়ে থাকিব লাগিব। তপনৰ এইবোৰ কথালৈ চিন্তা নাই, উৎসাহো নাই। অফিচৰ গাড়ী আনে দৌৰাই ফুৰিব লাগিছে, স্কুললৈ ল'ৰা-ছোৱালী অনা-নিয়া কৰিছে, বজাৰ-সমাৰ কৰিছে। তপনে গাড়ীখন আনিলে কিনো জগৰ লাগিব? তপনে প্ৰতিভাক বুজাব নোৱাৰে। কাৰোপৰা অনুগ্ৰহ লোৱামানেই নিজৰ বিবেক ক্ষয় কৰা। সি প্ৰতিভাৰ বাবেই কেতিয়াবা কম্প্ৰোমাইজ কৰিবলৈ বাধ্য হয়। সমিৰণ দাস অফিচৰ চাপ্লায়াৰ। তপনক খাটিৰ নকৰিলে নচলে। আজি প্ৰতিভাৰ বাবেই সি সমিৰণ দাসক গাড়ী এখনৰ বাবে ক'বলগা হ'ল। ইয়াৰ বিনিময়ত তপনে সমিৰণক 'ফেভাৰ' দেখুৱাব লাগিব। জনা কথা।

শৈবালৰ ঘৰৰ পৰা পাৰ্টি খাই আহোতে তপন আৰু প্ৰতিভাৰ ৰাতি হৈছিল। এই পাৰ্টিলৈ যাব লাগিলে কিবা এটা দামী উপহাৰ নিয়া দৰকাৰ আছিল। কিন্তু খৰধৰৰ বাবদ একো কিনাই নহ'ল। প্ৰতিভাই তপনক অফিচলৈ যোৱাৰ আগতে এটা ভাল প্ৰেজেন্ট্ আনিবলৈ কৈ পঠাইছিল। এই কথাটো লৈ উভতি অহা গোটেই বাটটো প্ৰতিভাই তপনক কটুকথা শুনাইছিল। দুয়োৰো মাজত তৰ্কাতৰ্কি হৈছিল। "এজন অমনযোগী স্বামীক বুজাবলৈ গোটেই জীৱন লাগে" প্ৰতিভাই কথাসাৰ মনত পেলালে আৰু দুখৰ বোজা বুকুত হেঁচি ৰাখিবলৈ যত্ন কৰিলে। অচিনাকী ড্ৰাইভাৰ এজনৰ উপস্থিতিত এনেভাৱে তৰ্কাতৰ্কি কৰা কিমান লজ্জাজনক ঘটনা, সেইটো ভাবি তপনে নিজকে নীৰৱে ধিক্কাৰ দি ক্ৰোধ দমন কৰি মনে মনে আছিল আৰু কেতিয়া ঘৰ পাইহি তাকে আইনাৰ ভিতৰেদি বাহিৰলৈ চাইছিল। ড্ৰাইভাৰ মন্টুৰে এনেবোৰ দৃশ্য প্ৰায়ে দেখিবলৈ পায়। তাৰ মালিক-মালিকনীয়েও পিচৰ চিটত বহি পাৰ্টি-চাৰ্টিলৈ গ'লে এনেদৰে দন্দ্ব কৰে,

গালি-গালাজ পাৰে। মদৰ নিচা বেছি হ'লে বেছি মেগাৱাটত খং জ্বলিবলৈ ধৰে। ড্ৰাইভাৰ সেইবাবে এইবোৰ দৃশ্যত অভ্যস্ত। মনে মনে ষ্টিয়াৰিং ধৰি গাড়ীখন চলোৱাই তাৰ দায়িত্ব, মানে 'দিউটি' বুলি ভাবে। বিৰক্তি নাপায়, বৰং সি দৃশ্য উপভোগ কৰে। ইংৰাজী ভাষাত তৰ্কাতৰ্কি, দন্দ্ব-কাজিয়া শুনি সি আমোদ পায়। ঘৰলৈ গৈ সাবিত্ৰীক এইবোৰ ডাঙৰ মানুহৰ কাহিনী শুনাইগৈ। সাবিত্ৰী তাৰ ঘৈণীয়েক। ল'ৰা-ছোৱালী হোৱা নাই। বিয়া কৰাবৰ ছমাহ হৈছে মাথোন। দুখীয়া হ'লেও মন্টু সুখী, সাবিত্ৰী মানুহজনীও মৰমলগা। গিৰীয়েক ড্ৰাইভাৰ। তাতে ঠিকাদাৰৰ গাড়ী চলায়। সময় অসময় নাই। আজি বোলে শ্বিলং, কাইলৈ বোলে শিলিগুৰি। সাবিত্ৰীয়ে বুজে ড্ৰাইভাৰৰ কাম বেছি! ঘৰলৈ আহি যিখিনি সময় থাকে, সেইখিনিয়েই জিৰণি। ভাগৰ পলুৱাবলৈ আপডাল বিচাৰে। সাবিত্ৰীয়ে আল-পৈচানৰ কৃপণালি নকৰে। মৰমেৰে মন্টুৰ গা-মূৰ পিটিকি দিয়ে, ভালৰ ভালটো যত্নসহকাৰে খাবলৈ দিয়ে। অভাৱৰ মেৰপাকে সিহঁতৰ সৰু সংসাৰখন আউল লগাব পৰা নাই।

ঘৰলৈ উভতি আহি তপন ভাগৰি পৰিছিল। বিচনাখনত পৰি সি সন্ধ্যাবেলাটোৰ বিৰক্তিকৰ সময়খিনি কেনেকৈ পাৰ কৰিলে তাৰ এটা হিচাপ ললে। প্ৰতিভাৰ আচৰণ দিনক দিনে বেয়ালৈ গৈছে। আচলতে তপন এই পাৰ্টিলৈ 'নাযাওঁ' বুলিয়েই ঠিৰাং কৰিছিল। কিন্তু যাবলৈ বাধ্যত পৰিল। পাৰ্টি মানেই মদ্যপান। ক'ত ৰকমৰ আজেবাজে কথা, কোনো সংগতি নাই, প্ৰত্যেকেই দামী পোছাক পৰিধান কৰি পাৰ্টিত মিলিত হৈছে। ত্ৰিছ-পয়ত্ৰিছ জন মানুহ, মহিলাই বেছি। এক্‌জিকিউটিভৰ সহধৰ্মিনী। চকুত উৎকণ্ঠা, নিজকে কেনেকৈপে সকলোৰে আকৰ্ষণৰ মধ্যমণি কৰিব তাৰবাবে জকমকীয়া সাজসজ্জা, ডাঠ অংগৰাগৰ প্ৰলেপ। উগ্ৰ চেন্টৰ গোন্ধ। কাৰ কিমান বয়স, ল'ৰা-ছোৱালী কেইটা কোনেও কাকো নোসোধে। এইবোৰ ভদ্ৰতাৰ বাহিৰ।

পাৰ্টিত নাচ আৰু গানৰো আয়োজন আছিল। মিচেচ শৈবাল ভট্টাচাৰ্যই ৰবীন্দ্ৰসংগীত গায়। শান্তিনিকেতনত মাক আছিল বহুদিন। শান্তিদেৱ ঘোষৰ প্ৰিয় ছাত্ৰী। ৰবীন্দ্ৰসদনত অনেকবাৰ গান গাইছিল। এগৰাকী নামী গায়িকাৰূপে মাকে খ্যাতি লাভ কৰিছিল। জীয়েকে মাকৰ দৰে পৰিবেশন পৰিচ্ছন্ন ৰবীন্দ্ৰসংগীত গাব নাজানিলেও আবেদন কৰাৰ যোগ্যতা আছে। পাৰ্টিত সেইদিনা মিচেচ ভট্টাচাৰ্যই "আমায় বোলো না গাহিতে" গানটো গাই সকলোৰে প্ৰশংসা লাভ

কৰিছিল। শৈবালে এই গানটোৰবাবেই বোলে সুমিত্ৰাক বিয়া কৰালে। কলিকতাৰ এটা ফাংশ্যনত সুমিত্ৰাই এই গানটো দৰদ দি গাইছিল। শৈবালে শুনি ইমান মুগ্ধ হৈছিল যে সি সুমিত্ৰাক বিয়া কৰাবলৈ স্থিৰ কৰি পেলালে। সেইদিনা সন্ধিয়া এই গানটোৱে এক নতুন আমেজ দিলে। তাতে শৈবালৰ প্ৰথম মেৰেইজ এনিভাৰচেৰিৰ শুভদিনৰ সন্ধিয়া পৰৰ গান।

প্ৰতিভায়ো এৰাব নোৱাৰা অনুৰোধত এটা গান গাব লগাত পৰিছিল। এটা কোণাত তপনে দুজনমান সহকৰ্মীৰ লগত এটা প্ৰজেক্টৰ কথা পাতি আছিল। "প্ৰতিভা হাজৰিকাই এতিয়া এটা অসমীয়া গান গাব" বুলি কৰা ঘোষণাটো দূৰত থকা তপনৰ কাণত পৰিলত সি গ্লাচটো নমাই থৈ গ'ল। সি জানে যে আজিকালি প্ৰতিভাই গানৰ অভ্যাস এৰি দিছে। প্ৰতিভা এতিয়া এঘৰৰ বোৱাৰী, এখন ৰক্ষণশীল ঘৰৰ বোৱাৰী। তাত বোৱাৰীৰ সংগীত চৰ্চা নচলে। তথাপি প্ৰতিভা আগবাঢ়ি যোৱাত সি ভালেই পালে। আগতে প্ৰতিভাৰ গানে সকলোৰে মনত শিহৰণ তুলিছিল। প্ৰতিভাই জ্যোতিপ্ৰসাদৰ "তোৰে মোৰে আলোকৰে যাত্ৰা অব্যৰ্থ অব্যৰ্থ আমি পালো জীৱনৰ অৰ্থ অভিনৱ..." গানটো গালে। তপনে গানটো যিমান ভাল হ'ব বুলি ভাবিছিল, সিমান ভাল নহ'ল। প্ৰতিভাই বহুতো জ্যোতিসংগীত জানে। কিয় জানো এইটো গালে সি ধৰিব নোৱাৰিলে! আগতে এই গানটো প্ৰতিভাই কেইবাখনো ফাংশ্যনত গাই বাহ্ বাহ্ পাইছে। তপনে বুজিলে আজি প্ৰতিভাৰ মুড্ বেয়া। মুড ভাল হোৱাহেঁতেন মিচেচ ভট্টাচাৰ্যক চেৰ পেলাব পাৰিহেঁতেন। বাটত প্ৰতিভাই তপনক সুধিছিল,

মোৰ গানটো কেনে পালা?

ঠিকেই আছে। অৱশ্যে অন্য এটাও গাব পাৰিলাহেঁতেন। গানটোৰ লগত ফাংশ্যনটোৰ সংগতি নাছিল। মই গম পাইছিলো।

কিয়, তোমাৰ প্ৰিয় গীত,

"কোন সুন্দৰৰ শিল্পীয়ে
পদুমফুলৰ নাৱেৰে
ময়ূৰপংখী ৰহণবোৰ
দিয়ে ছটিয়াই"?

এইটো মোৰ মনত নপৰিল। হ'ব দিয়া, আজি মনটো পুৱাৰ পৰা বেয়াহে

আছে। তাতে জোনমণিৰ পৰা বৰ আমনি পাইছো। তাই মোৰ বাবে প্ৰতিবন্ধক। আহিবৰ সময়ত তাই যিখন কৰিলে, মই তেতিয়াই ধৰিব পাৰিছিলো। আজি দিন বেয়া।

তপনে উত্তৰ নিদিলে। সি বিচনাখনত পৰি প্ৰতিভাৰ স্বভাৱটোৰ কথা ভাবিছিল। প্ৰতিভাৰ নিৰ্বুদ্ধিতাত তাৰ মনলৈ হতাশা আহিছিল। কথাবোৰে তাৰ মনত বহুত সময়লৈকে পাগুলি আছিল। সি ভাবিছিল—তাৰ বন্ধু শৈৱাল কিমান সুখী? কিমান মধুৰ সিহঁতৰ বিবাহিত জীৱন। কিন্তু প্ৰতিভা আৰু তাৰ দাম্পত্যজীৱন কিয় এনে হ'ল? প্ৰতিভাৰ আভিজাত্যৰ অহমিকা আছে। কিন্তু তপনে তাইৰ ঔদ্ধত্য সদায় ক্ষমা কৰি আহিছে। ধনীঘৰৰ সুখত উঠা, লাহবিলাহ ভালপোৱা ছোৱালীবাবে তপনে বহুতো দোষ সহ্য কৰে। এখন দ্বন্দ্ব-কাজিয়াৰ যাতে সূত্ৰপাত নঘটে, সেই বিষয়ে সি পৰাপক্ষত মনে মনে থাকে। কিন্তু প্ৰতিভা বৰ জেদী, সংযম আশা কৰা নাযায়। শৈবালৰ পাৰ্টিলৈ যাবৰ বাবে প্ৰতিভাই যিটো হুলস্থূল কৰিলে তাক সি সহজে ল'ব নোৱাৰিলে। তাৰ মনলৈ আহিল নানা ভাব ; ডাইভোৰ্ছ কৰাৰ এটা অসৎ সিদ্ধান্ত। বিচনাখনত চৎফটাই সি চিগেৰেটৰ পাছত চিগেৰেট খাই কমটো ধোঁৱাৰে ওপচাই পেলালে। টোপনি নাহে। পৃথিৱীৰ সকলো অমানিশাই তাৰ টোপনি ভাঙি দিলে। ইফালে কাষত প্ৰতিভাৰ দুৰ্ঘোৰ নিদ্ৰা। প্ৰতিভাৰ ঘুমন্ত চেহেৰাটো চাই সি মনতে ক'লে, তাৰ আৰু প্ৰতিভাৰ বিয়া ভালপোৱাৰ বিয়া আছিল। কিন্তু সেই ভালপোৱা কিয় এনে হ'ল? দোষটো কাৰ? তাৰ নিদ্ৰাহীন ৰাতিটো এইবোৰ দুশ্চিন্তাই গ্ৰাস কৰিলে।



## ১৫

প্ৰতিভাৰ মানসিক পৰিমণ্ডল নিৰাশাৰে যেতিয়া ভৰি পৰে, তাই তেতিয়া হিতাহিত জ্ঞান হেৰুৱাই পেলায়। তেতিয়া তাই আৰম্ভ কৰে অমাৰ্জিত আচৰণ, তপনৰ লগত অকাৰণতে তৰ্ক। আটাইতকৈ বিসংগতিৰ দিশটো হ'ল—তাই নিজৰ ছয় বছৰীয়া সন্তান জোনমণিৰ প্ৰতি দেখুওৱা নিৰ্দয় ব্যৱহাৰ। জোনমণিৰ কথা ওলালেই তাই এক অজানা ভয়ত কঁপি উঠে। জোনমণিক সেয়েহে তাই পৰাপক্ষত চকুৰ আগৰ পৰা নিলগত ৰাখে। তপনৰ দেউতাক-মাকে জোনমণিক আদৰ-চেনেহ কৰিলে প্ৰতিভাৰ খং উঠে। তেওঁলোকৰ কাষৰ পৰা জোনমণিক আজুৰি টানি আনি কোঠাত বন্ধ কৰি থৈ দিয়ে। তপনে প্ৰতিভাৰ অস্বাভাৱিক আচৰণ লক্ষ্য কৰি নীৰৱে থাকে। সীমা চেৰাই গ'লে— সি প্ৰতিভাক ধমকি দিয়ে। তাৰ বিবাহিত স্ত্ৰীৰ সাংসাৰিক বিচ্ছিন্নতাবোধ তাৰবাবে এক বিপন্নতাৰ সমস্যা হৈ পৰাত সি বিচলিত হয়। বন্ধু-বান্ধৱে তাৰ বিষণ্ণ হৃদয়ৰ উম পাইছিল। তপনৰ শুকাই যোৱা মুখখনলৈ চাই সিহঁতে দুখ কৰিছিল। "কি তপন কি হৈ গ'ল! দেখনিয়াৰ, সুঠাম চেহেৰাৰ হৃষ্টপুষ্ট তপন, স্ত্ৰী প্ৰতিভাৰ হাতত বন্দী হৈ সুখ-শান্তি, হাঁহি-তামাছা সকলো হেৰুৱালে।" বন্ধুমহলত তপনৰ সাংসাৰিক জীৱনৰ নানা কথা জল্পনা-কল্পনা হৈছিল। সকলোৱে তাক পৰামৰ্শ দিছিল—অন্য ঠাইলৈ কিছুদিনৰ বাবে প্ৰতিভাক লৈ আঁতৰি যোৱা, নতুবা, নতুন ভাড়াঘৰলৈ গৈ এটা নতুন পৰিবেশত নিজকে সহজ কৰি পেলোৱা। প্ৰতিভাৰ বৰ্তমান যি মানসিক তিৰ্যক অন্তৰ্দ্বন্দ্ব, সেইয়া তেনে পৰিস্থিতিত হয়তো বহুতো প্ৰসমিত হ'ব, তায়ো স্বাধীনতা অনুভৱ কৰিব, নিজৰ মতে চলিব পাৰিব। শহুৰ-শাহুৱেকৰ প্ৰতিপত্তি থকা পুৰণি ঘৰ এখনত প্ৰতিভাই অনেক বন্ধনৰ মাজত থাকিবলগা হৈছে বাবেই পক্ষান্তৰে বিদ্ৰোহ কৰিছে, অশান্তিৰ সৃষ্টি কৰি গোটেই ঘৰখনকে সমস্যাত পেলাইছে। আন এটা সমস্যা অৱশ্যে সহজে সমাধান কৰা মস্কিল। সমস্যাটো হৈছে—জোনমণি। তাইক কি কৰা হ'ব? ককাক আইতাকৰ লগত ৰাখি থৈ আহিব, নে প্ৰতিভাই লগত লৈ আহিব? তপনক বন্ধুমহলে কৈছিল, আজিকালি সেইটোনো কি বৰ দোষৰ কথা! পুতেকে বিয়া কৰোৱাৰ পাছত বাপেক-মাকৰ লগত নথকাটোহে মংগল। একেলগে থাকি কন্দল চপাই লোৱাতকৈ বেলেগে থকাটো দুয়োপক্ষৰ বাবে মংগলকাৰক। এনে কামৰ দ্বাৰা

পুতেকে মাক-বাপেকৰ প্ৰতি দায়িত্ব পালন নকৰা নুবুজায়। আজিকালি আগৰ যৌথ-পৰিবাৰসূত্ৰ অচল। তপনক কোনেও বদনামৰ ভাগী নকৰে। জোনমণিকো সিহঁতে লগত ৰখা উচিত। নহ'লে তাইৰ মনত অৱহেলাৰ অৱস্থা এটাই বাহঁ ল'ব। মনৰ অস্বাভাৱিক অৱস্থাত ভুগিলে তাইৰদৰে অকণমান ছোৱালী দুৰূহ বেমাৰত আক্ৰান্ত হ'ব।

প্ৰতিভাক দেউতাক বিদ্যুৎ চৌধুৰীয়ে এটা ভাড়াঘৰলৈ যাবৰ বাবে অনেক দিন ক'লে। প্ৰতিভাই ইমান দিনে তপনক ভাড়াঘৰলৈ যোৱা বিষয়ে কৈ কৈ ভাগৰি পৰিছিল। তপনে পুৰণি ঘৰখন এৰিব নোখোজে। মাক-দেউতাকে মনত কষ্ট পাব বুলি ভাৱে। প্ৰতিভাই এবাৰ ভাবিছিল, তাই বাপেকৰ ঘৰলৈকে গুছি যাব। ইয়াত ইমান অশান্তিত থাকিব নোৱাৰে। বাপেকে তাইক খুউব মৰম কৰিছিল। প্ৰতিভাক কৈছিল,

তই আহিলে মই ভালহে পাম। তোৰ বাহিৰেনো মোৰ আন কোন আছে? পিচে এটা কথা নহয়! তই তপনৰ স্ত্ৰী, বিয়া দিলো যেতিয়া তই নিজ খুচিমতে চলিব নোৱাৰ।' ইয়ালৈ খং কৰি গুছি আহিলে মানুহে তোকহে জগৰীয়া কৰিব। ৰক্ষণশীল ঘৰখনৰ চাল-চলন-চিন্তা-ভাৱনা বেলেগ। আমাৰ লগত নিমিলে। তই বৰং তপনক সৈমান কৰ, এটা বেলেগ ঘৰলৈ গ'লে দুয়োটাই মিলি এখন সুখী সংসাৰ উপভোগ কৰিব পাৰিবি। তপনক প্ৰয়োজন হ'লে ময়ো কম।

এক পিতৃসুলভ স্নেহভৰা দৃষ্টিৰে বিদ্যুৎ চৌধুৰীয়ে প্ৰতিভাক বুজনি দিলে। খং-ৰাগ কৰি একো নহ'ব বুলি তেওঁ জীয়েকক উপদেশ দিলে। ষাঠি বছৰীয়া বৃদ্ধ বিদ্যুৎ চৌধুৰীয়ে স্মৰণ কৰিলে যে জীৱনত তেওঁ বহুতো অভিজ্ঞতা লাভ কৰিলে। বহুতক অন্যায় উপায়েৰে প্ৰৱঞ্চনা কৰিলে। ঘৰ-মাটি গ্ৰাস কৰিলে। জীয়েককো এটা চক্ৰান্তৰ মেৰপাকেদি তপনলৈ বিয়া দি ধৰ্মেশ্বৰ হাজৰিকাৰ মনত কষ্ট দিলে। জীৱনৰ ডেকাবয়সত তেওঁ এটা উৎপতীয়া জীৱনযাপন কৰি বহুতো অসামাজিক কামত লিপ্ত হৈছিল, বহুতৰ খং, বিৰক্তি, ঘৃণা আৰু অপবাদৰ পাত্ৰ হৈছিল। আজি জীয়েকৰ অশান্তিৰ কথা শুনি তেওঁৰ এই ষাঠি বছৰীয়া জীৱনকালত যি ৰিক্ততা আৰু তিক্ততা অনুভৱ হৈছে, তেনে অনুভৱ আগতে কেতিয়াও হোৱা নাছিল। বিদ্যুৎ চৌধুৰীৰ সোঁতৰাপৰা মুখখনৰ ভাঁজে ভাঁজে ফুটি উঠিল তেওঁৰ অতীত কৃতকৰ্মৰ দিনবোৰ। আজি তেওঁ যেন বৰ অসহায়! এই শেষ হৈ যাবখোজা জীৱনত বিয়লি বেলাত বিদ্যুৎ চৌধুৰীয়ে পত্নীৰ অভাৱৰ

তীব্ৰতাও অনুভৱ কৰিলে। ডেকাকালত যি স্ত্ৰীক তেওঁৰ অবহেলা কৰি, গালি-শপনি পাৰি অপদস্থ কৰিছিল, যাৰ অপমৃত্যুৰ কাৰণ তেওঁ নিজেই, আজি সেই স্ত্ৰীৰ অভাৱে তেওঁক আশ্ৰয়হীন কৰি পেলালে। তেওঁৰ বিপত্নীক জীৱন ইমান বেদনাদায়ক হ'ব বুলি তেওঁ সপোনতো ভৰা নাছিল। মাজতে তেওঁৰ মনলৈ এগৰাকী মহিলাৰ কথা খেলাইছিল। বয়সীয়াল মহিলা গৰাকীৰ কেও নাছিল। এখন সমবায় দোকানত হিচাপ ৰখা কাম কৰিছিল। সেই সমবায় অনুষ্ঠানটোৰ সভাপতি আছিল বিদ্যুৎ চৌধুৰী। ইচ্ছা প্ৰবল হোৱা স্বত্বেও মহিলা গৰাকীক তেওঁ ঘৰ সুমাবহি নোৱাৰিলে। বিদ্যুৎ চৌধুৰীৰ এই প্ৰস্তাৱত প্ৰতিভাই দুৰ্ঘোৰ আপত্তি কৰিলত তেওঁ আগবাঢ়িবলৈ ইচ্ছা নকৰিলে। অথচ এই ভাটিযোৱা জীৱনত তেওঁৰ আটাইতকৈ প্ৰয়োজন আছিল এজনী সহধৰ্মিনীৰ। ডেকাবয়সতকৈ বৃদ্ধবয়সত স্ত্ৰীৰ প্ৰয়োজন যে অতি কাম্য, তাক তেওঁ উপলব্ধি কৰিয়েই পুনৰ বিয়া কৰোৱাৰ কথা ভাবিছিল। প্ৰতিভাৰ আপত্তিক তেওঁ অমান্য কৰিব নোৱাৰিলে। প্ৰতিভাৰ সুখৰবাবেই তেওঁ এই বাসনা পৰিহাৰ কৰিলে। ভাবিছিল, প্ৰতিভাক তপনলৈ বিয়া দি সিহঁত হালকে ঘৰ চপাই ল'ব। আশ্ৰয় হ'ব, সা-সম্পত্তিও সিহঁতে তদাৰক কৰিব। কিন্তু তপনৰ মতি গতি দেখি তেওঁ এই আশাপূৰণ কৰিব পৰা নাই। বিদ্যুৎ চৌধুৰীক এইবোৰ চিন্তাই এক বুজাব নোৱাৰা অস্বস্তিৰে পীড়ন কৰিবলৈ ধৰিলে। ভয়, ত্ৰাস আৰু আতংকৰ কথা ভাবি সেয়েহে তেওঁ জীয়েক প্ৰতিভাক স্বামীগৃহ ত্যাগ কৰি অহাত সম্মতি জনাব নোৱাৰিলে। হিতে বিপৰীত হ'ব বুলি ভাবি তেওঁ জীয়েকক সকলো সহ্য কৰি চলিবলৈ উপদেশ দিলে।

প্ৰতিভাই বাপেকৰ পৰামৰ্শমতেই তপনক মনৰ ভাব ব্যক্ত কৰিবলৈ স্থিৰ কৰিলে। দেওবাৰৰ দিনটো নানা ব্যস্ততাৰ মাজত তপনক অকলে লগপোৱা সম্ভৱ নহ'ল। পিচদিনা পুৱা ন'মান বজাত প্ৰতিভাই বাৰান্দাত তপনে অকলে বহি চিগেৰেট হুপি থকা দেখি ওচৰচাপি ক'লে,

তুমি গলা বুলিহে ভাবিছিলো। অফিচৰ গাড়ী অহানাই হবলা?

এঘণ্টাতে আহিব, (ঘড়ীটো চাই) আজি আহোতে পলম হ'ব। ড্ৰাইভাৰজন দূৰত থাকে বাবে কেতিয়াবা এনে হয়....

মই তোমাক অন্য কথা এটাহে ক'বলৈ আহিলো

কি কথা? (মুখলৈ নোচোৱাকৈ তপনে সুধিলে)

দেউতাক কথাটো কবা।

কি কথা কোৱাৰ কথা কৈছিলা?

পাহৰিলা হবলা, মই কৈছিলোঁ আমি এটা ভাড়াঘৰলৈ যোৱাৰ বিষয়ে.....

অ', ঘৰপতাৰ কথা কৈছা? ভাড়াঘৰ লোৱা মানেই খৰছৰ বাহ্। আজি ইটোহে নাই, কালিলৈ সিটোহে নাই। এখন এষ্টাব্লিচ্ ঘৰৰ পৰা ভাড়াঘৰলৈ যোৱা মানেই খৰছ বঢ়াই লোৱা। ...অৱশ্যে নিউৰোডৰ ভাড়াঘৰটো মই দেখা নাই। তুমি পছন্দ কৰিছা যেতিয়া খুউব ভালেই হ'ব। তোমাৰ বহুতো সুবিধা ওলাব। দেউতাৰাৰ ঘৰখনো সদায় পাবা। যেতিয়াই মন যায়, যাব পাৰিবা। আপত্তি কৰিবলৈ কোনো নাথাকিব। এইখন ঘৰত যি অনুচিত সেইখন ঘৰত সেইটো হ'ব স্বাভাৱিক। তুমি পুৰণি সমাজখন ঘূৰাই পাবা, মানে তোমালোকৰ মানত উদাৰ-উন্নত, আধুনিক, ৰহস্য আৰু বিস্ময়পূৰ্ণ সমাজখনত আকৌ সোমাই পৰিবা। তোমাৰ পুৰণি বন্ধু মিঃ সিন্হা, মিচেচ মালহোত্ৰা, মিঃ দুৱৰা, মিঃ দত্ত, মিচেচ চক্ৰবৰ্তী আদিক পাবা, তেওঁলোকৰ লগত পাৰ্টিত বহিব পাৰিবা, ব্ৰীজ খেলৰ টেবুল বহিব। ভালেই হ'ব। (হাঁহি এটা মাৰিলে তপনে)

তুমি কি ক'ব খুজিছা? প্ৰতিভাৰ কণ্ঠস্বৰত বিৰক্তিৰ ভাব।

স্বৰ্গৰ সপোন কেৱল মূৰ্খইহে দেখে। তুমি হয়তো মোৰ কথাত বিৰক্ত হৈছা। হয়তো দুখ পাইছা। মোক ভুল নুবুজিবা প্ৰতিভা। ধ্যান-ধাৰণা মোৰ বেলেগ, তোমাৰ লগত নিমিলে। কম্প্ৰমাইজ্ নকৰিলে উপায় নাই। আজি দেউতাক আমি ভাড়াঘৰলৈ যাব খোজা কথাটো কোৱাটোকে তুমি বিচাৰিছা, নহয় জানো? কিন্তু প্ৰতিভা, মই আৰু কিছুদিন ইয়াত থকাটোহে ভাল বুলি ভাবিছিলো। এবছৰমানৰ পাছত দিল্লীলৈ যোৱা কথা এটাও ওলাইছে। জোনমণিৰ বাবেই কিছুদিন ইয়াত থকাটো উচিত। তাতে তাইক দেউতাই স্কুলত নাম লগাই দিছে। কাষতে স্কুল। ইয়াত তাইক দেউতা-মাইতে চাইছে, মৰম কৰিছে। এতিয়া ডিচ্লকেট্ কৰা ঠিক নহ'ব নেকি?

তুমি সেইবিষয়ে মূৰ ঘমাব নালাগে। মই মেনেইজ কৰিম। তাতো স্কুল আছে। ইয়াতকৈ ভাল, ইংলিচ মিডিয়াম্। কিন্তু এইখন ঘৰত মই এখন্তেকো থাকিব নোৱাৰো। জোনমণিকো নাৰাখো। মোৰ স্পষ্ট কথা।

তপনে বুজিলে, প্ৰতিভাই এইখন ঘৰৰ পৰা যাবলৈ বদ্ধপৰিকৰ। আৰু আপত্তি কৰিলে ধুমুহা আহিব। বৰং সম্মতি জনোৱাই বুদ্ধিমানৰ কাম হ'ব। জোৰ কৰি ৰাখি কি লাভ? প্ৰতিভাক তপনে ক'লে।

বাৰু, বাৰু, তুমি অধৈৰ্য নহবা। মই দেউতাক কম। দেউতাই আপত্তি নকৰে, মই জানো। মই এখন অটো লৈয়ে যাওনে কি? অফিচৰ গাড়ী নাহিব যেন পাইছো। ঘৰতে দহবাজি গ'ল।

প্ৰতিভাই লক্ষ্য কৰিলে যে শহুৰ ধৰ্মেশ্বৰ হাজৰিকাই হাতত চাটিটোলৈ ওলাই আহিছে। স্কুললৈ যাব। প্ৰতিভাই তপনক ক'লে,

সৌৱা দেউতা আহিছে। স্কুললৈ যাব। তুমি কথাটো এতিয়াই কোৱা, বুজিছা। প্ৰতিভাই কথাসাৰ কৈ ভিতৰ সোমাল। হাজৰিকাই তপনক সুধিলে,

তপন, তই দেখোন এতিয়াও কামলৈ যোৱা নাই? বোৱাৰীৰ লগত কথা পাতি থকা দেখিলো?

তপন অলপ অপ্ৰস্তুত হ'ল। সি ক'লে,

হয় দেউতা, গাড়ীখন অহা নাই বাবে ৰৈ গলো। (অলপৰৈ) দেউতা, মই আপোনাক এটা কথা কম বুলি ভাবিছিলো.....। হাজৰিকা ঃ বৰ জৰুৰী কথানে? মোৰ আক' এঘাৰ বজাত এটা ক্লাচ আছে।

তপন ঃ তেন্তে এতিয়া থাকক। পাচে পৰে কম। বৰ জৰুৰী কথা নহয়।

হাজৰিকা ৰৈ গ'ল। ভাবিলে, কথাটো শুনি যোৱাই ভাল হ'ব। নহ'লে মনটোত খু-দুৱনি লাগি থাকিব।

কি কথা, ক'! সময় অলপ হাতত আছে। পামগৈ। তপনে ক'লে, দেউতা, মই ভাবিছো, আমি এটা বেলেগ ঘৰলৈ যাওঁ। প্ৰতিভাই কৈছিল, তেওঁৰ দেউতাকে নিউৰোডত এটা আহল-বহল সকলো সা-সুবিধা থকা ভাড়াঘৰ পাইছে। আমি তালৈকে যোৱাৰ কথা ভাবিছো। অলপ আগতে প্ৰতিভাৰ লগত তাকে আলোচনা হৈছিল।

হাজৰিকা যেন এনে প্ৰস্তাৱৰ বাবে সাজু নাছিল। তথাপি তেওঁ সন্দেহ দূৰ কৰিবলৈ সুধিলে,

ইমান দিনৰ পুৰণি ঘৰটো এৰি বেলেগ ঘৰলৈ কিয় যাব লাগে? এইখন ঘৰত থকামেলাৰ একো অসুবিধাটো হোৱা নাই। কোঠালিবোৰ বেছ আহল-বহল, হাৱা-বতাহ চলাচল কৰে। অৱশ্যে ফেন-টেনৰ তেনে কোনো সুবিধা নাই। গৰমত বোৱাৰীয়ে কষ্ট পাব বুলি টেবুলফেন এখনকে তহঁতৰ কোঠাত দিয়া হৈছে। আমাৰ কাৰণে চিন্তা নকৰিবি। আমি আৰামতে আছো। ইমান দিন থকা ঘৰটো এৰি যাবৰ সত্ নেযায় অ'। তহঁতৰ জন্ম এই ঘৰতেই

হৈছিল। ক'বলৈ গ'লে এই ঘৰটো আমাৰ এক সুদীৰ্ঘ ইতিহাস। মোহ সোমাই আছে।

নহয়, মানে—মই আৰু প্ৰতিভা যোৱাৰ কথাহে কৈছো। জোনমণিকোলৈ যাম। নতুন ঘৰলৈ গ'লে তাই কিজানি ভাল হয় নেকি। হাজৰিকাই ক'লে, "অ' বুজিলো। মই আকৌ ভাবিছিলো—তই আমাক, সকলোকে ভাড়াঘৰলৈ যোৱাৰ কথা কৈছ!" হাজৰিকাই চছমাজোৰ লাহেকৈ খুলি আকৌ পিন্ধিলে। অগাপিছা কৰি নাকত ভালকৈ বহুৱালে। তেওঁ বুজিলে যে তেওঁৰ ডাঙৰ ল'ৰা তপনে বেলেগ হোৱাৰ ইংগিত দিছে। তপনে বাপেকৰ অন্তৰৰ বেজাৰ লক্ষ্য কৰিলে। সি বুজিছিল যে তাৰ দেউতাকে বেজাৰ পালেও প্ৰতিবাদ নকৰে।

দেউতা, তালৈ গ'লে মোৰ চাকৰিৰ ফালৰপৰাও কিছু সুবিধা হ'ব। অফিচটো ওচৰতে। তাতে কোম্পানীয়ে ভাড়াৰ ৫০ অংশ বহন কৰিব, জোনমণিৰ এটা ভাল চিকিৎসাৰ প্ৰয়োজন হৈছে। আৰু এটা কথা, আমাৰ কোম্পানীৰ প্ৰায়বোৰ অফিচাৰ ক্লাবৰ বাহিৰেও এঘৰত নহ'লে আন এঘৰত বন্ধদিনত গোট খায়। ফেমিলি মিট্। মোৰ ক্ষেত্ৰত এই বিষয়ত অসুবিধা আছে।

হাজৰিকাই সুধিলে, মানে তই ক'ব খুজিছ যে তোৰ লগৰ অফিচাৰবোৰে ঘৰত পাৰ্টি দিব পাৰে, তই নোৱাৰ'।

মাজে মাজে এনেকুৱা পাৰ্টি দিয়া প্ৰয়োজন হৈ পৰে। বিজনেছ, প্ৰমোচন আদিত এই পাৰ্টি কামত আহে। সেইবোৰ কথা ভাবি-চিন্তি মই বেলেগ ঘৰ এটা লোৱা উচিত বুলি বিবেচনা কৰিছো। মোৰবাবে ভাল হ'ব।

বৰ ভাল কথা। বেলেগ ঘৰ ললে তোৰ যদি প্ৰমোচন হয়, কোম্পানীৰ কাৰবাৰ লাভজনক হয়, মই আপত্তি কৰা প্ৰশ্ন নুঠে। মা'ৰক কথাটো বুজাই কবি। নহ'লে মনত কষ্ট পাব।

মাক কম। তপনে সৰুকৈ উত্তৰটো দিলে,

যোৱাটো খাটাং কৰিছ যেতিয়া, এতিয়া মই কি কম? মাৰেও নিশ্চয় হকাবধা নকৰে। হয়তো বেজাৰ প'ব। ... আমি তহঁতৰ সমস্যা লাঘৱ কৰিবলৈ পাৰ্যমানে ত্যাগ স্বীকাৰ কৰিছিলো। মই জানো, তই বুজিলেও বোৱাৰীয়ে আমাৰ কথাবোৰ উপলব্ধি কৰিব পৰা নাই। তপন এটা কথা কওঁ, ভুল নুবুজিবি। হৈ যোৱা কথাবোৰ ভাবি-গুণি থাকিলে কোনো লাভ নহয়। বৰং অশান্তি বাঢ়ে। যি পৰিস্থিতিতে নহওঁক লাগিলে, জোনমণি তহঁতৰ মাজলৈ আহিছে। তাই এতিয়া

তইঁতৰে সন্তান। এটি পবিত্ৰ দেৱশিশু। তাইক চেনেহেৰে তুলি-তালি ডাঙৰ-দীঘল কৰা মাক- বাপেক হিচাপে তইঁতৰ কৰ্তব্য। কিন্তু মই লক্ষ্য কৰিছো, প্ৰতিভাই যেন জোনমণিৰ উপস্থিতিটো সহ্য কৰিব নোৱাৰে। জোনমণিৰ প্ৰতি প্ৰতিভাৰ মনটো অনাহকতে নিষ্ঠুৰ হৈ পৰে। আমি ইয়াত তাইক আমাৰ মৰমেৰে আঁৱৰি ৰাখিছিলো। সকলোতকৈ তাই মোৰ লগ লৈছিল বেছি।... জোনমণিক তইঁতে দেখোন ইয়াতে থৈ যাব পাৰ। ধৰ্মেশ্বৰ হাজৰিকাই অলপৰৈ কথাসাৰ ক'লে।

তপনে জানে যে জোনমণিক দেউতাকে কিমান মৰম কৰে। দেউতাকৰ দৈনন্দিন ৰুটিনখনত জোনমণিৰ লগত কটোৱা, ফুৰাবলৈ নিয়া, নানা সাধুকোৱা, ফুলনিত একেলগে কাম কৰা থাকেই। কেতিয়াবা জোনমণি দুপৰীয়া ককাকৰ লগতে শোৱাটো বন্ধ দিনৰ ভিতৰুৱা নিত্যকৰ্ম। তপনে তলমূৰকৈ খন্তেক বৈ ক'লে,

"প্ৰতিভাই জোনমণিক লগত লৈ যোৱাটোহে বিচাৰে।" হাজৰিকাই অনুভৱ কৰিলে যে তেওঁৰ চকুদুটা ৰম্‌ৰম্‌কৈ পূৰিছে। তেওঁ তপনৰ মুখখনলৈ চালে। সিয়ো যেন দুখ পাইছে। তাৰো চকুহাল চলচলীয়া হৈছে।

"তাই এইখন ঘৰৰ পৰা গুচি গ'লে মোৰ বুকুখন উদং হৈ যাব। মাৰেও বেজাৰ পাব। 'মায়া' বৰ ডাঙৰ আকৰ্ষণ, সহজে নেৰে। আজি ইমান দিনে তাই মোৰ কোলাত, বোকোচাত উঠি, মোৰ লগত খেলিমেলি ডাঙৰ হৈছে। ককাদেউতা আৰু নাতিনীৰ যি আন্তৰিক সম্বন্ধ, তাক কিবা এটা মায়াৰ বান্ধোনে মেৰিয়াই ৰাখে। এই বান্ধোন হঠাৎ চিঙি গ'লে মনৰ চট্‌ফটনি বাঢ়ি যায়। সেয়েহে কৈছিলো—" ধৰ্মেশ্বৰ হাজৰিকাই চাদৰৰ আঁচলটোৰে পানী ওলাব খোজা চকুহাল মুছিলে। চচ্‌মাজোৰো ভালকৈ নাকত বহৱাই ললে।

কিন্তু দেউতা, আমি একেবাৰে আঁতৰি যাব খোজা নাই, 'জাষ্ট ফৰ্ এ চেইঞ্জ।' মাজে সময়ে আহি থাকিম। আমি বাহিৰলৈ মানে দূৰ ঠাইলৈ যাব খোজা নাই। চহৰতে থাকিম, দূৰতো নহয়। জোনমণিক লগত ৰাখিলে আমাৰ ভিতৰত, মানে প্ৰতিভা আৰু মোৰ মাজত এটা এড্‌জাষ্টমেন্ট্ আৰু আণ্ডাৰষ্টেণ্ডিং গঢ়ি তোলাৰ সম্ভাৱনা আছে। হয়তো দায়িত্ব আহিলে প্ৰতিভাৰ স্বভাৱ ভালো হ'ব পাৰে।

এনেতে ভিতৰৰ পৰা দৌৰমাৰি জোনমণি সোমাই অহাত তপনৰ কথাত বাধা পৰিল। তাই আহি ককাকক গাত ধৰি ক'লে,

ককা, ককা, মায়ে কৈছে, মোক হেনো মা-দেউতাই ইয়াৰ পৰা লৈ যাব। মই হ'লে নাযাওঁ। তোমাক এৰি মই নাযাওঁ, কেতিয়াও নাযাওঁ।

জোনমণি, দেউতাক আমনি নকৰিবা চোন। দেউতা এতিয়া ওলাই যাব নহয়!

জোনমণিয়ে জোৰেৰে ককাকক সাবটি ধৰি ক'লে,

মই নাযাওঁ, নাযাওঁ, মাৰ লগত কেতিয়াও নাযাওঁ.....

কিয় জোনমণি, মাৰাৰ লগত, নাযাওঁ বুলি কৈছা?......

নাপায় নহয়? ধৰ্মেশ্বৰ হাজৰিকাই মৰম কৰি জোনমণিক বুজনি দিবলৈ যত্ন কৰিলে।

ইয়াৰ পৰা গ'লে মায়ে মোক আৰু মাৰিব...

তপনে জোনমণিক কাষলৈ মাতি আনি, ক'লে,

আহাচোন জোনমণি, এনেদৰে কিয় কৈছা? তুমি আমাৰ লগত থাকিবা, স্কুললৈ যাবা, মই থৈ আহিম...চকলেট্ দিম...

জোনমণিয়ে তপনৰ হাত একৰাই পুনৰ ককাকৰ ওচৰ পালেগৈ জোৰকৈ খামুচি ধৰি ক'লে,

মোক চকলেট নালাগে। মই চকলেট নাখাওঁ। ককা, অ' ককা, তুমি নিবলৈ হাক দিয়ানা। মা-দেউতা গ'লেও মই নাযাওঁ। মই তোমাৰ লগতে থাকিম, কোৱা ককা, মই থাকিম?

প্ৰতিভাই, দৃশ্যটো দূৰৰ পৰা নিৰীক্ষণ কৰিছিল। অধৈৰ্য হৈ ওচৰলৈ আহি জোনমণিক জোৰেৰে হাতত ধৰি শাসনৰ সুৰত ক'লে,

ভিতৰলৈ আহা বুলিছো নহয়? লাই পাই পাই কথা নমনা হৈছে, কথাখিনি কৈ প্ৰতিভাই জোনমণিক ভিতৰলৈ টানি লৈ গ'ল, জোনমণিৰ কান্দোনৰ মাজতে ধৰ্মেশ্বৰ হাজৰিকাৰ কাণত পৰিল, "ককা, মই নাযাওঁ, কেতিয়াও নাযাওঁ, মায়ে মোক মাৰিব মাৰিব।" হাজৰিকাই আৰু তপনে জঠৰ হৈ চাই থাকিল। মৌনতা ভংগ কৰি হাজৰিকাই ক'লে,

মই, মই কি কম তপন, তই নিজেই সকলো দেখিছ, সকলো বুজিছ। যি ভাল বুলি বিবেচনা কৰ, তাকে কৰ। মই যাওঁ।

এফালে তপন, আনফালে হাজৰিকা, দুয়ো বিষণ্ণ মনেৰে হিয়াভঙা বিষাদৰে নিজ নিজ গন্তব্যস্থানলৈ বুলি ওলাই গ'ল। প্ৰকৃত সমস্যা দুয়ো বুজিব পাৰিছে। ভয়, উদ্বেগ আৰু অশান্তি আৰম্ভ হৈছে বুলি তেওঁলোকে গম পালে।



১৬

এসপ্তাহমান বাহিৰত থাকি ৰাজেন আহি ঘৰ পালেহি। সি কলৈ যায়, কি কৰে এইবোৰ খবৰ ধৰ্মেশ্বৰ হাজৰিকাই নলয়। আগতে ঘৰলৈ পলমকৈ আহিলেই তেওঁৰ চিন্তাৰ সীমা নাথাকে। তেওঁ ৰাজেনৰ গতি-গোত্ৰ দেখি সদায় ঈশ্বৰক প্ৰাৰ্থনা কৰে—তাৰ যাতে বিপদ নহয়। অভাৱৰ সংসাৰ। মাজে মাজে তেওঁৰ মুখৰ পৰা ৰাজেনে টান কথাও শুনিব লাগে। ৰাজেনে কিন্তু কোনো উত্তৰ নিদিয়ে। হাঁহি মাৰি বায়েকক পাছত কয়, "দেউতাৰ খং উঠা স্বাভাৱিক। আমি এইবোৰ সহ্য কৰিব লাগে। কেতিয়াবা অতিষ্ঠ হ'লে দেউতাই মোক ধমকি নামাৰিব কিয়? মই বেয়া নাপাওঁ।" ৰাজেনক মাকে একো নক'লেও তাৰবাবে তেওঁৰ দুশ্চিন্তাৰ পাৰ নাই। এইবাৰ ৰাজেন বহুতদিন ঘৰলৈ অহা নাছিল। আজি পুৱাতে সি আহি ঘৰ সোমালত মাকে হাঁহিবৰ চেষ্টা কৰিছিল। দুশ্চিন্তা অৱসানৰ হাঁহি। চিন্তাক্লিষ্ট মনেৰে, উদাস দৃষ্টিৰে মনোৰমাই সদায় বাহিৰৰ ৰেলিংডালত ভেজাদি পুতেকৰ আগমনৰ বাবে এই আটাইকেইদিন অপেক্ষা কৰিছিল।

আহিলি? তোক বৰ দুৰ্বল যেন দেখিছো। অসুখ-টসুখ হোৱা নাইতো? সদায় একে প্ৰশ্ন।

ৰাজেনে ক'লে, নাই মই ভালেই আছো। অৰুণাচললৈ গৈছিলো। অলপ কষ্ট হৈছিল। এতিয়া ভাল। দেউতা শুই আছে হবলা!

নাই। অলপ ফুৰিবলৈ গৈছে। ডাক্তৰে পুৱা বেলা অলপ খোজ কাঢ়িবলৈ উপদেশ দিছে। ব্লাড্প্ৰেচাৰ বাঢ়িছে। তাতে তপনো নাই..

দাদা, নাই? কলৈ গ'ল?

পিছত গম পাবি। এতিযা ভিতৰলৈ যা। চাহ-জলপান খাই বিচনাত বাগৰ দেগৈ।

আগ্ৰহ প্ৰৱল হ'লেও ৰাজেনে মাকক তপনৰ বিষয়ে একো নুশুধিলে। বুজিলে, কিবা এটা ঘটিছে।

,এনেতে মাজনী ওলাই আহিল। ৰাজেনে মাজনীৰ লগত ভিতৰ সোমাল। হাতত থকা বেগটো মাজনীক দি ক'লে, এই বেগত কি আছে জানিছই। আগৰ যাগাতে সুমুৱাই থৈ দেগৈ। সাৱধান কিন্তু ....

মাজনীয়ে কথাসাৰৰ তাৎপৰ্য বুজি পালে। ৰাজেনৰ হাতৰ পৰা বেগটোলৈ ক'লে, আচ্ছা হুজুৰ, ইমানকৈ কৈছে যেতিয়া সাৱধানে থব লাগিব। মাজনীয়ে

ভায়েকৰ সকলো কাৰ্যকলাপ জানে। ৰাজেনে বিনাসন্দেহে সকলো কথা বায়েকক কয়। বায়েকৰ অভিমত তাৰবাবে প্ৰয়োজন হয়, সি যোৱাবাৰ তাৰ ভ্ৰমণৰ অভিজ্ঞতা বায়েকক কৈছিল,

উজনি, অসমৰ অৰুণাচল আৰু অসমৰ সীমামূৰীয়া অঞ্চলত দুৰ্গম, অটব্য অৰণ্যৰে ঘেৰি থকা কিছুমান সাধাৰণ জুপুৰীঘৰ। সেইয়াই উগ্ৰবাদীৰ প্ৰশিক্ষণ শিবিৰ। বেছ্‌কেম্প, ৰেষ্টকেম্প আৰু ট্ৰেইনিংকেম্প এই তিনিওটাত অপাৰেশ্যন চলোৱাৰ যাৱতীয় কৌশল সাধিত হয়। এইবোৰ গোপন ঘাটি বিশেষ সতৰ্কতাৰে সুৰক্ষিত। দলীয় কৰ্মীও বিনা অনুমতিপত্ৰ নহ'লে এইবোৰত প্ৰৱেশ নিষেধ। প্ৰহৰে প্ৰহৰে টহলদাৰী ৰখীয়া। হাতত বেয়নেট, ৰিভলভাৰ প্ৰভৃতি আগ্নেয়াস্ত্ৰ। এটা সুৰক্ষিত মাটিৰ তলত নিৰ্মিত পকীঘৰত বোমা-বাৰুদ, অস্ত্ৰ-শস্ত্ৰৰ ভাণ্ডাৰ। প্ৰশিক্ষণকেন্দ্ৰত অভিজ্ঞ অধিনায়কৰ তত্ত্বাৱধানত অত্যাধুনিক গৰিলা পদ্ধতিৰে প্ৰশিক্ষণ দিয়া হয়। স্বাধীন অসমৰ বাবে সশস্ত্ৰ অভিযানৰ প্ৰস্তুতি অত্যন্ত নিয়মানুৱৰ্তিতাৰ ভিতৰেদি আৰম্ভ হয়। এই অভিযানৰ বাবে যি সাংগঠনিক গাঁঠনি—তাত জ্যেষ্ঠ সকলৰ দায়িত্ব বেছি। ইয়াৰে কোনোজন গৃহসচিব, কোনোজন প্ৰচাৰ সচিব, কোনোজন বৈদেশিক সচিব, সভাপতি, উপ-সভাপতি, প্ৰধান সম্পাদক ৰূপে দায়িত্ব পালন কৰে। এওলোকৰ দেশপ্ৰেম, সততা, ত্যাগ আৰু তীক্ষ্ণ দূৰদৰ্শিতাৰ ওপৰত নিৰ্ভৰ কৰে সমগ্ৰ প্ৰক্ৰিয়াটো। কাঢ়া নিয়মৰ মাজেদি এচাম উচৰ্গিত প্ৰাণেৰে প্ৰতিশ্ৰুতিবদ্ধ তৰুণে ইয়াত ভৰ্তি হৈছে। ঐক্য, বিপ্লৱ আৰু মুক্তিৰ জীৱনপন হৈছে এওঁলোকৰ লক্ষ্য। বিশ্বাসঘাতকৰ ইয়াত স্থান নাই। ৰাজেনে বায়েকক কৈছিল যে সি যিহেতু সন্থাটোৰ নতুন কৰ্মী, সি সেইবাবে আভ্যন্তৰিণ বহুতো কথা নাজানে। সি সন্থাটোৰ উচ্চপদস্থ বিষয়ববীয়া সকলকো তেনেকৈ লগপোৱা নাই। কেৱল নামহে শুনিছে। প্ৰশিক্ষণৰ দায়িত্বত থকা এজন সেনানায়কে প্ৰশিক্ষাৰ্থীসকলক ওপৰৱালাৰ নিৰ্দেশ পাঠ কৰি শুনায়। প্ৰথম দিন। লাইনত থিয় দি প্ৰাৰ্থনা কৰোতে সেনানায়কজনে সকলোকে সম্বোধন কৰি কৈছিল.... এই পথ অত্যন্ত বিপদজনক। প্ৰতিটো পদক্ষেপতে প্ৰাণৰ ভয় আছে। তোমালোকে এই পথলৈ ওলাই আহিছা যেতিয়া এই পথ সহজে ত্যাগ কৰিব নোৱাৰা। বিবেকৰ বোজা নলবা। ই কোনো কামত নাহে। বিভ্ৰান্ত কৰে মাত্ৰ। আমি যেনেকৈ এন্দুৰ মাৰো, আমাৰ হিট্‌লিষ্টত থকা দেশ-শত্ৰুবোৰক তেনেকৈ মাৰিব লাগিব। ৰাজেনে কৈছিল যে প্ৰথম দিনৰ অভিজ্ঞতাতে সি গম পাইছিল

যে সকলো প্ৰশিক্ষাৰ্থীৰ কৰ্মপন্থা আৰু জীৱনযাপন, নিয়মৰ ষ্টীলফ্ৰেমেৰে বন্ধা। "বন্দুকৰ কিমান মাহাত্ম্য ইয়াত প্ৰথমে প্ৰত্যক্ষ কৰিলো।"

তইঁতৰ ল'ৰাবোৰ ক'ৰ? সিহঁতে এনে বিপ্লৱীসংস্থাত কিয় সোমাই পৰিছে? মাজনীয়ে প্ৰশ্ন কৰিছিল।

ৰাজেনে উত্তৰত কৈছিল,

বিভিন্ন প্ৰান্তৰপৰা ইয়ালৈ কৰ্মী আহিছে। কাৰো নিজৰ পৰিচয়ৰ প্ৰয়োজন নকৰে। প্ৰয়োজন মাত্ৰ আদৰ্শৰ বাবে উৎসৰ্গকৰণৰ সিদ্ধান্ত। মুক্তিৰ বাবে কঠোৰ সিদ্ধান্ত। কোনো আহিছে—বিশ্ববিদ্যালয়ৰ পৰা, মেধাৱী, তীক্ষ্ণবুদ্ধিসম্পন্ন ডেকাল'ৰা, কোনো আহিছে শোষিত শ্ৰেণীৰ মাজৰ পৰা। কোনো হৈছে বিধৱা মাকৰ একমাত্ৰ সন্তান, একমাত্ৰ আশা-ভৰসাৰ স্থল। সকলো সম্প্ৰদায়ৰ যুৱশক্তি ইয়াৰ ভিত্তি। পিতা-মাতাৰ ভালপোৱা সকলো বিসৰ্জন দি সিহঁতে ঘৰ ত্যাগ কৰি ওলাই আহিছে। দায়িত্ব গ্ৰহণৰ বাবে সিহঁত প্ৰতিশ্ৰুতিবদ্ধ। সিহঁতৰ জীৱন দৰ্শন গঢ়ি উঠিছে কঠোৰতাৰ মাজেদি ; শক্তিমত্ততাৰ মাজেদি সিহঁত জীয়াই থাকিব খোজে। ৰাজেনে কৈছিল যে কেম্পত সি এজন প্ৰশিক্ষাৰ্থীয়ে গীতাপাঠ কৰা লক্ষ্য কৰিছিল। গীতাৰ একাদশ অধ্যায়ৰ বিশ্বৰূপ দৰ্শনযোগৰ যি সাৰমৰ্ম, তাক ৰাজেনে একান্ত মনেৰে শুনিছিল আৰু এই অধ্যায়ৰ ৩২, ৩৩, ৩৪ শ্লোকত থকা ভগৱান শ্ৰীকৃষ্ণৰ মহাকাল ৰূপৰ মাহাত্ম্যই তাৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল।

ৰাজেনৰ বৰ্ণনাৰ মাজেদি মাজনীয়ে গম পাইছিল যে কেম্পত যি প্ৰশিক্ষণ দিয়া হয় সেই প্ৰশিক্ষণত উত্তীৰ্ণ হোৱা বিষম কষ্টকৰ। অটব্য জঙ্ঘলৰ মাটিত চুচৰি, পাহাৰ-নদী বগাই, সাঁতুৰি-নাদুৰি জীৱ-জন্তুৰ লগত মুখামুখি হৈ, দুৰ্গমস্থানত উঠি, জপিয়াই নিজৰ পাৰদৰ্শিতা প্ৰদৰ্শন কৰা সকলোৰে বাবে সহজ নহয়। দিনটোৰ ভিতৰত ১২ ঘণ্টা এনে কঠোৰ প্ৰশিক্ষণ লোৱাটো বাধ্যতামূলক। কেতিয়াবা লঘোণে-ভোকে এইবোৰত হাজিৰ হ'বলৈ দৌৰ মাৰিব লাগে। অন্যথাই শাস্তি। দোষৰ গুৰুত্ব চাই শাস্তিৰ বোজা নিয়ন্ত্ৰিত কৰা হয়। কেম্পৰ চাৰিওফালে অভেদ্য কাটাতাঁৰৰ বেৰা। এখন চলন্ত হস্পিটেল, অভিজ্ঞ ডাক্তৰ, দৰবজাতি, ব্লাডবেংক, নাৰ্চ সকলোৰে সুবন্দবস্ত। ইয়াৰ বাহিৰেও আছে এটা পুথিভঁৰাল, প্ৰাৰ্থনাপৰ্ব, স্নান আৰু আহাৰ পৰ্ব, বিশ্ৰাম পৰ্ব, মজলীয়া বিধৰ আমোদ-প্ৰমোদ। সকলোতে সময় মানিচলা কাঢ়া নিৰ্দেশ। বিড়ি, চিগেৰেট, কোকেন, মদ, ভাং বা যেই কোনো ড্ৰাগছ্ সেৱনকৰা নিষিদ্ধ। ৰাজেনে কৈছিল

যে সি যিহেতু এতিয়াও নৱগৃহীত কৰ্মী, তাৰ বহুতো প্ৰশিক্ষণ বাকী আছে। এইবাৰ গৈ সি বেছ্‌কেম্পলৈ যাত্ৰা কৰিব লাগিব। চাৰিদিন চাৰি ৰাতি খোজকাঢ়ি জঙ্ঘলৰ লুংলুঙীয়া বিপদজনক বাটেৰে সি আৰু তাৰ লগত দহজন সহকৰ্মীয়ে সীমান্ত পাৰহৈ গন্তব্যস্থানলৈ যাব লাগিব। খাবলৈ পানী, ভোক মাৰিবলৈ আহাৰ এইবোৰ চিন্তা কৰাৰ অৱকাশ নাই। ৰাজেনে এসপ্তাহ চুটি পাইছে। বেছ্‌কেম্পলৈ যাত্ৰা কৰাৰ আগতে সি ঘৰলৈ এবাৰ গৈ অহা ইচ্ছা প্ৰকাশ কৰিছিল। তাৰ এই ইচ্ছা পূৰণ কৰিবলৈ ওপৰমহলে সন্মতি জনাইছিল। ৰাজেনে মাজনীক কৈছিল যে তাৰ হয়তো আকৌ অহা নহ'বও পাৰে। পৰৱৰ্তী কাৰ্যসূচী যিহেতু অপাৰেশ্যন, সেইবাবে তাৰ জীৱনৰ নিশ্চয়তা নাই। "তাতে মই তইঁতক বিপদত পেলাব নোৱাৰো। দেউতা-মাক মোৰ কথা নকবি। মই পলাতক বুলিহে ওলাইছো।"

মাজনীয়ে ৰাজেনৰ মুখলৈ বিস্ময়নেত্ৰে বহু সময় ধৰি চাই আছিল। তাইৰ চকুৰ আগতে ডাঙৰ-দীঘল হোৱা এই ২০/২১ বছৰীয়া ল'ৰাটো কি হৈ গ'ল? মাক-দেউতাকৰ ভালপোৱা, বায়েকৰ চেনেহ মৰম, সামাজিক আৰু পাৰিবাৰিক সম্পৰ্ক, ঐতিহ্য সকলো তাৰবাবে আজি অপ্ৰয়োজন হৈছে। দীৰ্ঘদিন ধৰি তাক লালন-পালন কৰা স্নেহপৰায়ণ মাক-বাপেক, ককায়েকবায়েক আজি পৰ হৈ পৰিছে। মানৱজীৱনৰ সৰল আদৰ্শবোৰ সি আজি অস্বীকাৰ কৰি এক জটিল পৰিমণ্ডলত সোমাই পৰিছে। জীৱনদৰ্শন, প্ৰেম-প্ৰীতি সকলো প্ৰত্যাখ্যান কৰি সি বিপ্লৱী সন্থাত ভৰ্তি হৈছে। ৰাজেনে কৈছিল যে সি ঐক্য, বিপ্লৱ আৰু মুক্তিৰ হকে এনেকুৱা বিপ্লৱীদলত ভৰ্তি হৈছে। কিন্তু এইয়া কি ধৰণৰ দেশপ্ৰেম? যি দেশপ্ৰেমৰ মাজত আছে অমংগলৰ ছায়া, নিষ্ঠুৰতাৰ বাসনা, সমাজ জীৱনৰ প্ৰতি অৱজ্ঞা, হিংসাৰ প্ৰবৃত্তিবোৰক জগাই তোলাৰ বিভীষিকা, তেনে দেশপ্ৰেম কেতিয়াও কাম্য নহয়। ঘাই সুতিৰ পৰা বিচ্ছিন্ন হৈ তাৰ বিৰুদ্ধে ভয়ংকৰ অস্ত্ৰ তুলি লোৱা এটা বিস্ফোৰণ মাথোন। কঠোৰতাৰ উত্তাপ আৰু বোমা-বাৰুদৰ দাহনে কেতিয়াও মুক্তি আৰু শান্তি প্ৰতিষ্ঠা কৰিব নোৱাৰে। এনেকাৰ্যক প্ৰগতিৰ বিবৰ্তন বুলিব নোৱাৰি। নিৰপৰাধী লোকক হত্যাকৰাটো কেতিয়াও সমৰ্থনযোগ্য নহয়। সন্ত্ৰাসৰ সৃষ্টি কৰিব পাৰিলেও হিংসাই মানুহৰ অন্তৰ কলুষিত কৰে। ধ্বংসৰ প্ৰবৃত্তি থাকিলেও মানুহে প্ৰেমৰ প্ৰয়োজন বৰখাস্ত কৰিব নোৱাৰে। সেয়েহে অধিক সংখ্যক মানুহে হিংসাক ঘৃণা কৰে, হয়তো ভয়ো কৰে। মাজনীয়ে

ৰাজেনক হিংসাৰ পথ ত্যাগ কৰি গণতান্ত্রিক পদ্ধতিত সংগ্রাম কৰাৰ পৰামর্শ দিছিল। জনগণৰ ভৱিষ্যতৰ জীৱন সুনিশ্চিত আৰু নিৰাপদ কৰিবলৈ অন্য উপায়ো যে আছে সেইকথা মাজনীয়ে ৰাজেনক দৃঢ়তাৰে কৈছিল। কিন্তু মানুহৰ বিচাৰ-বিবেচনাৰ শক্তি ইমান ৰহস্যময় যে তাৰ গোপন তথ্য উদঘাটন কৰা সহজ নহয়। মাজনীয়েও ৰাজেনৰ অদ্ভুত যুক্তিক খণ্ডন কৰিবলৈ সমৰ্থ নহ'ল। ইতিমধ্যে তাৰ মস্তিষ্কত নতুন বীজ সংক্রমিত হৈছে। সি কৈছিল, সি দল ত্যাগ কৰি 'ট্রেইটৰ্' হ'ব নোৱাৰে। নোখোজে। তাৰ সিদ্ধান্তত দৃঢ় আস্থা আছে বাবেই সি বিপ্লৱী জীৱনধাৰা বাছি লৈছে। পথ বিপদসংকুল হ'লেও সি আদর্শ লাভৰ বাবে প্রয়োজনবোধে নিষ্ঠুৰ হিংস্রতাৰ সমর্থন কৰিব। বিপদৰ মাজেদিয়ে সিহঁতে লক্ষ্যস্থানত উপনীত হ'ব লাগিব। ইয়াৰ বিকল্প নাই। প্রকৃত বিপদৰ আগত পৰিলেহে ভয়-ভাৱনা আৰু উদ্বেগ পাহৰি যাব পাৰি। শত্রুৰ ওপৰত ধ্বংসলীলা চলাব পাৰিলেহে শক্তি বাঢ়িব। ৰাজেনৰ উক্তিবোৰত মাজনীয়ে সন্তুষ্ট হ'ব পৰা নাছিল। তাই বুজিছিল যে ৰাজেনৰ দৰে এচাম উগ্রবাদী ডেকাল'ৰাই এক প্রচণ্ড পৰিকল্পনা আৰু উদ্ভট চিন্তাত জড়িত হৈ পৰিছে। তাকে সিহঁতে ৰাজনৈতিক কৌশল বুলি ভাবিছে। হিংসাত্মক ঘৃণা আৰু ব্যাপক শোষণ-পীড়নৰ মাজেদি গঢ়লৈ উঠিছে সিহঁতৰ এই মাৰাত্মক অভিযান। সিহঁতক এনে অভিযানৰ পৰা ওভটাই আনিবলৈ হয়তো আন্তৰিক প্রচেষ্টা এতিয়াও আৰম্ভ হোৱা নাই। এনেকুৱা সজ চেষ্টা কৰি সংকটাপন্ন পৰিস্থিতিৰ অৱসান ঘটাবলৈ যি জনমতৰ প্রয়োজন তাৰ প্রকৃত মূল্যায়ন নোহোৱাটো অত্যন্ত পৰিতাপৰ বিষয়। মিলিটেৰি নমাই এনে অভিযান নির্মূল কৰা জানো সম্ভৱ? মাজনীৰ মনত ৰাজেনৰ কথা ভাবি এটা বিৰাট দুঃস্বপ্নৰদৰে লাগিছিল। এনেকুৱা এটা দুঃস্বপ্ন, যাৰ প্রত্যেকটো দৃশ্যপট আতংকৰে ভীতিগ্রস্থ, লোমহর্ষক ধ্বংস কার্যৰে দুদমনীয়।



তপনৰ পৰিয়াল, মানে, তপন, প্ৰতিভা আৰু জোনমণি ভাড়াঘৰলৈ স্থানান্তৰ হোৱাৰ দিনা ধৰ্মেশ্বৰ হাজৰিকাই ইচ্ছা কৰিয়েই বহুত পলমকৈ ঘৰলৈ উভতি আহিছিল। তেওঁ জানিছিল যে বৰ ল'ৰা তপনৰ সিদ্ধান্ত তাৰ নিজৰ নহয়। সি বাধ্যত পৰিহে এনে এটা সিদ্ধান্ত ল'ব লগা হ'ল। ঘৰৰ পৰা ওলাই যোৱা দৃশ্যটো পৰিহাৰ কৰিবলৈকে তেওঁ বাহিৰত সময়খিনি পাৰ কৰি সন্ধিয়া ঘৰ পাইছিলহি। ঘৰত সকলো বাহিৰৰ বাৰান্দাত বিষণ্ণ মনে বহি তেওঁৰ আগমনৰ বাবে অপেক্ষা কৰিছিল। ধৰ্মেশ্বৰ হাজৰিকাই বুকুত বেদনা অনুভৱ কৰিলেও বাকীবোৰক তেওঁৰ দুৰ্বলতা প্ৰকাশ নকৰিলে। তেওঁ হাঁহি এটা মাৰি সকলোকে বৰং পৰিস্থিতি চম্ভালি ল'বলৈ পৰামৰ্শ দিলে। মনোৰমাই কৈছিল যে তপনে বহুত সময় দেউতাক অহালৈ অপেক্ষা কৰি নিৰাশমনে, কন্দনামুৱা হৈ কিছু সময়ৰ আগতে মাত্ৰ ভাড়াঘৰলৈ গৈছে। ঘৰখন যে খালি হৈ গৈছে—সেইকথা সকলোৱে অনুভৱ কৰিলে। বিশেষকৈ জোনমণিৰ অনুপস্থিতিত সকলো ম্ৰিয়মান হৈছিল।

চাৰিটা ৰুমৰ বাংলো। বৰ সৰু বুলিব নোৱাৰি। প্ৰতিভাই ঘৰটো চকুত লগাকৈ সজাই পেলালে। তাইৰ ব্যস্ততাৰ অন্ত নাই। ড্ৰয়িং ৰুমটো কেনেকৈ সজাব, কোন ঠাইত চোফা চেট্‌টো ৰাখিব, টি. ভি.-টো ক'ত থ'ব, দামী অইল পেইন্টিংখন কোনখন ৱালত লগালে চমৎকাৰ দেখিব, সকলোবোৰ খুটি-নাটি প্ৰতিভাই ভাবিচিন্তি চাই থাক্-ঠিক লগাওঁতে এসপ্তাহ সময় কেতিয়া পাৰ হ'ল গমকে নাপালে। বাপেক আৰু মাকৰ এখন ডাঙৰ চাইজৰ দামী ফ্ৰেমত বন্ধোৱা ছবি প্ৰতিভাৰ বাকচতে পৰি আছিল। সেইখন উলিয়াই জাৰি-জোকাৰি বেডৰুমত আঁৰিলে। ইমান দিনে শহুৰৰ ঘৰত বোৱাৰী হৈ থাকোতে সেইখন লগাবলৈ তাই শংকাবোধ কৰিছিল। তপনেও হা, না একো কোৱা নাছিল। এতিয়া তাই নিজৰ ঘৰ এখন পাইছে। মন পছন্দ মতে সেইখন সজাই পেলালে। প্ৰতিভাৰ কলাসুলভ দৃষ্টিত ভাললগা নিৰ্বাচিত বিভিন্ন ডিক'ৰেটিভ পিচ্‌বোৰ এনে পৰিপাটিকৈ সজাই পেলালে যাতে ঘৰটোত সোমালেই এইবোৰৰ মাজেদি প্ৰদৰ্শিত হোৱা প্ৰাচুৰ্য আৰু ৰুচিৰ ইংগিতে সকলোৰে মন মুহিবলৈ সময় নালাগে। ড্ৰয়িংৰুমৰ যি কালচাৰ, যি আভিজাত্যৰ চিক্‌মিকীয়া আড়ম্বৰ, তাৰ প্ৰতি প্ৰতিভা যে সম্পূৰ্ণ সজাগ—সেইকথা প্ৰতীয়মান হ'ল। প্ৰতিভাৰ বাপেকৰ ঘৰৰ পৰা অনেক বয়-বস্তু আহিল।

জীয়েকে যাতে কষ্ট নাপায়, সুখত থাকিব পাৰে তাৰ বাবে বাপেক বিদ্যুৎ চৌধুৰী সঘনাই আহি নিজে বহুত পৰামৰ্শ দিছিল। অৰ্থৰ অভাৱ যাতে নহয় তাৰবাবেও নজৰ দিছিল। জীয়েকে শহুৰৰ ঘৰত বহুতো কষ্ট পালে। সুখত উঠা ছোৱালীক দুখীয়া মাষ্টৰৰ ল'ৰালৈ এটা চম্ভালিব নোৱাৰা পৰিস্থিতিত বিয়া দি তেওঁৰ অনুতাপ হৈছিল। এতিয়া অলপ আৰাম কৰক বুলি ভাবি তেওঁ সকলো অভাৱ পূৰণ কৰিবলৈ ব্যৱস্থা ললে। জোঁৱায়েকে কিমান বেতন পায় তেওঁৰ জনা আছে। আজিকালি ধন-দৌলত নহ'লে সকলো অৰ্থহীন। বিদ্যুৎ চৌধুৰীৰ ভতিজা সুমন্ত এটা বিজ্ঞানী। লেবৰেটাৰিতে কমপিউটাৰ্‌লৈ বহি থাকে। বিদেশত নাম কৰা ফাৰ্মত চাকৰি পায়ো এৰি থৈ দেশৰ মোহত পৰি গুছি আহিল। বিদ্যুৎ চৌধুৰীয়ে বাৰম্বাৰ মানা কৰা স্বত্বেও সুমন্ত স্বদেশলৈ উভতি আহিল। পিচে এতিয়া তাৰ খাবলৈকে টনাটনি। ঘৈণীয়েকক কামত ভৰাই দিছে। মাজে মাজে আহি সুমন্তই খুৰাকক পইচা খোজেহি। তপনৰো একে অৱস্থা। সি বাপেক-মাকৰ ভৰণ-পোষণতে দৰমহা কেইটা খৰছ কৰি নিজে অভাৱত ভুগিছে। শহুৰেকৰ পৰা সহায় ল'বলৈ তাৰ আত্মসন্মানত লাগে। এইবোৰ ভাবি-গুণী বিদ্যুৎ চৌধুৰীয়ে নিজেই উপযাচি জীয়েক জোঁৱায়েকৰ নতুন ভাড়াঘৰত সকলো সা-সুবিধা কৰি দিয়াত মনোযোগ দিছিল। কামকৰা আৰু ৰন্ধাবঢ়া কৰা দুটা ল'ৰাকো তেওঁ জীয়েকৰ ঘৰলৈ পঠিয়াই দিছিল। তপনে ওভটাই পঠালে। তপনে এইবোৰ ভালপোৱা নাছিল। সি যি গঢ়ত উঠিছে তাত এইবোৰ বাহুল্য আড়ম্বৰে শোভা নাপায়। সি প্ৰতিভাক কৈছিল,

প্ৰতিভা এইবোৰ অমিতাচাৰ ভাল নহয়। এইবোৰ অবিবেচনাপ্ৰসূত অপচয়ী বাসনা। দেউতাৰাই এনেবোৰ সহায় কৰা মোৰ পক্ষে অপমানজনক। তুমি কৈ দিবা। মই ভালপোৱা নাই .....।

দেউতাই কিনো সহায় কৰিছে? নামমাত্ৰ মাথোন সহায় কৰিছে। যিটো নহ'লে নহয় সেইটোহে দিছে। জীয়েক বুলি এইখিনি সহায় কৰিবলৈ দেউতা নিজে আগবাঢ়ি আহিছে যেতিয়া আমি নোলোৱাটো জানো উচিত হ'ব? তুমি মিছাতে খং নকৰিবাছোন। দেউতাই শুনিলে কি ভাবিব? মনত দুখ নাপাবনে? তেওঁ তোমাৰ দেউতাৰৰ দৰে—নহয়জানো?

তপনে ভ্ৰূ কোঁচাই প্ৰতিভালৈ চালে। কেইটামান মুহূৰ্ত নিঃশব্দে চাই ক'লে,

মই জনা দৰকাৰ, তোমাৰ দেউতাৰে মোক কি বুলি ভাবিছে? মই কি তোমাক

সুখত ৰাখিব নোৱাৰিম? ভৰণ-পোষণ দিব নোৱাৰিম? মই ইমানেই অপদাৰ্থ হলোনে?

প্ৰতিভাৰ মনত যেন জুই একুৰাহে জ্বলি উঠিল। ক'লে, মই কি মিছা কথা ক'লো? তুমি পঢ়া-শুনা কৰিছা ঠিকেই, কিন্তু অবুজৰ দৰে কথা কৈ নিজৰ স্বৰূপ কিয় দাঙি ধৰিছা? দেউতাই বুজিছে যে তোমাৰ যি ইন্‌কাম্ তাৰে তুমি ঘৰ ভাড়া আদায় দি মাহটো চলিব নোৱাৰা। বাহিৰা বস্তু লোৱা তোমাৰ দ্বাৰা নহ'ব বাবেই দেউতাই অলপ সহায় কৰিছে। এইবোৰ একো অদৰকাৰী বস্তু নহয়। ঘৰ এখন পাতিবলৈ, মনৰ মতে সজাবলৈ বহুতো সামগ্ৰীৰ দৰকাৰ। এই ধৰা, ৰঙীন টি.ভি. এটা। তাত তুমি লওঁ লওঁ বুলিও ল'ব নোৱাৰিলা। সৰু ব্লেক এণ্ড হোৱাইট টি. ভি. এটাৰেই চলাই দিলা। এতিয়া দেউতাই নতুন মডেলৰ এটা ৰঙীন টি. ভি. পঠাই দিছে। সেইটো তুমিও পছন্দ কৰিছা। শুনা তপন, তুমি পুৰণি মূল্যবোধৰ জগতত সোমাই থাকিলে নচলিব। যুগৰ লগত নিজক বদলাই ল'ব লাগিব। তোমাৰ দেউতা-মাৰা মানে, মোৰ শহুৰ-শাহু যি জগতত বাস কৰে, সেই জগতখন বাস্তৱ নহয়। সমাজ এক গতিবিহীন বস্তু নহয়। নানা হেঁচা পৰি ইয়াৰ বিৱৰ্তন ঘটে। ৰুচিকে বোলা, বা ব্যক্তিগত ধ্যান-ধাৰণাকে কোৱা এইবোৰ দিনৌ সলনি হৈ আহিছে। মই তাকে অনুসৰণ কৰিছো মাত্ৰ। মোৰ দোষ ইয়াতেই। নহয় জানো? কথাখিনি একে উসাহতে প্ৰতিভাই কৈ পেলালে।

তপনে প্ৰতিভাৰ কথাখিনি শুনি ক্ষোভ আৰু লাজত ভাবিবলৈ বাধ্য হ'ল— যে তাৰ যুক্তি অৰ্থহীন। প্ৰতিভাৰ বিচাৰ বিবেচনাত পুৰণি প্ৰথাবোৰ কোনো বিবেচনাৰ বিষয় নহয়। যি বতাহ আহিছে তাক সাবটি লৈ নিজৰ কৰি লোৱাটোৱেই আজিকালিৰ সংস্কাৰ। স্বামী, শহুৰ-শাহু, ননদ-দেৱৰ সকলোকে নাম কাঢ়ি মতা, অৱজ্ঞা কৰা, হৈছে—নতুন ঢং। মানে, পশ্চিমীয়া সংস্কৃতিৰে ব্ৰেইনৱাচ্। তপনৰ মনত পৰিল এটা উত্তপ্ত ঘটনাৰ কথা। মাক মনোৰমাই গাৱঁৰ পৰা তপনহঁতৰ সম্পৰ্কীয় জেঠায়েক আহোতে বোৱাৰীক চাবলৈ আগ্ৰহ প্ৰকাশ কৰাত প্ৰতিভাক মাতি পঠালে। কমৰ পৰা প্ৰতিভা ওলাই আহোতেই আধাঘণ্টা লগালে। খচ্ খচ্ কৰি চেণ্ডেলৰ শব্দৰে প্ৰতিভা ড্ৰয়িংৰুম পালেহি। পৰিধানত 'হাউচকোট'। স্নান কৰি আহিছে। চুলি ফনিৰে আঁচোৰাই নাই। মনোৰমাই প্ৰতিভাক চিনাকি কৰি দিলে যদিও বোৱাৰীয়েকৰ বেশভূষা দেখি লজ্জিত হ'ল। জেঠায়েকে কথাটো মন কৰিছিল যদিও একো মন্তব্য নিদি প্ৰতিভাৰ হাতত তেওঁ

নিজ হাতেৰে বোৱা ফুলাম কপাহী চাদৰ এখন দি আশীৰ্বাদ জনালে। প্ৰতিভাই সৌজন্যতাৰ খাটিৰত এটা সেৱা কৰিব বুলি মনোৰমাই ভাৱোতেই গ'ল। প্ৰতিভাই "যাওঁ বুলি" বেগেৰে সোমাই গ'ল। মনোৰমাক সান্ত্বনা দিবলৈ বৰ্ষিষ্ঠা জেঠায়েকে কৈছিল,

"কি কৰিবা আইটি, আজিকালি ছোৱালী-বোৱাৰীবোৰ এনেকুৱাই। বেজাৰ কৰি লাভ নাই। আমি আমাৰ পছন্দমতে বোৱাৰীৰ আচাৰ ব্যৱহাৰ বদলাব নোৱাৰো। সিহঁতে আমাৰ পুৰণি নিয়ম-কানুন মানিব নোখোজে। আমাৰ প্ৰথাবোৰ কৃত্ৰিম আৰু অচল বুলিহে গণ্য কৰে। (খন্তেক ৰৈ) তুমিটো ভালেই আছা। বোৱাৰীও ঘৰতে ৰাখিছা। বিয়াৰ পাছতে আনৰ বোৱাৰীয়ে ল'ৰাক হাত কৰি বেলেগ হ'বলৈ উত্ৰাৱল হৈ পৰে। মই সেইবাবে আমাৰ ল'ৰা মহেশক বিয়াৰ পাছতে ভালেৰে বেলেগ কৰি দিছো। ৰন্ধা-বঢ়াৰ চৰুও বেলেগ হৈছে। সিহঁতো সুখত থাকক, আমি বুঢ়া-বুঢ়ী হালেও শান্তিৰে থাকো। বুজিছা আইটি, ঘৰ-সংসাৰ চলোৱা বৰ জটিল হৈ পৰিছে।" জেঠায়েক মাষ্টৰণী আছিল। বৰ্তমান অৱসৰ লৈ গাওঁৰ ঘৰতে থাকে। সামাজিক কামত ব্যস্ত হৈছে। মনোৰমাই একো মন্তব্য নিদিলে। তেওঁৰ চেহেৰা বিবৰ্ণ হৈছিল। তেওঁ মাত্ৰ হতাশাৰ ভাৱ প্ৰকাশ কৰিলে।

পাছত মনোৰমাই তপনক ভাতৰ পাতত ঘটনাটোৰ বিৱৰণ দিওঁতে প্ৰতিভা ওলাই আহি তৰ্ক আৰম্ভ কৰি এক উত্তপ্ত পৰিবেশৰ সৃষ্টি কৰিছিল। তপনেও খঙৰ ভমকত ভাতৰ পাতৰ পৰা আধাখোৱাকৈ উঠি অফিচলৈ ওলাই গৈছিল। আজিকালি লিভিং টুগেদাৰ কিমান অনিশ্চিত তাকে সি ভাৱি বিমোৰত পৰিছিল। সি কাৰ পক্ষ ল'ব? মাকৰ নে ঘৈণীয়েকৰ? আজি প্ৰতিভাৰ ৰূঢ় প্ৰতিবাদত সি উপলব্ধি কৰিলে যে সি তাৰ স্ত্ৰীৰ অনুগামী নহ'লে—ঘৰ গুছি অশান্তিৰ বাহ্ হ'ব। তাতোকৈ মনে মনে থাকিলেই জ্ঞানীৰ কাম হ'ব। নতুন ঘৰ এটাত থান-থিত লওঁতে বহুতো কাম থাকে। প্ৰতিভা ব্যস্ত হৈছে—নিজৰ ৰুচিমতে ঘৰটো সজাই-মেলি কামবোৰৰ লেঠা মাৰোতে। ভালৰে কথা। কিন্তু এই ব্যস্ততা যেতিয়া অন্ত পৰিব, তেতিয়া কি হ'ব? দুয়োৰে মানসিক প্ৰস্তুতি এতিয়াৰে পৰা থাকিব লাগিব। উপেক্ষা, অৱহেলা আৰু নিষ্ঠুৰতাৰ বলি জোনমণিৰ কি গতি হ'ব? তপনে জোনমণিৰ অৱস্থাটো বুজি দুশ্চিন্তাত পৰিছিল। প্ৰতিভাই তাইক পাগলী বুলিয়েই অৱহেলা কৰে, নাচায়, নামাতে। এনেদৰে কিমান দিন চলিব? সি প্ৰতিভাক কৈছিল,

প্ৰতিভা মই বুজিছো, তুমি ঘৰখন গঢ়ি তুলিবলৈকে ইমান কষ্ট কৰিছা। মই আপত্তি কৰা ঠিক হোৱা নাই। মাত্ৰ মোৰ আপত্তি তোমাৰ দেউতাৰাৰ অনুগ্ৰহৰ প্ৰাৰ্থী হ'বলৈ যোৱাত। .... এটা কথা মই বিশ্বাস কৰো যে ধন-সম্পত্তি, যশস্যা, গৌৰৱ সকলো নিমিষতে ম্লান পৰিব যদিহে ঘৰখনত শান্তিয়ে বিৰাজ নকৰে। প্ৰেম, বিশ্বাস, অধিকাৰবোধ আৰু অনুভৱ নাথাকিলে স্বামী-স্ত্ৰীৰ ঘৰ-সংসাৰ সুখৰ নহ'ব। তাতে জোনমণিলৈ ভাবাছোন? তাইৰ অৱস্থাটো মন কৰিছানে? কমটোৰ ভিতৰতে আমন-জীমন কৈ কেনেকৈ বহি থাকে? আয়া এজনী আছে সঁচা, কিন্তু আয়াই জানো মাকৰ মৰম দিব পাৰিব? তোমাৰ তাইৰ প্ৰতি পুতৌ নোপোজেনে? মৰম যেনিবা নকৰায়! খুউব আন্তৰিকতাৰে তপনে প্ৰতিভাক কথাখিনি কৈ পেলালে।

খন্তেক মনে মনে থাকি গভীৰ আবেগেৰে তপনে প্ৰতিভাক বুকুৰ মাজলৈ টানি আনিলে। মৰম কৰিলে। এটা 'কমপ্ৰমাইজ' সি বিচাৰিছিল।



তপনৰ নতুন ঘৰলৈ যাবৰ বাবে ধৰ্মেশ্বৰ হাজৰিকাৰ মনটো উচপিচাই আছিল ; ৮ৰত অৱশ্যে কোনেও তপনৰ তালৈ আগতে যোৱাটো ভাল বুলি কোৱা নাছিল। অভিমান সকলোৰে আছে। ৰাজেন আৰু মাজনীৰ বিশেষকৈ, ককায়েকৰ ওপৰত অভিমান আছিল বেছি। বৌয়েক প্ৰতিভা যেনিবা বেয়াই, ঘৰখনৰ লগত মিলিব নোৱাৰিলে, দেউতা বা মাকৰ দোষ যিমানেই নাথাকক, প্ৰতিভাৰো দোষৰ অন্ত নাই সেইকথা ককায়েকে অন্ততঃ বুজিব লাগিছিল। শিক্ষিত হৈয়ো ককায়েকে এনে এটা সিদ্ধান্ত লৈ পেলালে—একমাত্ৰ বৌয়েক প্ৰতিভাৰ প্ৰৰোচনাত। ধৰ্মেশ্বৰ হাজৰিকায়ো বুজিছিল যে তপনৰ বিবেচনা বোধকৰো ভাল নহ'ল। তথাপি তেওঁ মাজনীহঁতক বুজাইছিল যে বোৱাৰী অবিবেচক হ'লেও পুতেক তপনৰ বিবাহিতা স্ত্ৰী। সিহঁত দুয়ো সুখত থকাটোকে তেওঁ মনেপ্ৰাণে কামনা কৰিছিল। পিতা-পুত্ৰৰ যি তেজৰ সম্বন্ধ, তাক যে সহজে চিঙিব নোৱাৰি, সেইকথা ধৰ্মেশ্বৰ হাজৰিকাই ভালকৈ উপলব্ধি কৰিছিল। ডাঙৰ ল'ৰাটোৰ মনত অধিক কষ্ট দিয়া তেওঁ উচিত বুলি নাভাবিলে। ঘৰৰ আপত্তিক নেওঁচি তেওঁ সেয়েহে এদিন তপনৰ ভাড়াঘৰৰ দুৱাৰ মুখত গৈ হাজিৰ হ'ল। দেখিলে, দুৱাৰখন ভিতৰৰ পৰা বন্ধ। কাষৰ প্ৰতিবেশী বুঢ়া লোক এজনে চুবুৰীটোত অচিনাকি লোক এজন দেখি সুধিলে, 'কাক বিচাৰিছে?' ধৰ্মেশ্বৰ হাজৰিকা অলপ অপ্ৰস্তুত হ'ল, ক'লে', 'এইটো তপন হাজৰিকাৰ ঘৰ নহয় জানো।'

"হয়, নতুন কৈ আহিছে। বিদ্যুৎ চৌধুৰীৰ জোঁৱায়েক। ঘৰত নাইনে কি? স্বামী-স্ত্ৰী দুয়ো কেতিয়াবাই ওলাই যোৱা দেখিলো। ঘৰত এজনী আঁকৰী ছোৱালী আছে। আয়া এজনী আছে। দুৱাৰখন ঢকিয়াই দিয়ক। ...আপুনি কোন? আগতে দেখাছোন মনত নপৰে?"

ধৰ্মেশ্বৰ হাজৰিকাই অলপ জোৰেৰে দুৱাৰখনত টোকৰ মাৰিলে। কলিংবেল এটা আছে। দিছিল, লাইন নাই হবলা। এনেতে দুৱাৰখন মেলখালে। এজনী আদহীয়া মাইকী মানুহ ওলাই আহিল। জনজাতীয় মহিলা।

'চাহাব কামত গৈছে, মেমচাহেবো নাই। বাবাৰ তালৈ গৈছে।

চাহাব আহিলে কোন আহিছিল বুলি ক'ম? মানুহজনীয়ে বেৰত আঁৰি থোৱা স্লিপ পেপাৰ আৰু পেঞ্চিলডাল আগবঢ়াই দিলে।

ধৰ্মেশ্বৰ হাজৰিকাক চিনি নাপাবৰে কথা! চাহাবৰ যে তেওঁ দেউতাক, সেই চিনাকি এই নতুন মানুহজনীয়ে কেনেকৈ জানিব?

এনেতে দেখিলে—অলপ আঁতৰত বহি জোনমণিয়ে কিবা খেলি আছে। ওচৰ চাপি গৈ হাজৰিকাই লক্ষ্য কৰিলে যে পকাত বহি জোনমণিয়ে তিনিটা পুতলাৰ লগত অকলে খেলি আছে। তাই মাজে মাজে এটা পুতলাক মৰম কৰে, সাবটি চুমা খায়, বুকুত ভৰাই গুণগুণায় কিবা যায়। আন এটাক মৰিয়াই, দবিয়াই, দূৰলৈ পেলাই দিয়ে, আকৌ কাষলৈ আনি থেকেচামাৰি শুৱাই থয়। ধৰ্মেশ্বৰ হাজৰিকাই জোনমণিৰ ফালে কিছু সময় থৰহৈ চাই এটা গল- খেকাৰি মাৰোতেই জোনমণিয়ে ককাক দেখি ঠিয় হৈ একে দৌৰে ওচৰ পালেহি। ধৰ্মেশ্বৰ হাজৰিকাই জোনমণিক সাবটি কোলাত তুলি মৰম কৰিলে। জোনমণিয়ে ককাক পাই যেন সকলো পাহৰি কোলাত মূৰ গুজি সোমাই পৰিল! এইয়া ককাদেউতা আৰু নাতিনীৰ এক অপূৰ্ব মিলন! দুয়ো যেন এই মহামিলনত যথাযথভাৱে তৃপ্ত, আনন্দিত। দূৰৈৰ পৰা আয়াজনীয়ে বিস্ময়-নেত্ৰেৰে এই দৃশ্য চাই বুজিবলৈ বাকী নাছিল যে জোনমণিয়ে তাইৰ অতিকৈ আপোন এজনক পাইহে এনেদৰে আনন্দত বিভোল হৈছে। ইমান দিন তাই জোনমণিৰ এনে বাস্তৱঘনিষ্ঠ তৃপ্তি দেখা নাছিল। আয়াৰ মনতো এক অজানা মাতৃস্নেহৰ শিহৰণ লাগিছিল। তায়ো নিজৰ জীয়েকক টংলাত পেলাই থৈ আহি, অভাৱত পৰি এই চাকৰি কৰিছেহি। জীয়েক পলিঅ' ৰোগত ভোগা এজনী ধুনীয়া অথচ পংগু ছোৱালী। এটোপা চকুৰ পানী বাগৰি আহিছিল তাইৰ পুৰঠ গালৰ ওপৰেদি। সাৰল্য আৰু নিষ্পাপ দৃষ্টিৰে তাই দৃশ্যটো উপভোগ কৰি বিনা সন্দিহানে ভিতৰলৈ সোমাই গৈছিল। ... কিছুসময়ৰ নিস্তব্ধতাৰ পাছত জোনমণিয়ে সুধিলে,

কাকা, তুমি কেতিয়া আহিলা?

হাজৰিকাই জোনমণিক আলফুলকৈ কোলাৰ পৰা নমাই চকী এখনত বহুৱালে নিজেও কাষতে বহি ক'লে,

এতিয়া আহিছো। তোমাৰ গাটো ভালনে জোনমণি। মাৰহঁ'ত কলৈ গ'ল? ঘৰত নাই যেন পাইছো। আয়াজনীয়ে নাই বুলি কৈছে দেখোন?

জোনমণিয়ে অন্যমনস্ক হৈ উত্তৰটো দিলে, 'ক'ব নোৱাৰো'। কথাৰ প্ৰসংগ সলনি কৰি হাজৰিকাই সুধিলে,

বাৰু জোনমণি, মোক কোৱাছোন, সৌ-পুতলাটোক কিয় মাৰিছা, সি দুখ পাইছে নহয়?

সি বৰ দুষ্ট জানা কাকা। কিন্তু বাকীদুটা খুউব ভাল, মোৰ লগত খেলি থাকে, অকণো আমনি নকৰে

আৰু সৌটো, তুমি যে দলিয়াই দিছা, মাৰিছা, সি তোমাক আমনি কৰে, কথা নুশুনে, নেখেলে? নহয়নে বাৰু?

হয় কাকা, হয়। সি বৰ দুষ্ট, সদায় কাজিয়া কৰে...

পুতলাটোৱে কান্দিছে নহয়, নামাৰিবা আক'!

কান্দিলে কান্দক ! মাৰিমেই মাৰিম।

অলপ বৈ বেজাৰ মনেৰে জোনমনিয়ে ক'লে,

জানা কাকা, মায়ে আজি মোক খুউব মাৰিছে, মা ইমান বেয়া, মই দেখিব নোৱাৰো....

'তেনেকৈ ক'ব নাপায় জোনমণি' কথাসাৰ কৈ হাজৰিকাই জেপৰ পৰা চকলেট্ পেকেটটো উলিয়াই জোনমণিৰ হাতত দিয়ে।

এইটো তোমালৈ আনিছো।

চকলেট্?

কোনটো হাতত আছে, আগতে কোৱা, তেহে দিম। চকু মুদি ক'ব লাগিব কিন্তু...

এঁইখন হাতত?

তেনেকৈ ক'লে নহ'ব। মই যে শিকাইছিলো....অলৌগুটি তলৌগুটি? জোনমণিয়ে যেন ৰসপালে। তাই চকু মুদি গালে'

অলৌগুটি তলৌগুটি
কচুগুটিৰ ঘায়
যি হাতত গুটি আছে
সেই হাতত পায়।

জোনমণিয়ে গীতটো গাই ককাকৰ হাত এখনত ধৰে আৰু হাঁহি-হাঁহি কয়, 'এইখন হাতত, এতিয়া দিয়া। মই জিকিলো...। কাকা হাৰিল, কাকা হাৰিল।' ধৰ্মেশ্বৰ হাজৰিকাই যেন মনমাৰি, আমন-জীমনকৈ বহি থকা নাতিনীজনীৰ মনত নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে। তেওঁ এজন শিক্ষক। ল'ৰা-ছোৱালীক শিক্ষা দিয়াই তেওঁৰ কাম। তেওঁ উপলব্ধি কৰে যে প্ৰয়োজনৰ বাবেই ল'ৰা-ছোৱালীয়ে বিচাৰে শাৰীৰিক আৰু মানসিক নিৰাপত্তা। বিচাৰে মৰম চেনেহ, স্বীকৃতি আৰু প্ৰতিষ্ঠা। তেওঁ লক্ষ্য কৰিছে যে জোনমণিক চাবলৈ তপন আৰু প্ৰতিভাই এজনী আদহীয়া জনজাতীয় মহিলা নিয়োগ কৰিছে। এতিয়া জোনমণিয়ে কাৰ আৰ্হি ল'ব? কাক

অনুকৰণ কৰিব? নিশ্চয় আয়াজনীৰ পৰা আহৰণ কৰা আচৰণ, স্বভাৱ, কথা-বতৰাৰ আৰ্হিকে তাই আয়ত্ত কৰিব, মাক-বাপেক ক্ৰমাৎ পৰহি যাব। ধৰ্মেশ্বৰ হাজৰিকাৰ মনত মনস্তাত্ত্বিক বিজ্ঞানী ফ্ৰয়েডৰ শিকনি এফাকিৰ স্মৰণ হ'ল। ফ্ৰয়েডে ল'ৰা-ছোৱালীয়ে ঘাইকৈ মাকৰ আৰ্হিতে অধিক আকৃষ্ট হয় বুলি কৈছিল। মাকৰ মৰম চেনেহে শিশুৰ চৰিত্ৰগঠনত বিস্তৰ সহায় কৰে। বাপেকত কৈ মাক হৈছে শিশুৰ শক্তিশালী মডেল বা অনুকৰণৰ ভিত্তি।

জোনমণিযে মাক-বাপেকৰ অৱহেলাৰ বলি হৈছে সেইকথা তেওঁ বুজিবলৈ বাকী নাই। আজি তেওঁ নিজ চকুৰে দেখিলে, জোনমণি কিমান অসহায় অৱস্থাত থাকিবলগা হৈছে, তাইৰ দায়িত্ব ল'ব লগা হৈছে এজনী বেতনভোগী কাম কৰা পৰিচালিকাই। ফলত জোনমণিৰ মনত সঞ্চয় হৈছে মাক-বাপেকৰ প্ৰতি তীব্ৰ বিদ্বেষ, প্ৰকট হৈ উঠিছে চৰম ঘৃণা আৰু আতংক। তাই ডাঙৰ হ'লে এইবোৰ বিদ্বেষে কি ভয়ংকৰ ৰূপ ল'ব, সেইকথা তপন প্ৰতিভাই হয়তো ভাবিব পৰা নাই। সন্তানৰ প্ৰতি নিষ্ক্ৰিয়তা এক অপৰাধ বুলি সিহঁতে হয়তো বুজাই নাই।

ধৰ্মেশ্বৰ হাজৰিকাই আকৌ জোনমণিক কোলাত তুলি ললে। হাতত চকলেটৰ পেকেটটো গুজি দিলে। গাটো গৰম যেন অনুভৱ কৰি জোনমণিৰ কপালত হাত দি চালে। হয়, তাইৰ গাটো গৰম, গৰম লাগিছে।

জোনমণি, তোমাৰ গাটো বেয়ানে কি? জ্বৰ জ্বৰ লাগিছে দেখোন! মাৰ কেতিয়া আহিব?

কাকা, আজিকালি মোৰ সদায় জ্বৰ উঠে। মায়ে খুউব মাৰে। ওলাবলৈকে নিদিয়ে। দেউতাই মাৰিবলৈ মানা কৰিলে মায়ে গালি পাৰে। মই আয়াৰ লগতে থাকিব লাগে। মোক কলৈকো নিনিয়ে... (কান্দে)

স্কুললৈ নোযোৱানে কি?

জোনমণিয়ে চকু মোহাৰি কন্দা দেখি ধৰ্মেশ্বৰ হাজৰিকাই যেন নিজেও কান্দিব, সেই ভাব প্ৰত্যক্ষ হ'ল। সান্ত্বনা দিবলৈ তেওঁ ক'লে,

কিয় কান্দিছা জোনমণি, কান্দিব নাপায় নহয়। কান্দিলে মানুহে বেয়া ছোৱালী বুলি ক'ব। কান্দিব নাপায় বুলিছো নহয়, নাকান্দিবা আৰু। মা-ৰা এতিয়াই আহিব, তোমালৈ ধুনীয়া পুতলা আনিব, ছবি থকা কিতাপ আনিব। তাৰ পাছত দেউতাৰ লগত মটৰত উঠি ফুৰিবলৈ যাবা,ময়ো তোমাৰ লগত যাম। কিমান মজাৰ হ'ব?

এনেতে প্ৰতিভা বাহিৰৰ পৰা সোমাই আহি শহুৰেকক দেখি অপ্ৰস্তুত হয়। ওৰণিখন লোৱাৰ ভাওঁ ধৰে।

অ' দেউতা দেখোন, কেতিয়াবাই আহিলনেকি?

অলপ সময় হ'ল। এইফালে এটা কাম আছিল। ভাবিলো, তোমালোকৰ খবৰ-বাতৰি লৈ যাওঁ। আহো আহো বুলি আহিবই পৰা নাই। ঘৰৰ প্লান-থিত লাগিল নে?

প্ৰতিভাই বিনম্ৰভাৱে শহুৰেক বহিবলৈ দিলে আৰু ক'লে,

গোটেই ফাৰ্ণিচাৰখিনি এতিয়াও অহা নাই। দুই এদিনতে দিয়াৰ কথা, ফ্ৰিজ এটা দেউতাই পঠাই দিব। ৰন্ধা-বঢ়াত অলপ অসুবিধা হৈছে।

লাহে লাহে সকলো ঠিক হৈ যাব। ফাৰ্ণিচাৰ দেখোন আছিলেই। সেইখিনি তাত পৰিহে থাকিব, তপনক কবাছোন পুৰণা ঘৰৰ পৰা সেইবোৰ লৈ আহিবলৈ। মিছাতে নতুন ফাৰ্ণিচাৰ লৈ পইচা খৰছ কৰা কি প্ৰয়োজন?

তেওঁ কৈছে বোলে সেইবোৰ নানে। তাতে ৰাখিব। ময়ো আপত্তি কৰা নাই। নতুন ডিজাইনৰ ফাৰ্ণিচাৰ হ'লে ভাল হ'ব। দেউতা, আমাৰে কমটো মাজে সময়ে খুলি চাফা-চিকুণ কৰিবলৈ কাৰোবাক ক'বছোন। লৰালৰিকৈ ভাড়াঘৰলৈ আহিব লগা হোৱাত, যেনেকৈ আছিল তেনেকৈ এৰি আহিলো....

হ'ব, হ'ব বোৱাৰী, তুমি চিন্তা কৰিব নালাগে। চাবিটো তপনে মাকৰ হাতত দি আহিব পায়। মই বাৰু খোলাই চাম। তুমি মাজতে এদিন গৈ চাই আহিবাগৈ।

মই ঘৰলৈ যাওঁ যাওঁ বুলি যাবই পৰা নাই। লেঠাবোৰ মাৰিবকে পৰা নাই। বাই এজনী ৰাখিছো। তায়ে পুৱাবেলা ৰান্ধি-বাঢ়ি যায়হি। ৰাতি প্ৰায় বাহিৰতে খোৱা হয়। অলপ বৈ প্ৰতিভাই সুধিলে,

মাইতৰ ভালনে? মায়ে চাগে বেয়াই পাইছে!

হাজৰিকাই প্ৰতিভাক এই বিষয়ত অধিক আগবাঢ়িবলৈ নিদি শুধিলে,

'তপন কামৰ পৰা আহোতে পলম হ'ব কিজানি। মই বেছি সময় নবহো। সোনকালে গ'লে বজাৰত সোমাই যাব পাৰিম। টিউশ্যনো আছে', হাজৰিকাক প্ৰতিভাই ঘৰটো চাবলৈ কোৱাত তেওঁ প্ৰত্যেকটো কোঠালিত পাক এটা মাৰিলে। প্ৰতিভাই কোনটো বেড্ৰুম, কোনটো ডাইনিংৰুম, কোনটো ষ্টাডিৰুম, কোনটো গেষ্টৰুম, পৰম আগ্ৰহেৰে দেখুৱালে। ষ্টাডিৰুমত কিতাপৰ দ'মটো দেখুৱাই ক'লে,

এই কিতাপবোৰ লৈয়ে সমস্যা হৈছে। তিনি চাৰিটামান আলমাৰি লাগিব। য'তে ত'তে থবলৈকো নিদিয়ে। মই তপনক কৈছো, যিখিনি নালাগে, সেইখিনি গুছাই লগাখিনি ৰাখা। তেওঁ এখনো নুগুছায়, পেলাবলৈ নিদিয়ে। ইমানবোৰ কিতাপ কি কৰে জানো?

কিতাপ পঢ়া অভ্যাস তাৰ সৰুৰে পৰা আছে। কিতাপ পালেই কিনে। কিতাপৰ মোহ বেছি। সময় পালেই সি পঢ়া-শুনা কৰি ভাল পায়। হাজৰিকাই কলে।

ধৰ্মেশ্বৰ হাজৰিকাই বুজিবলৈ বাকী নাথাকিল যে তপনৰ দৰে তাৰ বৈণীয়েক প্ৰতিভাৰ কিতাপ-পঢ়া অভ্যাস নাই। ল'ৰাকালৰে পৰা তপন কিতাপ পঢ়াৰ ক্ষেত্ৰত বিদ্যোৎসাহী, নানাধৰণৰ কিতাপ পঢ়িবলৈ একান্ত অনুৰাগী। গ্ৰন্থ অধ্যয়ন যে মানসিকভাৱে স্বাস্থ্যপদ সেই-কথা বোৱাৰীয়ে বুজি নাপায়। চহৰৰ লাহবিলাহত উঠা ছোৱালী, বাস্তৱ সা-সুবিধাৰ ওপৰত গুৰুত্ব বেছি। তাইৰ মনন আৰু সংস্কৃতিয়ে গঢ় লৈছে আৰামক কেন্দ্ৰ কৰি। সেয়েহে আজি প্ৰতিভাই এক আভিজাত্যৰ মাজতে জীৱনৰ সাৰ্থকতা বিচাৰি ফুৰিছে। ইমান ডাঙৰ, আহল-বহল ঘৰটোত তপনৰ কষ্ট, চেষ্টা আৰু নিষ্ঠাৰ মাজেদি সংগৃহীত হোৱা মূল্যবান কিতাপবোৰ অলাগতিয়াল হৈ পৰিছে, আলাই-আথানি হৈ এচুকত দ'ম বান্ধিছে। হাজৰিকাই কিতাপৰ দ'মটোৰ পৰা দুই এখন তুলি চালে। এইবোৰ পুৰণি আৰু মলিন হ'লেও দুষ্প্ৰাপ্য, দুৰ্লভ কিতাপ। এদিন এইবোৰ কিতাপ তেওঁ পঢ়িছিল গুৰুত্ব আৰু সমাদৰৰ সৈতে। কিমান কিতাপ গোট খাইছিল তেওঁৰ সেই সৰু ঘৰটোত! য'তে ততে কিতাপ! স্ত্ৰী মনোৰমাই সেইবোৰ সযত্নৰে সজাই থৈছিল। কিছুমান কিতাপ তাহানি দিনৰে, সংগীৰূপে লগত আহি আছে। তেওঁ যেতিয়া মনোৰমাক বিয়া কৰাইছিল, তেতিয়া অনেকে তেওঁক কিতাপকে উপহাৰ দিছিল। সকলোৰে জানিবলৈ বাকী নাছিল যে ধৰ্মেশ্বৰ হাজৰিকা পঢ়া-শুনা কৰা ব্যক্তি, অসামান্য প্ৰাণৰ টান নাথাকিলে এনে অনুশীলন সম্ভৱ নহয়। অসমীয়া, বঙলা, ইংৰাজী কিতাপ একো বাদ নপৰে। কষ্টৰ সংসাৰ চলায়ো তেওঁ কিতাপ কিনিছিল; গ্ৰন্থমেলালৈ সৰু ল'ৰা তপনক আৰু ছোৱালী মাজনীক লৈ গৈছিল, কিতাপ কিনি মোণাভৰাই ৰংমনেৰে ঘৰলৈ উভতিছিল। ধৰ্মেশ্বৰ হাজৰিকাই বছা বছা কিতাপ আৰু আলোচনীবোৰ বন্ধাই থৈছিল। তেওঁৰ কৰ্মভূমি, শিক্ষাবিস্তাৰ আৰু নানাবিধ সৎকৰ্মত কিতাপে অনুপ্ৰেৰণা যোগাইছিল। তপনক দিয়া অনেক কিতাপত তেওঁৰ স্মৰণীয় চিহ্ন সোমাই আছে। কিতাপবোৰৰ গাত হাত দি তেওঁ অনুভৱ কৰিলে এক অদ্ভুত পৰিচিতি। তেওঁৰ নামটো 'স্ট্যাম্প' চিহ্নৰে এতিয়াও কিতাপৰ ওপৰত জিলিকি থকা চকুত পৰিল। স্ট্যাম্প মাৰি নিজৰ সম্পত্তিৰ দাবী সাব্যস্ত কৰা স্পৃহা আছিল এইবাবেই যাতে তেওঁৰ কিতাপ হেৰাব নোৱাৰে। কোনোবাই পঢ়িবলৈ নিলেও যাতে ওভটাই দিবলৈ নাপাহৰে। আজি বোৱাৰীৰ হাতত এনেহেন দুৰ্লভ

কিতাপ, আলোচনীৰ দুৰ্দশা দেখি তেওঁ গভীৰ দুখ অনুভৱ কৰিলে। বোৱাৰীয়েকে ভিতৰৰ পৰা আহি চাহ খাবলৈ মাতিলত তেওঁৰ চৈতন্য আহিল। স্নেহৰ দৃষ্টিৰে কিতাপবোৰলৈ চাই বোৱাৰীয়েকৰ পাছে পাছে ভিতৰলৈ খোজ দিলে।

প্ৰতিভাই শহুৰেকক ডাইনিংমত আথে-বেথে বহুৱাই চাহ-জলপান পৰিবেশন কৰিলে। আটোমটোকাৰীকৈ, সুৰুচিপূৰ্ণভাৱে শহুৰেকে ভালপোৱা ফুলালুচি, বৰ বেঙেনাৰ বৰ, জলফাইৰ আচাৰ সজাই থোৱা থালখনত আগবঢ়াই দি ক'লে, দেউতা, খাওঁক। আপোনাক গাখীৰ এগিলাচকে দিওঁনে কি? চাহখালে চাহো দিব পাৰো। প্ৰতিভাই জানে যে শহুৰেকে এবাৰত কৈ দুবাৰ চাহ নাখায়।

হ'ব বোৱাৰী, গাখীৰ আছে যদি তাকে দিয়া। গেছট্ৰিক্ অসুখৰ বাবে মই চাহ খোৱা কমাই দিছো। ভজা-পোৰাও বেছি নাখাওঁ। তুমি মোৰ গতি, জুতি জানাই দেখোন। গৰম গৰম ফুলালুচিৰ লগত বেঙেনা ভাজি মোৰ প্ৰিয় ব্যঞ্জন।

হাজৰিকাই তপলি খাই বোৱাৰীয়েকক শলাগি ক'লে, তোমাৰ ৰন্ধা-বঢ়া তৃপ্তিকৰ। তপনেও মুখত জুতিলগা আহাৰ খাই ভাল পায়...। ভাল কৈ ৰান্ধিব পৰাটো এটা সংস্কৃতি। যাহওঁক, সি এই বিষয়ত ভাগ্যবান। তোমাৰ দৰে সুদক্ষা-ৰান্ধনী এজনী স্ত্ৰীৰূপে পাইছে।

তেওঁ আকৌ মায়ে ৰন্ধাৰ কথাহে কৈ থাকে। মায়ে ৰন্ধা বিধেবিধে খাৰ, বনশাকৰ আঞ্জা, পাতত দিয়া আফুগুটি, বগৰীগুৰিৰ পিটিকা, কাৱৈ মাছৰ চৰ্চৰী ইমান সোৱাদ লগা যে আনে এনেকৈ বোলে ৰান্ধিবই নাজানে। প্ৰতিভাই উত্তৰত ক'লে।

ধৰ্মেশ্বৰ হাজৰিকাই প্ৰতিভাৰ মুখৰফালে চাই এটা হাঁহি মাৰি ক'লে, "আচলতে মাকে ৰন্ধা সাধাৰণ শাক-পাতকো ল'ৰাহঁতে পৰম-তৃপ্তিৰে খায়। তাতে তপনৰ জুতি অলপ বেলেগ। সি কি ভাল পায়, মাকে জানে।" কথাখিনি যেন প্ৰতিভাৰ মনঃপূত নহ'ল। হাজৰিকাই বুজিলে যে তেওঁ কৈ পেলোৱা মনোৰমাৰ বিষয়ে প্ৰশংসা প্ৰতিভাই সহজভাৱে ল'ব নোৱাৰিলে। কথাৰ সুৰ বদলাবলৈ তেওঁ ক'লে,

চোৱা বোৱাৰী, মানুহৰ ৰুচি বেলেগ বেলেগ। তপনে ঔটেঙা দিয়া টেঙা আঞ্জা খাই বৰ ভাল পায়। কিন্তু মাজনীয়ে টেঙাৰ নামকে নুশুনে। তাইক লাগে জালুকীয়া আঞ্জা। মই কিন্তু জ্বলা-টেঙা একোৰে বাচবিচাৰ নকৰো। এইয়া চোৱাছোন, তুমি মোক যি খুৱালা, ফুলালুচি, বেঙেনা ভাজি, জলফাইৰ আচাৰ, সকলোবোৰ পেটত ভৰালো, খাই পৰম সোৱাদ পালো। মোৰ ৰুচিও বেলেগ, তপনহঁতৰ ৰুচিও বেলেগ। লাহে লাহে তোমাৰ হাতৰ জুতিয়ে তাৰ জিভাৰ

সোৱাদ অভ্যস্তত পৰিণত কৰিব। তেতিয়া দেখিবা, তুমি ৰন্ধা আহাৰ নহ'লে তাৰ আনৰ ৰন্ধা ভাল নলগা হ'ব। সেয়েহে কৈছো। ৰুচি সলনি হৈ থাকে সকলো ক্ষেত্ৰতে; খোৱা-বোৱা, পিন্ধন-উৰণ, ফুৰণ-গমণ, চাক-চিক্ সকলোতে। সময়ে এইবোৰত প্ৰভাৱ পেলায়।

প্ৰতিভাৰ ৰঙাচঙা মুখলৈ চাই ধৰ্মেশ্বৰ হাজৰিকা খোৱা টেবুলৰ পৰা উঠিল। কথাৰ প্ৰসংগ ঘূৰাই ক'লে, বোৱাৰী, জোনমণিৰ শৰীৰটো সিমান ভাল নেদেখিলো। তাই দেখিছো বৰকৈ খিনাইছে, মাত কথাবোৰো দুৰ্বল যেন লাগিল।

তাৰ পৰা আহিবৰ দিন ধৰি এটা নহয় এটা অসুখ লাগিয়েই আছে। নাখায়-নবয়, কথা সুধিলে নকয়, অলপতে কান্দে। জ্বৰ উঠিলেই কঁপি কঁপি পৰি যায়। কি হৈছে জানো? আয়া এজনী ধৰি দিছো। তাই চম্ভালিবকে পৰা নাই। প্ৰতিভাই কওঁ-নকওঁকৈ কথাখিনি ক'লে। হাজৰিকাই শুনি উদ্বিগ্ন বোধ কৰিলে, সুধিলে—

ডাক্তৰ দেখুৱাইছানে নাই?

ওচৰৰে ড° বৰা বুলি ডাক্তৰ এজনক দেখুৱাইছিলো। দৰব দিছে। পিছে, সিমান কাম কৰা নাই।

চাইল্ড্ স্পেচিয়েলিষ্ট্ এজনক দেখুৱালেহে ভাল আছিল। তপনৰ লগত আলোচনা কৰিবাছোন। ... জোনমণিৰ বাবে ভাল চিকিৎসাৰ আৱশ্যক। হেলা কৰা ঠিক নহয়। আয়াৰ ওপৰতে নিৰ্ভৰ কৰি নাথাকিবা। আচল ৰোগ কি, তাক নিৰ্ণয় কৰিবলৈ বিশেষজ্ঞৰ পৰামৰ্শ ল'ব লাগে।

হাজৰিকাই দূৰত আমন জিমন কৈ বহি থকা জোনমণিলৈ চাই ক'লে,

"ইমান মৰমলগা ছোৱালীজনী, কেনেকৈ মন মাৰি বহি আছে," হাজৰিকাই কথাসাৰ কৈ জোনমণিৰ ওচৰলৈ গ'ল। তাইক দাঙি লৈ মৰম কৰি চুমা খালে। গাত হাত ফুৰাই ক'লে,

জোনমণি, তুমি এনেকৈ মন মাৰি নাথাকিবা আক', কাকাই বেয়া পাব নহয়?

ধৰ্মেশ্বৰ হাজৰিকাই জোনমণিক মৰমেৰে ডিভানখনত বহুৱাই যাবলৈ ওলাল। তেওঁ যে জোনমণিৰ অৱস্থাটো দেখি অতিশয় দুখী, তাক বুজিবলৈ বাকী নাথাকিল। জোনমণিয়ে দুখোজ আগবাঢ়ি আহি হাজৰিকা যোৱাৰফালে করুণ দৃষ্টিৰে চাই থাকিল। চকু ঢুলঢুলীয়া! কন্দনামুৱাহৈ ক'লে, টা-টা, আকৌ আহিবা কাকা...। প্ৰতিভাই বিৰক্তিৰে জোনমণিক টানি ভিতৰলৈ লৈ গ'ল। কাণত পৰিল প্ৰতিভাৰ বক্‌বকনি, জোনমণিৰ কন্দাকটা।

## ১৯

প্ৰতিভাই কিছুদিনৰ পৰা লক্ষ্য কৰিছিল যে তপন অফিচৰ পৰা ঘৰলৈ আহোতে বহুত পলম কৰে। কাৰণ জানিবলৈ প্ৰশ্ন কৰিলেও তপনৰ পৰা প্ৰতিভাই বিশ্বাসযোগ্য উত্তৰ নাপায়। কামৰ হেঁচা থাকিব পাৰে, মেল-মিটিং হ'ব পাৰে কিন্তু সেইবুলি সদায় এনে কৈফিয়ৎ মানি ল'ব নোৱাৰি। ঘৰ বুলি এখন বাসস্থান আছে, স্ত্ৰী আছে, এজনী কণীয়া জীয়েক আছে। ঘৰুৱা কামবন আছে। অফিচেই যদি সৰ্বস্ব হয়, তেনেহলে ঘৰ-সংসাৰ চলিব কেনেকৈ? মাহেকৰ শেষত দৰমহাখিনি স্ত্ৰীৰ হাতত দিলেই দায়িত্ব পালন হ'ব নোৱাৰে। আজি বাপেক বিদ্যুৎ চৌধুৰী ওচৰত নথকা হ'লে প্ৰতিভাই কি কৰিলেহেঁতেন, তাইৰ অৱসৰ সময়বোৰৰ নাযায়-নুপুৰায় অৱস্থা এটাত খন্তেকৰ বাবেও ক্লান্তি-বিনোদনৰ বাবে বাপেকৰ ঘৰলৈ যোৱাৰ বাহিৰে অন্য কাম তাইৰ কি আছে? কিন্তু সদায় বাপেকৰ তালৈ যোৱাটো শোভা নাপায়। তাই এতিয়া তপন হাজৰিকাৰ পত্নী। ঘৰ এখন আছে। জীৱনৰ আশা-আকাঙ্ক্ষা আছে, ভোগ-বিলাস আছে। বিয়া হোৱাৰ আঁগতে আৰু তাৰ পাছতো কিছুদিনলৈ প্ৰতিভাই কল্পনা কৰিব নাছিল যে তাইৰ বিবাহিত জীৱন আজিৰ দৰে হতাশাৰ হ'ব। তাই কল্পনা কৰিছিল এটা সুখৰ জীৱন, যি জীৱনত থাকিব চাঞ্চল্য আৰু সাৰ্থকতা। তপনৰ ব্যৱহাৰ দিনক দিনে তাইৰ বাবে অসহনীয় হৈ উঠা দেখি তাই ভাবিবলৈ বাধ্য হৈছিল যে তপনৰ লগত তাইৰ সম্পৰ্ক ক্ৰমাৎ দূৰলৈ যাবলৈ আৰম্ভ কৰিছে। কোন মুহূৰ্তত এই সম্পৰ্ক ছিন্ন ভিন্ন হৈ যায় তাৰ লক্ষণ তাই ইতিমধ্যে দেখিবলৈ পাইছে। সাধাৰণ বিষয় এটাক কেন্দ্ৰ কৰি তপনৰ লগত তাইৰ মতবিৰোধ ইমান নিম্ন পৰ্যায়লৈ অৱণত হৈছে যে যাৰ তুলনা ভদ্ৰ সমাজত পাবলৈ নাই। জোনমণি হৈছে এনে এটা ফেক্ট'ৰ যিটোৱে তপন আৰু তাইৰ মাজত এক প্ৰতিবন্ধকতা আনি অশান্তিৰ মাত্ৰা অসহনীয় কৰি তুলিছে। মাক বুলি দুঃশ্চিন্তা থাকিলেও প্ৰতিভাই বুজিবলৈ বাকী নাই যে জোনমণিৰ জন্মক লৈ তপনৰ মনত এক অনিশ্চিত সন্দেহ বৈ গৈছে। প্ৰকৃততে তাই তপনৰ সন্তান হয়নে নহয় এই প্ৰশ্নটো সাথৰ ৰূপে তপন আৰু প্ৰতিভাৰ বিবাহিত জীৱনত বৈ থকাত সন্দেহৰ আশংকা অস্বীকাৰ কৰাত বাধা আহিছে।

প্ৰতিভাই নিজকে অসুখী বুলি ভবাৰ কাৰণ আৰু আছে। তাই এখন ব্যৱসায়িক অনুষ্ঠানত ৰিসেপ্‌ছনিষ্টৰ বাবে দখাৰ্স্ত দিছিল। চাকৰিটো তাই পাইছিল। বাপেকৰ

খাটিবত। নিয়োগ-পত্ৰ যেতিয়া আহিল, তেতিয়া তাই কথাটো তপনক জনোৱাত তপনে আপত্তি জনালে। তপনৰ আপত্তি প্ৰতিভাই কাম কৰিব লাগে কিয়? ঘৰখনত নিজকে ব্যস্ত ৰাখিবলৈ প্ৰতিভাৰ বহুতো কাম আছে। তাতে জোনমণিক যত্ন ল'বলৈ মাকৰ উপস্থিতি বিশেষ প্ৰয়োজন। ৰিসেপ্‌ছনিষ্টৰ চাকৰি, তাকো এটা সাধাৰণ স্তৰৰ বুকিং অফিচত। তপনৰ আত্মসন্মানত এনে কাৰ্যই বাধাৰ সৃষ্টি কৰিলে। প্ৰতিভাৰ কোনো যুক্তি, অনুনয়-বিনয়, তৰ্ক-বিতৰ্কই তপনৰ মন কোমলাব নোৱাৰিলে। তপনে প্ৰতিভাক কৈছিল ঃ

চোৱা প্ৰতিভা, তুমি যিটো চাকৰি কৰিবলৈ মোৰ লগত পৰামৰ্শ নকৰাকৈ দৰখাস্ত দিলা, সেই চাকৰিটোৰ বিষয়ে তুমি হয়তো সবিশেষ নাজানা। মই জানো। সেইটো ভাল চাকৰি নহয়। তাৰে গৈ তুমি আত্মসন্মান হেৰুৱাবা। তাতে কোম্পানীটোৰ আৰ্থিক অৱস্থা টনকিয়াল নহয়। ব্যৱসায়ো ভালকৈ চলাব পৰা নাই। আমাৰ ফাৰ্মৰ যদু বৰুৱাৰ স্ত্ৰী ভবানীয়ে তাত এই ৰিসেপ্‌ছনিষ্টৰ কামটোকে কৰিছিল। ৰাতি ৯/১০ বজালৈকে থাকিব লাগে। দৰমহাও সময়মতে নাপায়। ... আৰু বহুতো কিবা কিবি শুনিছো। মুঠতে চাকৰিটো ভাল নহয়। তুমি যাব নালাগে।

প্ৰতিভাই উত্তৰ দিছিল, অন্য এটা চাকৰি বন্দবস্ত কৰি নিদিয়া কিয়? এনেকৈ মই ঘৰখনত সোমাই থাকিব নোৱাৰো। তুমি মোক ইয়াত বন্দী কৰি ৰাখিব নোৱাৰিবা। মোৰ উসাহ নিসাহ বন্ধ হৈ যাব...

বাপেকৰ ঘৰত থাকোতে প্ৰতিভাই অবাধ স্বাধীনতা পাইছিল, য'লৈকে মন যায়, গৈছিল। ক্লাব, পিক্‌নিক্ পাৰ্টি, কোনো বাদ নগৈছিল। সদায় হৈ-চৈ কৰি সময়বোৰ পাৰ হৈছিল, কোনেও বাধা দিয়া নাছিল। কিন্তু আজি যেন তাই সকলোবোৰ হেৰুৱাই এটা বন্ধঘৰত বন্দিনীৰূপে জীৱন কটাব লগা হৈছে! সকলো আশা যেন এই অসাৰজীৱনে ধূলিসাৎ কৰি দিছে!

বান্ধৱী যূতিকাই প্ৰতিভাৰ ঘৰলৈ প্ৰায়ে আহি সিহঁতৰ বিগত দিনবোৰৰ কথা পাতিছিল। যূতিকাৰ স্বামী হৰিচৰণ পাঠক এজন হাৰ্ট স্পেশ্যালিষ্ট, হৃদৰোগ বিশেষজ্ঞ, বিলাত ফেৰং। কিন্তু যূতিকাৰ লগত হৰিচৰণ ডাক্তৰৰ মনোমালিন্য ঘটিল। হৰিচৰণে যূতিকাৰ অজ্ঞাতে অন্য এজনী নাৰীৰ লগত প্ৰণয় সংক্ৰান্ত ঘটনাত জড়িতহৈ পৰি যূতিকাক অৱজ্ঞা, অত্যাচাৰ আৰু উৎপীড়ন কৰিবলৈ আৰম্ভ কৰাত যূতিকা উপায়ান্তৰ হৈ বাপেক-মাকৰ ঘৰলৈ গুচি আহিল। সেইদিন

ধৰি যুতিকা গিৰীয়েকৰ ঘৰলৈ যোৱা নাই। গিৰীয়েকেও নিয়াৰ বাবে আগ্রহ প্রকাশ নকৰাত দুয়ো বর্তমান বেলেগ বেলেগ জীৱনযাপন কৰিছে। যুতিকাই গম পাইছে যে তাই গিৰীয়েকৰ ঘৰ এৰি অহাৰ পাছতে হৰিচৰণে দেখা দেখিকৈ প্রেয়সী ৰমলা সেনৰ লগত সকলো সময়তে হলি গলি কৰিবলৈ আৰম্ভ কৰিছে। যুতিকাই স্বামীৰ প্রতাৰণাত প্রতিটো মুহূর্ত কেনেকৈ কটাইছে, দিন- ৰাতিৰ চব্বিছ ঘণ্টা কিদৰে পাৰ কৰিছে, সেইকথা তাই গভীৰ দুখেৰে প্রতিভাক বর্ণনা কৰিছিল। মাষ্টৰণী চাকৰি এটা আছে বাবেই যুতিকাই দুঃসহ জীৱন যাপন কৰিও জীয়াই আছে। প্রতিভাক লগ পাবলৈ তাই প্রায়ে আহে। দুয়ো বান্ধৱীয়ে সুখ-দুখৰ কথা পাতে। সমাজ আৰু সংসাৰৰ প্রতি দুয়োৰে যেন ধিক্কাৰ্ জন্মিছে, দুয়োৰে বিবাহিত জীৱন যেন ব্যর্থ, মিছা, অথবা, শূন্য হৈ পৰিছে। দুয়োৰ মাজত দহ গৰাকী অসুখী বিবাহিতা স্ত্রীৰ দৰেই বিবাহ বিচ্ছেদৰ প্রশ্নটোৱেই ঠাই পায়, দুয়োৰে মন বিদ্রোহী হৈ উঠে।

প্রতিভাই কৈছিল যে নাৰী হিচাপে তাইৰ যি সত্তা আছে, তাক হেয় হ'বলৈ নিদি বৰং তপনৰ দাম্ভিকতা ভাঙিবলৈহে তাই মনস্থিৰ কৰিছে। তাই ভাবিছে যে তাই নিজৰ দুর্বলতা প্রকাশ নকৰি নিজৰ অস্তিত্বৰ পৰিচয় দিব বেলেগ উপায়েৰে। তাই আভিজাত্য শ্রেণীৰ মিলনকেন্দ্র "আশাক্লাবত" যোগ দিব। আমনিলগা সন্ধিয়া সময়খিনি ক্লাবত আড্ডা মাৰি কটাই দিব। নতুন বন্ধু-বান্ধৱীক লগ পাব, মনত নৈৰাশ্য দূৰ কৰিবলৈ সুযোগ পাব। তাইৰ পৰিচিত বন্ধু মিঃ সিন্‌হাই তাইক ক্লাবলৈ মাতিয়ে আছে, জোৰো কৰিছে। তাইহে যোৱা নাই। এইবাৰ তাই যাবলৈ মন বান্ধিছে। তপনৰ কথা ভাবি থাকি ঘৰত ছট্‌ফটাই আৰু নাথাকে। কিন্তু সমস্যা হৈছে জোনমণিক লৈ। তাইকলৈ সকলো বিপদ, দুঃশ্চিন্তা। যুতিকাৰ ল'ৰা-ছোৱালী নাই, সেইবাবে চিন্তাও নাই।

যুতিকাই কৈছিল, প্রতিভা, মোৰ পৰামর্শ কি জান?

কি?

জোনমণিক তইঁতে দেখোন 'শিশুসদন'তে ৰাখিব পাৰ। চহৰৰ নামথকা অনুষ্ঠান "নাৰী আৰু শিশু উন্নয়নকেন্দ্র"ই অনাদৃত, অবহেলিত, নিৰাশ্রয় ল'ৰা-ছোৱালীক আশ্রয় দিবৰ বাবে শিশু সদন খুলিছে। মই তাৰ সভ্যা হৈছো। এই সদনত জোনমণিয়ে যত্ন পাব, মৰম পাব, শিক্ষা পাব, সকলো সুযোগ পাব। তই যদি আপত্তি নকৰ, মই চেক্রেটাৰী বাইদেউৰ লগত কথা হ'ব পাৰো।

ফৰমেলেটিবোৰ বুজি আহিব পাৰো। ... তই 'আশাক্লাব'ত ভৰ্তি হোৱা প্ৰস্তাবটো মই বেয়া দেখা নাই। মোৰ আজৰি সময় নাই। থকাহ'লে তোৰ লগতে ময়ো সদায় গলোহেঁতেন। তাতে ঘৰতে এটা চিলাইক্লাছ খুলিছো। চাৰিজনী ছোৱালীয়ে শিকিবলৈ আহিছে।

ৰ', মই তপনক কোৱা হোৱাই নাই। ক'ব লাগিব। আপত্তি কৰা স্বাভাৱিক।

যুতিকাই অভয় দিছিল, কৈছিল, এই ক্লাবৰ মেম্বাৰ হোৱাত তপনৰ কি আপত্তি থাকিব পাৰে? ক্লাব মানেই আড্ডামৰা বা তাছ খেলা, নাচদিয়া বুলি ভাবিলে নচলিব। আজিকালি ক্লাববোৰে বহুতো জনহিতকৰ কাম কৰিছে। তই তাত বহুতো সুবিধা পাবি। তোৰ ব্যক্তিত্বৰ বিকাশ ঘটিব। নাৰী-স্বাধীনতা কি, বুজিব পাৰিবি। দহৰ লগত মিলিত হৈ তোৰ মন ফৰকাল হ'ব। জীৱনৰ বহুত দুৰ্যোগ, বহু কষ্ট, ৰুক্ষতা, ক্লাবৰ ছত্ৰছায়াত শান্ত আৰু সংযত হ'বৰ সুবিধা আছে। আচলতে পুৰুষবোৰ বৰ স্বাৰ্থপৰ। সিহঁতে স্ত্ৰীৰ সুখ উপভোগৰ কথা বৰকৈ নাভাবে। দস্তুৰমত বান্দী হৈ থকাটোকে বিচাৰে। সিহঁতৰ ইচ্ছা পূৰণ কৰাই যেন আমাৰ ধৰ্ম।

প্ৰতিভাৰ মূৰটো কিবা গোলমাল হৈ গ'লনে কি? যুতিকাৰ কথাবোৰত যুক্তি থাকিলেও সেইবোৰ কাৰ্যত প্ৰতিফলন কৰা সিমান যে সহজ নহয়, সেইকথা তাই উপলব্ধি কৰিলে। ইচ্ছা কৰিলেই সকলো কৰিব নোৱাৰি। তপনৰ প্ৰতি তাইৰ অকল ভাল পোৱাই নাই, অনেক আশা, অনেক গৰ্বও আছিল। সেইবাবেই হয়তো যুতিকাৰ উপদেশখিনিয়ে তাইক বিমোৰত পেলালে। দোধোৰ-মোধোৰ অৱস্থাই প্ৰতিভাৰ মন বিচলিত কৰিলে। যুতিকাক বিদায় দি তাই ভিতৰ সোমাল। বিচনাখনত বাগৰ দি সকলো মান-অভিমান, সকলো দুশ্চিন্তা খন্তেকৰ বাবে হ'লেও আঁতৰ কৰিবলৈ চেষ্টা কৰিলে।



## ২০

আশা ক্লাবলৈ যুতিকাই এদিন জোৰ কৰিয়েই প্ৰতিভাক লৈ গৈছিল। এই ক্লাবটো চহৰৰ এটা নাম থকা বিনোদনৰ কেন্দ্ৰ। চহৰৰ তথাকথিত ধনৱন্ত শ্ৰেণীৰ মহিলাসকল ইয়াত গোট খাই সন্ধিয়া সময়খিনি গল্প-গুজৱ, আড্ডা-ধেমালি, তাছ-জুৱা, গান-নাচ কৰি অলস জীৱনৰ কিছু সময় পাৰ কৰি দিয়ে। এইবোৰ বেছ জমে বাবে ৰাতি ১১-১২ বজালৈকে মহিলাসকল ব্যস্ত থকাৰ সুবিধা ওলায়। কোনোৱে ক্লাবতে পাৰ্টি দিয়ে। জন্ম দিনৰ, বিয়াৰ শুভ দিনৰ, গিৰীয়েকৰ পদোন্নতি, ল'ৰা-ছোৱালীৰ কৃতিত্বৰ বাবে, ক'ত কি উপলক্ষ। ক্লাবৰ মহিলা সদস্য সকলোৱেই শিক্ষিতা, নাৰী জাগৰণৰ বাবে আগৰণুৱা। তেওঁলোকে নাৰীৰ অধিকাৰ উত্তাল কৰিবলৈ আন্দোলনত ভাগ লয়, গ্ৰাম্য মহিলাসকলৰ উন্নতিৰ বাবে যে তেওঁলোক উত্ৰাৱল, সেইভাৱ সভাই-সমিতিয়ে, আলোচনা-বিলোচনাই, খোৱা টেবুলত বিপুল কৰ-ধ্বনিৰে মুখৰিত কৰে। ক্লাবলৈ মাজে সময়ে পুৰুষো যে নাহে তেনে নহয়। এওঁলোক ৰসিক লোক। কোনোজন ব্যৱসায়ী, কোনোজন উচ্চপদস্থ বিষয়া, কোনোজন অত্যুৎসাহী ৰাজনৈতিক নেতা। প্ৰচণ্ড চাঞ্চল্য, উত্তেজনা আৰু কল্পনাৰ তাড়নাত এওঁলোকে ক্লাবলৈ আহি পৰস্ত্ৰীৰ সান্নিধ্য লাভ কৰে। ঘৰুৱা জীৱনৰ অশান্তি, বিবাহিতা স্ত্ৰীৰ নিদাৰুণ সন্দেহ আৰু কন্দল, মহাসন্ত্ৰাসৰ সৃষ্টি কৰা গাভৰু ছোৱালীৰ প্ৰেমজনিত কেলেংকাৰী, ড্ৰাগছ সেৱন কৰা কলেজত পঢ়া ল'ৰাৰ উদ্ভণ্ডালি আদিৰ পৰা খন্তেকৰ বাবে হ'লেও মুক্তবিহংগৰ দৰে বিচৰণ কৰিবলৈ এওঁলোকে ভাল পায়। ঘৰুৱা অশান্তিৰ ৰাগ, ঘৃণা আৰু বিতৃষ্ণা প্ৰশমিত কৰিবলৈকে এওঁলোক ক্লাবলৈ আহে, পৰস্ত্ৰীৰ লগত হুলিগলি কৰি, তাছখেলি, নাচ-গানত বিভোল হৈ এওঁলোকে যেন শৰীৰ আৰু মনৰ সকলো যন্ত্ৰণা আঁতৰ কৰাৰ প্ৰয়াস কৰে। সুৰামত্ত হৈ যেতিয়া মাজ ৰাতি নিজ ঘৰ পাইগৈ, তেতিয়া ল'ৰা-ছোৱালী আৰু স্ত্ৰীৰ আগত তেওঁলোক হৈ পৰে এটা পশু, এটা ঘৃণনীয় জীৱ, যাৰ অমাৰ্জনীয় পাপাচাৰক কলংকৰ বাহিৰে আন নামেৰে মাতিব নোৱাৰি।

প্ৰতিভাই মন কৰিলে যে তাইৰ অলক্ষ্যতে ক্লাবৰ পৰিবেশে এক দুৰ্নিবাৰ আকৰ্ষণেৰে তাইক আগুৰি পেলাইছে। প্ৰথমে তাই বিৰক্ত হৈছিল এনে জীৱনৰ অবাস্তৱ, সাৰশূন্য ক্ৰিয়া-কাণ্ডবোৰ দেখি। তাইৰ সমস্ত শৰীৰ কঁপি উঠিছিল। তাই ভাবিছিল, যুতিকাই এক ভুলবাটেৰে তাইক লৈ আহিছে। যুতিকাৰ কথাবোৰত

এক ছলনা সোমাই আছিল, সেইকথা তাই ভালকৈ ভাবি চাবৰ প্ৰয়োজন আছিল। এজন সুদৰ্শন পুৰুষে কাউণ্টাৰত থিয়হৈ ড্ৰিংক কৰিছিল। তেওঁ প্ৰতিভালৈ একান্ত মনেৰে চাই বুজিবলৈ বাকী নাছিল যে এই অন্যমনস্কা যুৱতী নিশ্চয় নবাগতা। দেহ-সৰ্বত্ৰত আছে এটা লোভনীয় ৰূপৰ ঐশ্বৰ্য। সুগঠিত কপাল, সুন্দৰ চকু, নাক, দীৰ্ঘদেহী, ক'তো যেন বিধাতাই সৃষ্টি কৰোতে খুত্ ৰখা নাই। বয়স হয়তো ত্ৰিছ অতিক্ৰম কৰা নাই। বেশভূষা মাৰ্জিত, ক'তো বাহুল্যতা নাই। প্ৰতিভাৰ হঠাৎ দৃষ্টি পৰিল, সেই সুদৰ্শন পুৰুষজনলৈ। দেখিলে, মানুহজনে মন্ত্ৰমুগ্ধৰ দৰে তাইলৈ চাই আছে। হাতত অৰ্দ্ধেক খোৱা হুইস্কীৰ গ্লাচ। প্ৰতিভাই অস্বস্তি বোধ কৰিলে। বহাৰ পৰা উঠি দূৰলৈ চাই দেখিলে—যুতিকা কোনো এক বান্ধৱীৰ লগত কথা পতাত ব্যস্ত। প্ৰতিভাই অচিনাকি পুৰুষজনৰ দৃষ্টি এৰুৱাবলৈ যুতিকাৰ ফালে অগ্ৰসৰ হ'ল। দূৰৰ পৰা পিচফালে চাই তাই লক্ষ্য কৰিলে যে মানুহজনে তেতিয়াও নিৰ্নিমেষে চাই আছে—তাইৰ যোৱাৰ ফালে।

যি ঘৃণা আৰু বিৰক্তিৰে প্ৰতিভাই প্ৰথম দিনা আশাক্লাবত ভৰিদিছিল, সেই ঘৃণা আৰু মনৰ বিৰক্তি লাহে লাহে কমি আহিল। প্ৰতিভাৰ মনৰ সকলো বিতৃষ্ণাক আঁতৰাই পেলালে যেতিয়া তাই আবিষ্কাৰ কৰিলে যে ক্লাব জীৱনৰ আন এটা ভাল দিশো আছে যিটো হৈছে নাৰীৰ যি ব্যক্তিত্ব, যি প্ৰতিভা, যি অধিকাৰ, তাক চাৰিবেৰৰ মাজত আৱদ্ধ নাৰাখি বিকশিত হ'বলৈ সুবিধা পোৱা। প্ৰতিভাই বহুতো সভ্যাক লগ পালে যি সকলে নাৰীৰ ব্যক্তিত্ব ৰক্ষাৰ প্ৰতি সজাগ। লেখিকা সন্থা, সাংস্কৃতিক সন্থা, আলোচনাচক্ৰ আদিত নিজকে ব্ৰতী কৰিবলৈ পৰম আগ্ৰহী। নাৰী চৰিত্ৰৰ মমতা, সহৃদয়তা, সুন্দৰ জীৱন যাপনা কৰা তেওঁলোকৰ কাম্য। আশাক্লাবত যি সাংস্কৃতিক শাখা আছে তাৰ লগত বিশেষভাৱে জড়িত হ'বলৈ প্ৰতিভাই মনস্থিৰ কৰিলে। তাইৰ ভাবি ভাল লাগিল যে তপনৰ লগত বিয়া হোৱাৰ আগতে তাই এগৰাকী সুগায়িকা ৰূপে প্ৰশংসা পাইছিল।। অনেক অনুষ্ঠানত গীত পৰিবেশন কৰি তাই সমাদৃত হৈছিল। বিয়াৰ পাছত এই গানগোৱা স্পৃহা, পৰিবেশ নোহোৱা হ'ল। তপনৰ পৰাও আগতে পোৱা উৎসাহ, অনুপ্ৰেৰণা কমি আহিল। বাপেক বিদ্যুৎ চৌধুৰীয়ে তাইক এই বিষয়ত উৎসাহ দিছিল। দামী গানৰ মাষ্টৰ ধৰি দিছিল। বিশেষ বিশেষ অনুষ্ঠানত , আকাশবাণী, দূৰদৰ্শন প্ৰভৃতিত কণ্ঠ সংগীত পৰিবেশনৰ হকে প্ৰপ্ৰেম যোগাৰ কৰিছিল। কেইবাটাও কেছেটত প্ৰতিভাৰ সুললিত কণ্ঠৰে গোৱা অসমীয়া, হিন্দী, গীত বাণীবদ্ধ হৈছিল।

এতিয়া সেই অধ্যায় মৰহি গ'ল। তপনে সংগীতচৰ্চাত আপত্তি নকৰে ঠিকেই। কিন্তু মুকলিমুৰীয়াকৈ যাৰে তাৰে লগত গৈ 'ফাংশ্যন' কৰি ফুৰা পছন্দ নকৰে। প্ৰতিভাৰ মনত এতিয়া নতুন আশাৰ উদয় হ'ল। নিজৰ অতৃপ্ত বাসনা পূৰণ কৰিবলৈ 'আশাক্লাবে' আশাৰ সুযোগ দিলে।

আশা ক্লাবত বছৰে বছৰে এটা সাংস্কৃতিক অনুষ্ঠান পতা হয়। ক্লাবৰ সদস্যসকলে বহু পৰিশ্ৰম কৰি ইয়াৰ বাবে প্ৰয়োজনীয় কাৰ্যসূচী যুগুত কৰে। কাৰোবাৰ দায়িত্বত থাকে টকা-পইচা সংগ্ৰহ কৰাত, কাৰোবাৰ থাকে ল'ৰা-ছোৱালীৰ বাবে প্ৰতিযোগিতামূলক চিত্ৰাংকণ, শিশুনাট আয়োজন, মহিলাসকলৰ বাবে সমবেত সংগীত, বক্তৃতামালা অনুষ্ঠান যোগাৰ কৰা প্ৰভৃতি কামবোৰ। ইয়াৰ বাহিৰেও আছে মুখ্য অতিথি, বিশিষ্ট অতিথি, স্মৃতিগ্ৰন্থ উদ্বোধক, সভাপতি, নিৰ্দিষ্ট বক্তা প্ৰভৃতিক ব্যক্তিগতভাৱে গৈ নিমন্ত্ৰণ জনোৱা। ফাংশ্যনৰ বাবে নামী গায়ক-গায়িকা ঠিক কৰাৰ দায়িত্ব এইবাৰ সহকাৰী সম্পাদিকা লতিকাৰ ওপৰত অৰ্পিত কৰিলে কাৰ্যনিৰ্বাহকে। লতিকাক এইবোৰ যোগাৰ কৰোতে সহায় কৰে ক্লাবৰ পৃষ্ঠপোষক মিঃ সিন্‌হা নামৰ এজন ধনী ব্যৱসায়ীয়ে। লতিকাই প্ৰতিভাকো লগত লৈছিল। কাৰণ, তাই জানে যে প্ৰতিভাৰ গান গোৱা বিষয়ত এটা হেপাহ আছে। কলেজত দুয়ো একেলগে পঢ়ি থাকোতে প্ৰতিভাই কলেজৰ ফাংশ্যনবোৰত গান গাই বিৰাট জনপ্ৰিয়তা লাভ কৰিছিল। তাতে প্ৰতিভাৰ লগত শিল্পীমহলৰ এটা সৌহাৰ্দ্যপূৰ্ণ যোগাযোগ আছে। প্ৰতিভাৰ ভালেই লাগিল, এটা ৰাজহুৱা কামত ব্যস্ত হ'বলৈ পাই তাই মনে মনে গৌৰৱো বোধ কৰিলে।

ফাংশ্যন ভালেৰে হৈ গ'ল। শেষৰ কাৰ্যসূচীত লতিকাৰ পৰামৰ্শক্ৰমে প্ৰতিভাৰ এটা গান সংযোগ কৰা হ'ল। লতিকাৰ অনুৰোধমৰ্মে মিঃ সিন্‌হাই সমূহ দৰ্শকৰ আগত প্ৰতিভাক পৰিচয় কৰি দিলে—

সমবেত দৰ্শকবৃন্দ, আমাৰ ফাংশ্যন শেষ হৈ আহিছে। আপোনালোকে নিশ্চয় আটাইবোৰ কাৰ্যসূচী উপভোগ কৰিলে... (হাত চাপৰি)। এতিয়া ভোজৰ শেষত মিষ্টিমুখ কৰাবলৈ আমাৰ ক্লাবৰ অন্যতম সভ্যা, উৎসাহী কৰ্মী...মিচেচ প্ৰতিভা হাজৰিকাই এটি গীত পৰিবেশন কৰিব, (সকলোৱে হাত চাপৰি দিয়ে) আৰু এইটোৱেই হ'ব আজিৰ সংগীত অনুষ্ঠানৰ সৰ্বশেষ আয়টেম্। (মিঃ সিন্‌হাই দুখোজ আগবাঢ়ি গৈ বহি থকা প্ৰতিভাৰ ওচৰ পাইগৈ)। আহক মিচেচ হাজৰিকা, আমাৰ অনুৰোধ ৰক্ষা কৰক। (সকলোৱে সন্মতিসূচক ইংগিত দিয়ে)

প্ৰতিভাই এটা সুন্দৰ দেহভংগিমাৰে আসনৰ পৰা ঠিয় হ'ল আৰু মিঃ সিন্‌হাক কলে, মিঃ সিন্‌হা, মই যে সমূলি প্ৰস্তুত নহয়। তাতে আজিকালি মই গান গাবলৈ এৰি দিছো ....

মিঃ সিন্‌হাই ক'লে, এনাউন্সমেন্ট্ হৈ গ'ল। এতিয়া উপায় নাই। তাতে ক্লাবৰ সকলো সভ্য-সভ্যাৰ হৈ আপুনি প্ৰতিনিধিত্ব কৰিব লাগিব...

দুই এগৰাকী প্ৰবীণা সদস্যায়ো প্ৰতিভাক গান এটা গাই সন্মান ৰক্ষা কৰিবলৈ অনুৰোধ কৰিলত প্ৰতিভাই যাওঁ-নাযাওঁ কৈ মঞ্চত উপস্থিত হ'ল আৰু টেবুলত সজাই ৰখা, হাৰমোনিয়ামত হাত বুলাই গীত আৰম্ভ কৰিলে। লগে লগে বাজি উঠিল আনুসংগিক বাদ্যযন্ত্ৰ ... এটা সংগীতমুখৰ পৰিবেশৰ সূচনা হ'ল। প্ৰতিভাই আপোনমনে আৰম্ভ কৰিলে তাই ভাল পোৱা এটা গান....

গাও মই আজি অতীত ৰাগিণী
এই পৃথিৱীত নাই মোৰ বাবে
ভালপোৱা অনুভূতি।
আশাৰ গধূলি নাহিল উভতি
সপোনৰ ফুল মোৰ, গ'ল ম'ৰহি
অন্তহীন এই পথ, অকলশৰীয়া মই
ছিন্নভিন্ন মধুৰ যামিনী
গাও মই আজি অতীত ৰাগিণী...।

প্ৰতিভাই দৰদ দি গানটো গাইছিল। গানটোৰ মাজৰে যেন তাই ব্যক্ত কৰিছিল—অন্তৰৰ বেদনা, নোপোৱাৰ অতৃপ্ত বাসনা। গানটো গোৱা শেষ হলত সকলোৱে বহু সময় ধৰি হাত-চাপৰি মাৰি অভিনন্দন জনালে। আনন্দৰ মধু-পৰশেৰে অনুষ্ঠান শেষ হ'ল। দৰ্শকসকলে লাহে লাহে আঁতৰ হ'বলৈ ধৰিলে। কোনোৱে ষ্টেজলৈ আহি প্ৰতিভাক ব্যক্তিগতভাৱে অভিনন্দন জনালে। প্ৰতিভাই সকলোকে নম্ৰতাৰে নমস্কাৰ জনাই অভিবাদন গ্ৰহণ কৰিলে। 'সাগৰিকা-ক্লাবৰ' ল'ৰা কেইজনমান আহি প্ৰতিভাক অনুৰোধ জনালে—তেওঁলোকৰ বছেৰেকীয়া উৎসৱত সন্মানীয়া অতিথিৰূপে উপস্থিত থাকিবলৈ। দুই-তিনিজনী কম বয়সীয়া ছোৱালীয়ে অটগ্ৰাফ্ ল'বলৈ হেতাওপৰা লগালে।

প্ৰতিভাই বিয়াহৈ যোৱাৰ পাছত এই প্ৰথম অভিনন্দনৰ শীৰ্ষস্থানত উঠি আনন্দত বিভোল হৈছিল। এই সাফল্য তাইৰবাবে কম সৌভাগ্যৰ বিষয় নহয়।

দৰাচলতে আশাক্লাবৰ বান্ধৱী সকলে তাইক এনে সুবিধা দিয়াৰ বাবে তাইৰ মন কৃতজ্ঞতাৰে ভৰি পৰিল। এনেতে দেখিলে মিঃ সিন্‌হা আহি কাষত উপস্থিত হৈছে। আনন্দপ্ৰদৰ্শন কৰিবলৈ ক'লে,

"কংগ্ৰেচুলেশ্যন, মিচেচ হাজৰিকা, আপোনাৰ গান চমৎকাৰ হৈছে! মই ভবাই নাছিলো, আপোনাৰ সুৰৰ মূৰ্ছনা ইমান সুন্দৰ বুলি। গোটেই হলঘৰ যেন আপোনাৰ গান শুনি বিভোল হৈ পৰিছিল। আজি আপোনাক সমূহ দৰ্শকৰ আগত পৰিচয় কৰাই দিবলৈ পাই মই বাস্তৱিকতে ধন্য মানিছো। আপুনি আশাক্লাবৰ এডোখৰ বাখৰ স্বৰূপ হৈ পৰিল।" প্ৰতিভাই এনে প্ৰশংসাত ঘামি-জামি পৰিছিল, অলপ বিব্ৰতো হৈছিল। ভেনিটি বেগটো খুলি গোন্ধেৰে মলমলাই থকা ৰুমালখনেৰে কপালখন মুছি কৈছিল, 'ধন্যবাদ'। নিতান্ত কাষলৈ আহি মিঃ সিন্‌হাই ক'লে, গানটোত অনুভূতি আৰু আবেগ প্ৰবল। মোৰ গানটোৰ প্ৰতি আত্মীয়তা জন্মিছে, লগতে গায়িকা প্ৰতিভাৰ প্ৰতিও।

প্ৰতিভাই উত্তৰ নিদিলে। দিয়াৰ প্ৰয়োজনো অনুভৱ নকৰিলে। ঘনিষ্ঠতা বেছি ওচৰলৈ চপাই অনা উচিত নহ'ব বুলি ভাবি প্ৰতিভাই হাতৰ ঘড়িটো চালে। দেখিলে ৰাতি দহ বাজিছে। ক'লে, মই যাব লাগিল। লতিকাই থৈ আহিব বুলি কৈছিল.....

লতিকা হয়তো ব্যস্ত হৈ আছে বস্তুবাৰী সামৰাত। যাওঁতে পলম হ'ব কিজানি... বেয়া নাপাই যদি ময়ে আপোনাক মোৰ গাড়ীত লৈ যাব পাৰো। মই সেইফালেই যাম।

প্ৰতিভাই আপত্তি নকৰিলে। লতিকা যোৱালৈ অপেক্ষা কৰিলে বহুত পলম হ'ব। মনত পৰিল জোনমণিৰ অসুখৰ কথা। কালিৰে পৰা তাইৰ জ্বৰ। পুৱা ডাক্তৰ আহিছিল...। তপনে তাইক আজি ফাংশ্যনখন বাদ দিবলৈকে কৈছিল। কাৰণ, তপনৰ আজি বোৰ্ডৰ জৰুৰী মিটিং আছে, আহোতে পলম হ'ব। প্ৰতিভাই ঘণ্টা মানৰ ভিতৰতে দেখাদি গুছি আহিব বোলাত তপনে অনিচ্ছা স্বত্বেও মান্তি হৈছিল। ইমান পৰে সাফল্যৰ আনন্দত নিমগ্ন হৈ থাকি প্ৰতিভাই জোনমণিৰ অসুখৰ কথা একেবাৰে পাহৰি গৈছিল। প্ৰতিভাৰ নিজকে অপৰাধী যেন লাগিল। এটা দুশ্চিন্তাৰ নিঃশ্বাস পেলাই তাই লৰালৰিকৈ মিঃ সিন্‌হাৰ লগত পাৰ্কিং প্লেছত ৰখা নতুন মাৰুতিগাড়ীখনত বহিলগৈ। ৰাতিৰ গভীৰতাই তাইৰ মনটো আৰু গধুৰ কৰি তুলিলে।

প্ৰতিভাক মিঃ সিনহাই ঘৰৰ সমুখত নমাই যাওঁতে ১১টা বাজো বাজো প্ৰায়। ঘৰৰ ভিতৰত মিঃ সিনহাই থৈ যাব খুজিছিল। কিন্তু প্ৰতিভাই ধন্যবাদসূচক উত্তৰ এটাৰে সেই সৌজন্যতা গ্ৰহণ নকৰিলে। প্ৰতিভাই দেখিলে, বাৰান্দাত এটা বাল্বজ্বলি আছে, তপনে অসুস্থ জোনমণিক কান্ধত পেলাই বাৰান্দাত অহা-যোৱা কৰি আছে। মে' মাহৰ গৰম। জোনমণিৰ জ্বৰ বেছি উঠা বাবে তাইৰ ছটফটনি বাঢ়িছে, ভ্ৰমো বলকিছে। তপনৰ পৰিধানত নাইট গাউন। মনত যেন স্থিৰতা নাই। খং, ক্ষোভ আৰু বিৰক্তিয়ে তপনক যেন ধৈৰ্যচ্যুত কৰি তুলিছে! গেটৰ কাষত মটৰ এখন ৰোৱা আৰু লাইটৰ পোহৰত প্ৰতিভা নামি অহা দেখি তপনৰ ক্ৰোধৰ মাত্ৰা চৰিল। প্ৰতিভাৰ দায়িত্ববোধহীন আচৰণত সি ক্ষুন্ন হ'ল যদিও ক্ৰোধ সম্বৰণ কৰিলে। প্ৰতিভা থত্‌মত্‌ খাই ষ্টেপত ভৰি দি খন্তেক ৰৈ গ'ল। অৱস্থাটো যে বেয়া তাক বুজিবলৈ বাকী নাথাকিল।

তপনে ইচ্ছা কৰিয়েই সুধিলে, কোন?

মই। আচৰিত হ'বৰ কি আছে! তুমি হবলা কেতিয়াবাই আহিলা? কথাসাৰ কৈ প্ৰতিভাই ৰুমালেৰে মুখৰ ঘাম মুছিলে। তপন নিৰুত্তৰ আৰু গম্ভীৰ যেন দেখি প্ৰতিভাই আকৌ সুধিলে, মই সুধিছো, তুমি কেতিয়াবাই আহিলা নেকি? তপনে উগ্ৰ স্বৰেৰে ক'লে, কেতিয়াবাই মানে? মই দুই বজাতে আহিবলগা হ'ল। কাষৰ বৰুৱাই ফোন কৰি মাতি আনিলে। জোনমণিৰ জ্বৰ উঠি স্কুলতে ফিট্‌ হৈ পৰি গৈছিল। মাদাৰে এখন গাড়ীত তাইক আনি ঘৰত থৈ গৈছে। বৰুৱাই ডাক্তৰ আনি দেখুৱালে, দৰব দিছে। মা-দেউতাও আহিছিল। অলপ আগতেহে গৈছে। থাকিব খুজিছিল। মই জোৰকৈ পঠাই দিলো।

প্ৰতিভাই নিজকে দোষী যেন লাগিলেও সেইভাব প্ৰকাশ কৰিব নুখুজিলে। জোনমণিৰ কপালত হাতখন দি জ্বৰৰ উমান ললে। ক'লে, ১০ বজাত ফাংশ্যন শেষ হৈছে, ঘৰ পাইছো দহবজাৰ পাছত। নিজৰটো গাড়ী এখন নাই যে লগে লগে ঘৰলৈ আহিম। আনৰ লগত অহাৰ কথা, অলপ ইফাল-সিফাল হ'বই। ইয়াত মোৰ দোষ কি! তপনে ব্যংগ কৰি ক'লে, তুমি দোষী হ'বা কেলৈ? ফাংশ্যনত তুমি নাথাকিলে চলিব কেনেকৈ? আগতে এইবোৰত ঘূৰা অভ্যাস আছেই; এতিয়া এইবোৰ বেছি প্ৰয়োজন হৈছে। দোষীটো ময়েই, ইফালে ছোৱালী মৰকেই বা বাচক।

প্ৰতিভাই তপনৰ কথাত বিৰক্তি প্ৰকাশ কৰিলে, ক'লে, "ব্যংগ কৰাৰ একো কাৰণ নাই। কৈছোৱেই, আহিম বুলি আহিব নোৱাৰিলো। লোকৰ হাজবেন্ড লগত গৈছে। তোমাকো মাতিছিল, তুমিটো নগলা। সময় নাই। এতিয়া মোক সন্দেহ কৰিবলৈ আহিছা? চাওঁ, জোনমণিক দিয়া। শুৱাই থওঁ। এতিয়া দেখিছো, টোপনিত্ আছে, জ্বৰটো কমিব পায়....।" প্ৰতিভাই তপনৰ পৰা জোনমণিক লৈ ভিতৰ সোমাল। তপনে বাৰান্দাত পাৰিথোৱা চকী এখনত অলসভাৱে বহি চিগেৰেট এটা জ্বলাই কিবা ভাৱে। ভাৱে প্ৰতিভাৰ এনে দায়িত্বহীনতাৰ কাৰণ কি? জোনমণিৰ মাক হিচাপে প্ৰতিভাই মমতাৰ পৰিচয় দিব পৰা নাই কিয়? সংসাৰৰ ওজন অকল সিয়ে বহন কৰিব লাগিবনে? তপনৰ মনত প্ৰতিভাৰ বিয়াৰ আগৰ দিনবোৰ ভাঁহি উঠিল। ক্লাবলৈ যোৱাটো প্ৰতিভাৰ কালচাৰ্ বুলিয়েই তপনক তাই এদিন সগৌৰৱে ঘোষণা কৰিছিল। সেইকথা জানি শুনিয়ো সি প্ৰতিভাক সহধৰ্মিনী কৰি গ্ৰহণ কৰিলে। তপনৰ মনলৈ প্ৰতিভাৰ বিগত দিনৰ অমনযোগী দিনবোৰ বাগৰি আহিল—আশংকা আৰু ভয়ৰ ছায়ামূৰ্তি ৰূপে।

কাপোৰ জোৰ সলাই প্ৰতিভা ভিতৰৰ পৰা ওলাই আহি তপনৰ কাষত বহিলহি। ক'লে, এতিয়া শোৱাগৈ ব'লা। বহুত ৰাতি হ'ল। যি হ'ব লগা আছিল হ'ল। অ', মা-দেউতাক কোনে খবৰ দিলে? জোনমণিৰ মাজে মাজে জ্বৰ উঠি থাকে, এইটো কোনো নতুন কথা নহয়। ল'ৰা-ছোৱালীৰ অসুখ-বিসুখ হয়েই, তাত বিচলিত হ'বৰ কি কথা আছে? সেইবুলি মা-দেউতাক মাতি আনিব লাগেনে?

মা-দেউতাই আমাৰ ঘৰলৈ আহিছিল খবৰ ল'বলৈ। জোনমণিৰ জ্বৰ উঠা দেখি ৰৈ গ'ল। মা-দেউতা অহাত তুমি কিয় আপত্তি কৰিছা? মই খবৰ দি মাতি অনা নাই। অফিচৰ পৰা আহি দেখিছো—দেউতা-মা আৰু বৰুৱা বহি আছে জোনমণিৰ কাষত, মায়ে বিছি আছে আৰু কপালত জলপতি দিছে। জোনমণিৰ অসুখৰ কথাটো ইমান পাতলভাৱে নলবাছোন। ডাক্তৰে এটা 'থৰ'-চেকআপ্' কৰিবলৈ কৈছে।

প্ৰতিভাই বিৰক্ত হৈ ক'লে, জোনমণিৰ অসুখৰ কথা তুমি জানাই। সেইখন ঘৰৰ পৰা অহা দিনধৰি এটা নহয় এটা লাগিয়েই আছে। যোৱাকালিও দেউতা আহি গৈছে। দেউতাক দেখিলেই তাই অস্থিৰ হৈ পৰে। দেউতা ইমান ঘনাই কিয় আহিব লাগে.... নাহিলেই হয়। আহি মোৰ বিষয়ে তোমাক যিহকে পায় তিহকে কয়হি। মই কিবা নাজানো নেকি?

দেউতা, মা ইয়ালে অহাটো তুমি বন্ধ কৰিবা দেখিছো। প্ৰতিভা, তুমি নিজৰ দোষ কিয় স্বীকাৰ নকৰা?

মানে?

জোনমণিক অসুখীয়াগাৰে আয়াৰ হাতত পেলাই তুমি এনেকৈ ৰাতি এপৰলৈকে ঘূৰি ফুৰাটো মই সমূলি পছন্দ নকৰো। আজিকালি সকলোৱে তোমাৰ কথা কৈছে।

মাইঁতে কিবা লগাইছে চাগে'?

মাইঁতক কিয় দোষ দিছা? আন বহুতেই কৈছে। মোৰ বন্ধুবোৰেও তোমাৰ কথা কৈছে।

মানে? তোমাৰ বন্ধুবোৰে মোৰ কথা তোমাক লগায়? লোকৰ কথা কিয় শুনা? লোকৰ কথা শুনি মোক সন্দেহ কৰিবলৈ আহিছা, জেৰা কৰিছা?

মই নিজেও তোমাৰ গতি গোত্ৰ লক্ষ্য কৰিছো।

চোৱা তপন, আজি অন্ধসংস্কাৰৰ দিন নাই। তুমি বুজা উচিত যে মই তোমাৰ বিবাহিত স্ত্ৰীৰূপে মোৰ মৰ্যাদা কেনেকৈ ৰক্ষা কৰিব লাগে, জানো, বঢ়িয়াকৈ বুজি পাওঁ। এই দায়িত্ব লৈয়ে মই মেল-মিটিং ক্লাব আদিত যোগ দিওঁ। মই তোমাৰ স্ত্ৰী হ'লেও মোৰ নিজৰ এটা নাৰীসত্তা আছে। এই নাৰীসত্তাৰ অৱমাননা মই সহ্য কৰিব নোৱাৰো। আমাৰ বিবাহিত জীৱনত কোনোবাই দখল দিব, অপবাদ উলিয়াব সেইটো অবিচাৰ, অন্যায়। এই অৱস্থাটো তুমিও বুজা প্ৰয়োজন। তুমি মোক কেন্দ্ৰ কৰি হাঁহিয়াতৰ পাত্ৰ হ্বা, দহৰ নিন্দা শুনিবা সেইটো মই নিবিচাৰো। স্বামী-স্ত্ৰীৰ মাজত ভাঙোনৰ মূলতে নিন্দুকৰ দল। খন্তেক বৈ প্ৰতিভাই ক'লে, সকলো স্বামী-স্ত্ৰীয়ে সুখী হ'ব খোজে। কোনোবা সুখী হয়, কোনোবা নহয়।

তপনে চিগেৰেট এটাৰ পুনৰ জ্বলাই ললে। প্ৰতিভাক ক'লে, তুমি মোক বুজিবলৈ অকণো চেষ্টা নকৰিলা। মই কিন্তু তোমাৰ ভাল হোৱাটোকে কামনা কৰো মনে-প্ৰাণে। কথা এষাৰ আছে, "সংসাৰ সুখৰ হয় ৰমণীৰ গুণে।" তুমি জনা উচিত, এখন সংসাৰ কেনেকৈ সুন্দৰ কৰি তুলিব পাৰি। নিয়মবিহীন সংসাৰ সাৰথিহীন ৰথৰ দৰে.... কিন্তু আমাৰ মাজত আজি এক পাৰ্থক্য ক্ৰমাৎ বৃদ্ধি পাবলৈ আৰম্ভ কৰিছে। জোনমণি তোমাৰ বাবে হৈ পৰিছে এডাল লোৰ শিকলি। জোনমণিক অসুখীয়া গাৰে আয়াৰ হাতত পেলাই তুমি মাজ ৰাতিলৈকে ক্লাবত থাকিবা, এইটো নিতান্তই বেয়া কথা।

তাৰ মানে তুমি ক'ব খুজিছা সামাজিক কামবোৰ বাদ দিলে জোনমণিৰ অসুখ ভাল হৈ যাব আৰু তুমি স্বামীদেৱতা হৈ মোৰ ওপৰত তোমাৰ প্ৰভুত্ব পুৰাদমেই চলাই যাব পাৰিবা। জোনমণিক তুমি কিমান ভাল পোৱা, মোৰ জনা আছে। আচলতে তাইৰ প্ৰতি তোমাৰ কোনো মৰম নাই।

তপন মনে মনে যেন অধৈৰ্য হৈ উঠিছিল প্ৰতিভাৰ ব্যৱহাৰত। তাচ্ছিল্যৰ সুৰত ক'লে, হয়নে কি? তুমি কৈছা যেতিয়া হ'বও পাৰে। মই কিন্তু তোমাৰ দৰে দায়িত্বহীন হ'ব নোৱাৰো। আৰু এটা কথা কওঁ শুনা। তোমাৰে মোৰে মাজত সম্পৰ্ক দুৰ্বিসহ হৈ উঠিলেও সমাজৰ চকুত আমি স্বামী-স্ত্ৰী, জোনমণিৰ তুমি মাক। এই পৰিচয় দিবলৈ তুমি নিশ্চয় বেয়া নোপোৱা।

সেইটো মই কোনোদিনে অস্বীকাৰ কৰা নাই। তোমাৰ স্ত্ৰীৰূপে মোক সকলোৱে চিনি পায় সঁচা। কিন্তু মোৰো এটা নিজস্ব পৰিচয় আছে, সেইটো তুমি মানি ল'ব লাগিব।

জৰুল আছে, মই তাক অসন্মান কৰিব খোজা নাই। এগৰাকী সুন্দৰী মহিলা বুলিও তোমাৰ এটা বেলেগ পৰিচয় আছে। তাতে তুমি হ'লা বিদ্যুৎ চৌধুৰীৰ একমাত্ৰ আদৰৰ কন্যা। সেই দিশটো তোমাৰ দম্ভ আছে।

তাতে কি হ'ল? তুমিও বিদ্যুৎ চৌধুৰীৰ দৰে ডাঙৰ মানুহ এজনৰ জোঁৱায়েক বুলি গৰ্ব কৰিব পাৰা।

বিদ্যুৎ চৌধুৰীৰ জোঁৱায়েক বুলি মই গৰ্ব নকৰো। এই গৰ্বৰ কোনো মূল্য নাই। তাতে তোমাৰ দেউতাৰৰ সদ্‌নামত কৈ বদনাম বেছি।

বদনাম? কি ক'লা? দেউতা বদনামী মানুহ?

ব্ৰেক মাৰ্কেটিয়াৰ, চোৰাং ব্যৱসায়ী বুলি দেউতাৰক সকলোৱে জানে...। নিষ্ঠুৰ আঘাতত প্ৰতিভাই অপমান বোধ কৰিলে। প্ৰতি আঘাত দিবলৈ তপনক ক'লে, আৰু তোমাৰ দেউতা?

মোৰ দেউতা, ধৰ্মেশ্বৰ হাজৰিকা এজন আদৰ্শ শিক্ষক, ব্যক্তিত্বৰ এক আকাশ প্ৰমাণ দৃষ্টান্ত। কপালৰ ঘাম পেলাই, ল'ৰা পঢ়ুৱাই সংসাৰ কৰিছে, আমাক মানুহ কৰিছে...।

বিতৃষ্ণাভৰা কণ্ঠস্বৰেৰে প্ৰতিভাই উত্তৰ দিলে :

মানুহ কৰিছে ঠিকেই। কিন্তু অপদাৰ্থ মানুহ। চাৰি-পাঁচ বছৰ ঘৰত বহি বেকাৰ হৈ আছিলা। মোৰ দেউতাই অনুগ্ৰহ কৰি তোমাক চাকৰি যোগাৰ কৰি দিব লগা

হ'ল। ঘৰ ঠিক কৰি দিব লগা হ'ল। এইবোৰ উপকাৰ পাহৰি নাযাবা। দেউতাই নিজ শক্তিৰে ধনী হৈছে, প্ৰতিপত্তি লাভ কৰিছে। মানুহৰ চকু পুৰিছে—দেউতাৰ গৌৰব আৰু প্ৰতিষ্ঠা দেখি। ওঁ, তোমাৰ দেউতাৰা আদৰ্শবান শিক্ষক হ'ব পাৰে, কিন্তু একো কৰিব নোৱাৰিলে। তোমাৰ ভনীয়েৰ এতিয়াও ঘৰবুঢ়ী হৈ পৰি আছে। তোমাৰ ভায়েৰ ৰাজেন, সি উগ্ৰবাদী দলত যোগ দি পলাতক হৈ আছে। ঘৰৰ লগত সম্পৰ্ক নাই। পুলিচে তাক বিচাৰি ফুৰিছে। মোৰ দেউতাক তাৰ দলে ভয় দেখুৱাই টকা বিচাৰিছে। তুমি আৰু' কিহৰ ফুটনি মাৰা?

প্ৰত্যুত্তৰত তপনে হাঁহি এটা মাৰিলে। এই হাঁহি বিষাদৰ নে উত্তেজনাৰ ধৰিব নোৱাৰিলেও তাৰ কপালত থুপ খোৱা বিন্দু বিন্দু ঘামৰ কণিকাবোৰে অজ্ঞাতে যেন বুজাই দিলে—বেদনাৰ সুগভীৰ অনুভৱ। তপনে বুজিলে যে প্ৰতিভাৰ সাহস ক্ৰমাৎ বাঢ়ি গৈছে। শাসনৰ সুৰত তপনে ক'লে, প্ৰতিভা, অসভ্যৰ দৰে টেটু ফালি চিঞৰি, সকলোকে শুনাই আমাৰ ঘৰখনৰ সম্পৰ্কে তুমি একোকে নকবা।

তুমিও মোৰ দেউতাৰ বিষয়ে একো নকবা। ময়ো সহ্য নকৰো। ...জোনমণিৰ দায়িত্ব অকল মোৰে নহয়, তোমাৰো। তুমি অকল অফিচ কৰি থাকিলেই নহয়, তাইক এজন বিশেষজ্ঞ চিকিৎসকক দেখুৱাৰ কথা মই তোমাক কৈ কৈ ভাগৰি গলো। তুমি এই বিষয়ত কোনো উৎসাহকে দেখুওৱা নাই।

মই এই বিষয়ত চিন্তা কৰা নাই বুলি নাভাবিবা। প্ৰয়োজন হ'লে তাইৰ বাহিৰলৈ লৈ যাব লাগিব। কিন্তু তুমি ঘৰত থকা সময়ত জোনমণিক লগ দিলে তাই বহুত সকাহ পাব। আমাৰ পুৰণি ঘৰত তাইক মায়ে চাইছিল, দেউতাই চাইছিল, লগত ফুৰাবলৈ নিছিল। ইয়াত বেচেৰী একেবাৰে অকলশৰীয়া। মই লক্ষ্য কৰিছো, তাইৰ এটা কমপ্লেক্স গঢ়ি উঠিছে। তাত থৈ আহিবলৈ দেউতাই কিমান ক'লে। তুমি কিন্তু নিদিলা। তাত থকাহেঁতেন জোনমণিয়ে বহুত ভাল কথা শিকিলেহেঁতেন। তুমিও ফ্ৰি হ'ব পাৰিলাহেঁতেন।

প্ৰতিভাই ক'ব খুজিছিল, তাইক আৰু জোনমণিক দেউতাক বিদ্যুৎ চৌধুৰীৰ ঘৰলৈ পঠাই দিলেই তপন নিশ্চিত হৈ সুখেৰে থাকিব পাৰিব। হয়তো এই পদক্ষেপ হ'ব ভৱিষ্যতৰ বাবে বিবাহ বিচ্ছেদৰ আগজাননী। কিন্তু বহুত ভাবিগুণী তাই নকলে।

প্ৰতিভাই কোনো উত্তৰ নিদিলে। হতাশা আৰু অতৃপ্তিৰ মাজেৰে তাই মনত পেলালে বিয়াৰ আগতে দেউতাক বিদ্যুৎ চৌধুৰীয়ে কোৱা এষাৰ কথা। কৈছিল,

তপনৰ লগত তাইৰ বিয়া হৈছে—এক এৰাব নোৱাৰা পৰিস্থিতিত। তপনৰ মাক-বাপেকৰ এই বিয়াত মত নাছিল। সকলো বাধা আওকাণ কৰি দেউতাকে বিয়াখন পাতি এটা সাম্ভাব্য বদনামৰ পৰা ৰক্ষা পৰিল। সেইবাবে তেওঁ প্ৰতিভাক দহাই দহাই কৈছিল, যি বিষক্রিয়া তাইৰ অন্তৰত সোমাই মাজে মাজে মানসিক অৱস্থা চঞ্চল কৰি তোলে, তাক কোনো ক্ষেত্ৰতে সুখৰ বিনিময়ত প্ৰাধান্য দিব নালাগে। সেইবাবে সুখ-সৌভাগ্যৰ মূল উৎস হৈছে স্বামী-প্ৰীতি অক্ষুণ্ণ ৰখা। ইয়াক সযত্নৰে পালন কৰিলে বিবাহিত জীৱনৰ দুখ, লাঞ্ছনা সহজে আঁতৰ কৰিব পাৰি। কথাখিনি ভাবি প্ৰতিভাই তপনৰ ভাষণৰ কোনো প্ৰত্যুত্তৰ নিদি লাহেকৈ বেডৰুমলৈ সোমাই গ'ল। খন্তেকৰ পিচতে তপনেও বাৰান্দাৰ দুৱাৰখন বন্ধ কৰি প্ৰতিভাক অনুসৰণ কৰিলে। কাপোৰ বদলাই পাইজামা-গেঞ্জি পিন্ধি চকুৱে-মুখে পানী মাৰি, পানী এগিলাচ লৈ শুকাই যোৱা ডিঙিটোৱেদি ঢালি দিলে, যাতে ক্লান্ত শৰীৰ আৰু মনটো স্থিৰ হৈ পৰে। লাহেকৈ বিচনাত বাগৰ দিলে। প্ৰতিভাই পিন্ধিযোৱা কাপোৰ সাজ জাপি থৈ লাইট নুমাই আঠুৱাখন খুচি তপনক সাবাট্ মাৰি ধৰি গাতে গা লগাই, বুকুত মূৰটো গুজি মৰম ভৰা কণ্ঠেৰে সুধিলে, "বেয়া পাইছা?" প্ৰতিভাৰ পিঠিত হাতখন থৈ তপনেও সুধিলে, "তোমালোকৰ পাৰ্টি কেনে হ'ল?" অন্ধকাৰৰ মাজেদি দুয়ো স্বামী-স্ত্ৰীয়ে ইজনৰ দেহাত আনজনৰ দেহা পেলাই শুভমিলনত পৰিণত হোৱা পৰম আনন্দ অনুভৱ কৰিলে। দুটা ব্যগ্ৰ দেহ বাহুবন্ধনত এক হৈ পৰিল। তেতিয়া ৰাতি দুটা বাজিছিল। দূৰৈত কুকুৰ কেইটামানৰ ভুক-ভুকনিয়ে ৰাতিৰ নিস্তব্দতা ভংগ কৰিছিল।



## ২২

পিচদিনা ৰবিবাৰ। বহুত পৰলৈকে শুই উঠাৰ পাছত তপনে অনুভৱ কৰিলে, সি যেন বহুত সকাহ পাইছে। প্ৰতিভা বাথৰুমত। চাহকাপ কাষৰ টিপয়খনত ঢাকি থৈ প্ৰতিভা কেতিয়া আহি গ'ল তপনে গম নাপালে। বিচনাতে ফিকাচাহ একাপ, নেমুটেঙা এচটা পেলাই সি খাই ভাল পায়। এই অভ্যাস বহুদিনৰ। আজিকালি অফিচবোৰটো গাখীৰ নিদিয়া, চেনী নথকা ফিকা চাহখোৱা এটা ৰীতিত পৰিণত হৈছে। কিয় এনে ৰীতি আহি নিয়মত পৰিণত হৈ পৰিছে, কোনেও সঠিক ব্যাখ্যা দিব নোৱাৰে। তপনৰ ঘৰত দেউতাক মাকহঁতে গাখীৰ চেনী নহ'লে চাহ নাখায়। মাকে চেনী অলপ সৰহকৈ লয়হে। "ডাইবেটিচ" প্ৰেচাৰ নাই। জন্মগত অভ্যাস এৰে কেনেকৈ? আনে ক'লেই হ'বনে?

প্ৰতিভাৰ লগত পৰি তাৰ আচৰণ-বিচৰণ বহুতো সলনি হৈ আহিছে। উপায়ো নাই, আপত্তিৰো থল নাই। ডাইনিংৰুম, বেডৰুম, বাথৰুমৰ সকলোৱে প্ৰতিভাৰ ৰুচি অনুযায়ী ন' ৰূপ লৈছে, জাক্-জমকতাৰ আৱৰণ পিন্ধিছে। ধৰ্মেশ্বৰ হাজৰিকাৰ পুৰণি ধৰণ-কৰণ তপনে লাহে লাহে এৰি পেলাইছে। প্ৰতিভাৰ লগত মনান্তৰ এৰাই চলিবলৈ যত্ন কৰা প্ৰত্যয় এটা নিয়াবলৈ সি চেষ্টাৰ কৃপণালি কৰা নাই। তপনে প্ৰতিভাৰ কথা ভাবিলে। জোনমণিও চাওঁতে চাওঁতে সাত বছৰত ভৰি দিলেহি। ইমান দিন প্ৰতিভাই সন্তানৰ জন্ম দিয়া আকাঙ্ক্ষা ব্যক্ত কৰা নাছিল। বান্ধৱীমহলত যেতিয়া তাইক সোধা হয়, "কিবা ভাল খবৰ আছেনে," প্ৰতিভাই বিৰক্ত অনুভৱ কৰে। ভাল খবৰ মানে কি অৰ্থ, তাই বুজি পায়। উত্তৰ নিদি, হাঁহি এটা মাৰি আঁতৰি অহাৰ বাহিৰে তাইৰ আন উপাই নাছিল। তাই কাৰোবাক কৈছিল, এইবোৰ সম্পূৰ্ণ ব্যক্তিগত বিষয়। আনে ভাবি বা চিন্তা কৰি লাভ নাই। বান্ধৱী যুতিকাৰ যুক্তি কিন্তু প্ৰতিভাই উলাই কৰিব নোৱাৰিছিল। যুতিকাই কৈছিল, জোনমণিৰ জন্ম বৃত্তান্তত... তপনৰ মনত যিথিনি অজানা সন্দেহ আছে, তাৰ সমাধানৰ একমাত্ৰ উপায় হৈছে, প্ৰতিভাই সন্তান এটাৰ জন্ম দিবলৈ কামনা কৰা। ইয়াৰ অভাৱত বিবাহিত জীৱনত নানা সমস্যা সৃষ্টি হ'ব পাৰে।

প্ৰতিভাই যুতিকাৰ যুক্তিত পতিয়ন গৈ তপনক কথাটো কৈছিল। তপনৰ মনত এটা সন্তানৰ আকাঙ্ক্ষা যে নাছিল তেনে নহয়। সিয়ো ভাবিছিল, সন্তান এটাৰ

প্ৰয়োজন সিহঁত দুয়োৰে মাজত নিতান্তই স্বাভাৱিক। প্ৰতিভাৰ জেদীমনত যেতিয়া এই প্ৰয়োজনে ঠাই পাইছে সেইটো তাৰবাবে পৰম সৌভাগ্যৰ কথা। সি প্ৰতিভাক বুকুত সাবটি, চুমা খাই আনন্দত কৈছিল, প্ৰতিভা, ইয়াতকৈ ভাল লগা কি কথা থাকিব পাৰে? তোমাৰ পৰাই যেতিয়া প্ৰস্তাৱটো আহিছে তাক মই অতি সাদৰেৰে মানি লৈছো। ভগৱানৰ কৃপাত আমাৰ তেনেকৈ অভাৱ নাই। মোৰ চাকৰিটো ভালেই। এতিয়া আমি এটা পুত্ৰ সন্তানৰ মুখ দেখিবলৈ পোৱা বৈবাহিক জীৱনৰ বাবে ভাগ্যৰ কথা। সন্তান-সন্ততি নাথাকিলে ঘৰখনত এটা ভাল আৰু সুখৰ পৰিবেশ গঢ়ি নুঠে। অৱশ্যে, জোনমণিৰ বিষয়টো বেলেগ...।

কিন্তু এটা প্ৰশ্নই তপনক বিচলিত কৰিছিল। সি আৰু প্ৰতিভাই পুত্ৰ সন্তান বিচাৰিছে ঠিকেই, স্বামী-স্ত্ৰীৰূপে সিহঁতে অনেক বছৰ ঘনিষ্ঠভাৱে সহবাস কৰিছে, বহুতো মধুযামিনী অতিবাহিত কৰিছে, মধুচন্দ্ৰিকা উপভোগ কৰিছে। প্ৰতিভা এই সময়খিনিৰ মাজতে সন্তান-প্ৰসৱা হ'ব লাগিছিল। কিন্তু হোৱা নাই, কোনো লক্ষণো দেখা নাই। তপনক তাৰ বন্ধু-বান্ধৱে প্ৰায়ে বিৰক্ত কৰি 'জন্মনিয়ন্ত্ৰণ কৰিছনে কি', 'ল'ৰা-ছোৱালী আৰু নালাগেনে কি'? আদি প্ৰশ্নবোৰ তুলি তাৰ মন অশান্তিময় কৰিছিল। তপনে প্ৰতিভাক এইবোৰ গুজবৰ কথা কৈ এগৰাকী স্ত্ৰীৰোগ বিশেষজ্ঞৰ পৰামৰ্শ ল'বলৈ সিদ্ধান্ত ললে। প্ৰতিভা প্ৰথমতে মান্তি হোৱা নাছিল, দুৰ্ঘোৰ আপত্তি কৰিছিল। চেষ্টা-চৰিত্ৰ কৰিও সন্তানৰ মুখ নেদেখাৰ দুৰ্ভাগ্যৰ কথা ভাৱি অৱশেষত দুয়ো সন্তানহীনতাৰ কাৰণ জানিবলৈ কোনোবা ডাক্তৰৰ পৰামৰ্শ ল'বলৈ স্থিৰ কৰিলে।

বিচনাখনত বহুত সময় পৰি থাকি তপনে এই সমস্যাটোৰ কথাকে ভাবি আছিল। কি কৰা যায়, কাক দেখুৱালে ভাল হ'ব? অসমৰ বাহিৰলৈকে যাবনে কি? তাৰ ডাক্তৰ বন্ধু জ্যোতি প্ৰসাদে কৈছিল, এইক্ষেত্ৰত মোম্বাই (বম্বে) আৰু চেন্নাইত (মাদ্ৰাজ) অত্যাধুনিক ক্লিনিক প্ৰতিষ্ঠা হৈছে। বিশেষ চিকিৎসাৰ সুবিধা আছে। অৱশ্যে খৰছো যথেষ্ট বেছি। তাঁলৈ যাব পাৰিলে সন্তানহীনতাৰ কাৰণ আৰু ইয়াৰ প্ৰতিকাৰ—নানা পৰীক্ষাৰ মাজেদি সমাধান হোৱাৰ সুবিধা আছে। তপন এটা দোধোৰ-মোধোৰ অৱস্থাত পৰা দেখি প্ৰতিভাই এটা মিছিকিয়াই হাঁহি মাৰি কৈছিল, ভাৱিবৰ কি আছে? আজিকালি এনেবোৰ সমস্যা অনেকৰে আছে। তুমি পইচাৰ কথা চিন্তা নকৰিবা। মই মেনেইজ কৰিম। আমি বহুতদিন ফুৰিবলৈ যোৱাই নাই। বলা, ফুৰি আহো, লগতে সুবিধা বুজি দেখুৱাই আহো। হৈ-চৈ, ভৱা-

চিন্তাৰ কাৰণ নাই। তুমি ছুটিৰ বাবে দৰখাস্ত দিয়া। এমাহমান ফুৰি-মেলি আহিলে মন ভাল লাগিব, শৰীৰো উন্নত হ'ব। মই ভাবো, বৰ্তমান পৰিস্থিতিত এটা চেইঞ্জ নিতান্ত প্ৰয়োজন।

জোনমণিক কি কৰিবা, লৈ যাবা নে থৈ যাবা? তপনে সুধিলে।

মোৰ বোধেৰে দেউতা-মাহঁতৰ তাতে এতিয়া থৈ যাওঁ, আমাৰ সুবিধা হ'ব।

কিন্তু প্ৰতিভা, জোনমণিৰ গা'টো দিনকদিনে বেয়া হৈ আহিছে। তাই কিমান খিনাইছে মন কৰিছানে? ... মই এটা কথা ভাবিছো। দেউতায়ো বহুতদিনৰ পৰা কৈ আছে। আমি বাহিৰলৈ যোৱাৰ আগতে এবাৰ এজন ভাল ডাক্তৰক তাইক দেখুৱাই লওঁ। প্ৰয়োজন হ'লে তাইকো লৈ যাওঁ। তাইৰো এটা চিকিৎসা হৈ যাব, আমাৰ মনৰ পৰা এটা আশংকা আঁতৰ হ'ব। তুমি কি কোৱা?

প্ৰতিভাই আপত্তি নকৰিলে। তপনৰ লগত একান্ত ঘনিষ্ঠ আৰু নিবিড় হ'বলৈ তাই যত্ন কৰিছে। মান-অভিমানৰ কুঁৱলি আঁতৰ হৈ স্বামী-স্ত্ৰীৰ মাজত স্নেহ, ভালপোৱা আৰু বিশ্বাসৰ পৰম সত্য আজি যেন পৰিষ্কাৰ হ'ব খুজিছে। দুয়ো যেন দুয়োৰে জীৱনক সুন্দৰকৈ গঢ় দিয়াত আগ্ৰহী! জোনমণিক কেন্দ্ৰ কৰি সিহঁতৰ মাজত যি সন্দেহৰ ছায়াই ভয়ংকৰ ৰূপ ধাৰণ কৰিছে, দুয়োৰে মাজত যি মনোমালিন্যই ঠাই পাইছে, যাৰ ফলত প্ৰতিভাৰ নাৰীমনটো চঞ্চল আৰু বিক্ষুব্ধ কৰিছে—তাৰ এটা মীমাংসা যদি বিচাৰি পোৱা যায়, তাত আপত্তি কৰাৰ প্ৰশ্ন নুঠে। প্ৰতিভাৰ বাৰে বাৰে মনত দুখ হৈছিল—জোনমণিৰ প্ৰতি তাই কম ভুল কৰা নাই, কম নিৰ্দয় ব্যৱহাৰ কৰা নাই! এই ভুল ভাঙিবৰ প্ৰয়োজন, নিৰ্দয়তা আঁতৰাবৰ প্ৰয়োজন। প্ৰতিভাৰ নাৰীহৃদয়ৰ মমত্ববোধ নিমিষতে উজ্জীৱিত হৈ পৰিল। তপনে লক্ষ্য কৰিলে, প্ৰতিভাই কান্দিছে, মনত যেন খুউব কষ্ট পাইছে।



## ২৩

চিন্তাৰ প্ৰবাহ অকল প্ৰতিভাৰ মাজতে আবদ্ধ নাছিল। তপনকো চিন্তাৰ প্ৰবাহে আন্দোলনৰ জোকাৰ মাৰি তাৰ সুখ-দুখ, যাতনা-ভাবনা সকলো একেলগে প্ৰবাহিত কৰিছিল। অশান্ত হৈ উঠিছিল তাৰ প্ৰাণচঞ্চল মনটো। সন্তানহীনতাৰ যন্ত্ৰণাদায়ক চিন্তা, জোনমণিৰ বিকাৰগ্ৰস্থ অৱস্থাটোৰ দুখজনক বিষণ্ণ বেদনা। প্ৰতিভাই দুয়োটা পাৰিবাৰিক সমস্যা আজি অন্তৰেৰে হৃদয়ংগম কৰা দেখি তপন আশ্বস্ত হৈছিল আৰু স্থিৰ কৰিছিল অযথা বিলম্ব নকৰি প্ৰথমতে এজন বিশেষজ্ঞ চিকিৎসকৰ তালৈ গৈ জোনমণিক দেখুৱাই লোৱা।

এদিন বিদ্যুৎ চৌধুৰীয়ে প্ৰতিভাক কৈছিল যে তেওঁৰ এজন ডাক্তৰ বন্ধু আছে। বিলাত ফেৰত নামকৰা শিশু বিশেষজ্ঞ লগতে মনোবিজ্ঞানী ডাক্তৰ। জোনমণিক তেওঁক দেখুৱাব পাৰিলে বেয়া নহয়। কথাটো প্ৰতিভাৰ মনত পৰিল। এদিন ঘৰলৈ গৈ দেউতাক বিদ্যুৎ চৌধুৰীক মনৰ সকলো কথা কৈ পৰামৰ্শ বিচাৰিলে। দেউতাকে প্ৰতিভাৰ দুশ্চিন্তা বুজি ক'লে, তই এতিয়াহে সমস্যাটো গুৰুত্ব সহকাৰে লৈছ', যদিও কাহানিবাই ছোৱালীজনীক মই কোৱা ডাক্তৰজনক দেখুৱাব পাৰিলেহেঁতেন। তপনৰ আত্মসন্মানত লাগিল, মোৰ পৰামৰ্শৰ কিহৰ প্ৰয়োজন?

পাপা, সেইবোৰ যোৱা কথা বাদ দিয়া। আমাৰ দুয়োৰে মাজত যি ভুল বুজাবুজি আছিল, নোহোৱা হৈছে। আমি দুয়ো বিচাৰিছো—জোনমণি সুস্থ-সবল হৈ উঠক। তুমি ডাক্তৰজনৰ লগত এটা এপইণ্টমেণ্ট্ লৈ দিয়া। আমি তাইক দেখুৱাই আহো।

বিদ্যুৎ চৌধুৰীয়ে টেলিফোন গাইডখন লুটিয়াই মেলি চাই ফোন এটা উলিয়াই এজনৰ লগত কথা পাতিলে। ফোনটো থৈ জীয়েকক ক'লে, এপইণ্টমেণ্ট্ হৈছে, সোমবাৰে আবেলি চাৰি বজাত। তই আৰু তপনে জোনমণিকলৈ ডাক্তৰৰ ক্লিনিকলৈ নিবি। ৰিছেপশ্যনত মোৰ কথা কৈ ডাক্তৰক দেখা কৰিবি। ডাক্তৰ বৰ ব্যস্ত মানুহ। মোক অৱশ্যে ৰিফিউজ্ নকৰে।

ডাক্তৰৰ নামটো দেখোন নকলা। চেম্বাৰটো ক'ত? বিদ্যুৎ চৌধুৰীয়ে চিগাৰটো জ্বলাই হাঁহি এটা মাৰি ক'লে, আচল কথাকে কোৱা নাই। আজিকালি বেগেতে কথাবোৰ পাহৰি যাওঁ। ডাক্তৰৰ নাম বিষ্ণুকিংকৰ বৰুৱা। আমাৰ বয়সৰে হ'ব। ক্লাবলৈ আহিলে লগ পাওঁ। কেতিয়াবাহে আহে। চেম্বাৰ পাণবজাৰত। কথাসাৰ কৈ বিদ্যুৎ চৌধুৰীয়ে নিজৰ কাৰ্ড এখন দিলে, পিচফালে ডাক্তৰৰ নাম আৰু

টেলিফোন নম্বৰটো লিখি প্ৰতিভাক ভালকৈ দেখুৱাবলৈ উপদেশ দিলে, ক'লে, দৰকাৰ যেন হ'লে মোৰ গাড়ীখন লৈ যাবি। অ' ডাক্তৰে কি ক'লে মোক জনাবি। প্ৰতিভাই শলাগি দেউতাকক ক'লে, "পাপা, তুমি দেখিছো ড্ৰিংস্কচ্ বেছিকৈ কৰিবলৈ ধৰিছা। বেছি নাখাবা পাপা, তোমাৰ শৰীৰ দুৰ্বল যেন দেখিছো।" বিদ্যুৎ চৌধুৰীয়ে স্বীকাৰ কৰিব নুখুজিলেও জীয়েকৰ দুশ্চিন্তাৰ কাৰণ কি, সেইটো ধৰিব পাৰিছিল। বুদ্ধিৰ দোষত, ভাগ্যৰ অভিশাপত তেওঁ জীৱনত বহুতো ভুল কৰিলে, নকৰিবলগীয়া কাম কৰিলে। জীৱনত ধন-সম্পদ বহুতো কৰিলে। কিন্তু সুখ নাপালে। ভাগ্য বিৰূপ হ'ল বাবে তেওঁ হৈ পৰিল এজন অসুখী মানুহ। দুৰ্ভাগ্যই ঘা দিলে ঠিক জাগাতে। আজি বয়স বাঢ়ি অহাৰ লগে লগে তেওঁৰ মনোবল নোহোৱা হৈছে। সেয়েহে ডাক্তৰে মানাকৰা স্বত্বেও তেওঁ মদ খাবলৈ এৰা নাই, এৰিব পৰা নাই। বৰং জীয়েকে কোৱাৰ দৰে মাত্ৰাধিক মদ-পান হৈছে তেওঁৰ দৈনন্দিন অভ্যাস। প্ৰতিভাই কৈছিল, "পাপা, তুমি মোক মৰম কৰা, মই জানো। তেন্তে তুমি মোৰ কথা কিয় নাৰাখা? মই কৈছো নহয়, ইমান মদ নাখাবা....।"

নিৰ্দ্ধাৰিত সময়সূচী অনুযায়ী তপন আৰু প্ৰতিভাই জোনমণিক লৈ ড° বিষ্ণুকিংকৰ বৰুৱাৰ চেম্বাৰত উপস্থিত হ'ল। আগতীয়া এপইণ্টমেণ্ট্ থকাৰ বাবে নাৰ্চ এগৰাকী আহি তপনহঁতক ভিতৰলৈ লৈ গ'ল। দুয়ো লক্ষ্য কৰিলে, ডাক্তৰ বৰুৱা ব্যক্তিত্বভৰা এজন আকৰ্ষণীয় ব্যক্তি। ষাঠি বছৰ মান বয়সৰ এই ব্যক্তিজনক দেখিয়েই সিহঁতৰ বিশ্বাস জন্মিল যে সঠিক স্থানলৈকে সিহঁতে জোনমণিক দেখুৱাবলৈ আনিছে। বাহিৰত অপেক্ষাৰত ৰোগীৰ সংখ্যা দেখি অনুমান হ'ল—ডাক্তৰজন চিকিৎসকৰূপে সু-প্ৰসিদ্ধ।

ড° বৰুৱাই এঘণ্টা ধৰি একান্ত মনে তপন আৰু প্ৰতিভাৰ মুখৰ পৰা ফেমিলি ইতিবৃত্ত ললে, জোনমণিক মৰমেৰে কাষত বহুৱাই পৰীক্ষা কৰিলে। সেইদিনা সিমানতে তপনহঁতক বিদায় দি চাৰিদিনৰ মূৰত আকৌ আহিবলৈ পৰামৰ্শ দি সময় বান্ধি ডাক্তৰে দুই এটা বাহিৰা কথা পাতি বিদ্যুৎ চৌধুৰীৰ লগত থকা তেওঁৰ সৌহাদ্যপূৰ্ণ সম্পৰ্ক ব্যক্ত কৰিলে। আঠদিন ধৰি এনেদৰে তপনহঁত আহিবলগা হ'ল। এই সময়ছোৱাতে সিহঁতৰ ড° বৰুৱাৰ লগত ঘনিষ্ঠতা বাঢ়িল, ঠিক যেন এজন অতিকে আপোন মানুহ আৰু শুভাকাঙ্ক্ষী বুলি ভাব উদয় হ'ল। জোনমণিয়েও যেন এটা মৰমসনা পৰিবেশ পাই ঘৰুৱা হৈ পৰিল। ন'দিনৰ দিনা ডাক্তৰ বৰুৱাই অকল তপন আৰু প্ৰতিভাক আহিবলৈ কৈ দুয়োকে কাষত বহুৱাই তেওঁৰ পৰীক্ষাৰ ফলাফল বৰ্ণনা কৰিলে। তেওঁ তপন আৰু প্ৰতিভাক

নিসংকোচেৰে সিহঁতৰ পাৰিবাৰিক জীৱনৰ কিছুমান প্ৰয়োজনীয় তথ্য জানিব খুজিলে। ডাক্তৰ বৰুৱাই ক'লে,

জোনমণিৰ বিষয়টো কৌতুহলপূৰ্ণ, লগতে জটিলো। যোৱা আঠদিন ধৰি তাইৰ গতি-গোত্ৰ লক্ষ্য কৰিছো, লেবৰেটাৰি পৰীক্ষা কৰিছো। এতিয়া তোমালোকে মোক সকলো খুলি কোৱা।...জোনমণিৰ জন্ম যেতিয়া তোমালোকৰ বিয়াৰ কেইমাহমানৰ পাছতে হ'ল, মানে, স্বাভাৱিক সময়ৰ বহুত আগতে, তেতিয়া তোমালোকৰ ঘৰখনত এটা সন্দেহৰ লগতে বিষাদৰ ছাঁ পৰিছিল। নহয়নে?

আপুনি ইতিমধ্যে সকলো কথা ধৰিব পাৰিছে ডাক্তৰ আংকোল। প্ৰতিভাই উত্তৰ দি তলমূৰ কৰিলে।

এনে এটা সংকোচপূৰ্ণ বিষয়ত পাৰিবাৰিক সমস্যাই যথেষ্ট প্ৰভাৱ পেলায়। হয়, ইতিমধ্যে বহুতো তথ্য মোৰ সমীক্ষাত পোহৰলৈ আহিছে। সেইবোৰ মই ৰেকৰ্ড কৰিছো। বাৰু তপন, তুমি কোৱাছোন, তোমাৰ দেউতা ধৰ্মেশ্বৰ হাজৰিকা এজন সাধাৰণ আৰ্জনৰ স্কুল মাষ্টৰ। অৱস্থাপন্ন বুলিব নোৱাৰি। তুমি কি পৰিস্থিতিত ধনী ব্যৱসায়ী বিদ্যুৎ চৌধুৰীৰ একমাত্ৰ কন্যা প্ৰতিভাৰ সংস্পৰ্শলৈ আহিলা, আৰু তেওঁক হঠাৎ বিয়া কৰাই পেলালা। মই ধৰি লৈছো এই সংযোগ বেছি দিনৰ নহয়।

তপনে উত্তৰত কৈছিল যে প্ৰতিভাৰ লগত তেওঁৰ পৰিচয় বেছিদিনৰ নহয়, সঁচা। কিন্তু কেনেকৈ এই পৰিচয় ইমান ঘনিষ্ঠ হৈ পৰিল তাক কোৱা সম্ভৱ নহয়। অৱশ্যে প্ৰতিভাক বিয়া কৰোৱা সিদ্ধান্তটো সি নিজে লৈছিল, ইয়াত মাক-বাপেকৰ সমূলি মত নাছিল। দেউতাকৰ যুক্তি আছিল, তপন হৈছে সাধাৰণ অৱস্থাৰ ডেকাল'ৰা। আৰ্থিকভাৱে সচ্ছল নহয়। সদা-সৰ্বদা অভাৱ লাগি আছে। এনে এটা অৱস্থা জানিশুনিও ঘৰখনৰ ডাঙৰ ল'ৰা হিচাপে সি বিদ্যুৎ চৌধুৰীৰ দৰে আঢ্যৱন্ত লোকৰ ছোৱালীক বিয়া কৰোৱাটো অশোভনীয়। দেউতাকে কৈছিল, ভাৱমুগ্ধ হৈ এনে এটা সিদ্ধান্ত লৈ পেলোৱাটো ঘৰখনৰ বাবেই অমংগলদায়ক। দেউতাকৰ যুক্তিত সি পতিয়ন যাব পৰা নাছিল। প্ৰতিভায়ো লগতে হয়ভৰ দি ডাক্তৰক কৈছিল, "এওঁক কিন্তু মই ভাল পায়েই বিয়া কৰাবলৈ জেদ ধৰিছিলো....."

সেই বিষয়ে মই নিশ্চিন্ত। কিন্তু মোৰ প্ৰব্লেমটো হৈছে জোনমণিক লৈহে। বাৰু প্ৰতিভা, তোমাৰ শহুৰ ধৰ্মেশ্বৰ হাজৰিকাই ডায়েৰি লিখে, সেইকথা তুমি হয়তো জানা?

উত্তৰ দি তপনে ডাক্তৰক জনালে যে দেউতাকে ডায়েৰি লিখা অভ্যাস বহুদিনৰ। ঘৰখনৰ আটায়ে এই কথাটো জানে।

ডাক্তৰে নোটবুকটো উলিয়াই ললে। ক'লে, জোনমণিৰ সংক্ৰান্তত তেওঁ কেইদিনমানৰ আগতে ধৰ্মেশ্বৰ হাজৰিকাৰ লগত কেইটামান বিষয়ক কেন্দ্ৰ কৰি আলোচনা কৰিছিল। হাজৰিকাই ছয় বছৰৰ আগৰ ডায়েৰি এখন উলিয়াই তাৰ পাত এখিলা মোক পঢ়ি শুনাইছিল। কি লিখা আছিল সেইখিনি ডাক্তৰে তেওঁৰ নোটবুকৰ পৰা পঢ়ি দিলে,

"বিদ্যুৎ চৌধুৰীৰ চিঠিখন আজি পাইছো। চিঠিখন হৃদয়বিদাৰক আৰু যন্ত্ৰণাদায়ক। তাত বিদ্যুৎ চৌধুৰীয়ে জনাইছে, "তপনে প্ৰতিভাৰ লগত বিয়াৰ বহু পূৰ্বৰে পৰা মিলা-প্ৰীতি কৰাৰ, ফুৰা-চকা কৰাৰ অবাধ সুবিধা লৈছিল। কেতিয়াবা সিহঁত কেইবাদিনো ধৰি বাহিৰলৈ ফুৰিবলৈ গৈছিল। মই বাধা দিয়া নাছিলো। কাৰণ, প্ৰতিভাৰ বাবে তপনকে মই উপযুক্ত ল'ৰা বুলি বিবেচনা কৰিছিলো। ... প্ৰতিভা যে বিয়াৰ সময়ত সন্তান সম্ভৱা সেই বিষয়ে মোক ডাক্তৰে জনাইছিল আৰু যিমান পাৰে শীঘ্ৰে বিয়াখন পাতিদিবলৈ পৰামৰ্শ দিছিল।" বিদ্যুৎ চৌধুৰীয়ে চিঠিখনত পুনৰ জনাইছিল যে প্ৰতিভাৰ যি সন্তানৰ কথা এতিয়া প্ৰকাশ পাইছে, সেই সন্তান অবৈধ নহয়। সেই সন্তানৰ জন্মদাতা তপনেই, আন নহয়। "এই সত্য অস্বীকাৰ কৰিবলৈ নাযাব। বিপদ আপোনাৰ পৰিয়ালৰে হ'ব।"

হাজৰিকাই অন্য পৃষ্ঠাত লিখিছে, "তপনক কথাটো সুধিছিলো। সি উত্তৰ দিয়া নাছিল। কিন্তু এই সৰ্বনাশ সি নিজে কৰা নাছিল বুলি এক প্ৰতিক্ৰিয়া প্ৰকাশ কৰি ঘৰৰ পৰা ওলাই গৈছিল। সেই দিনা ৰাতি সি আৰু প্ৰতিভাই কমত আবদ্ধ হৈ বহুপৰলৈকে তৰ্কাতৰ্কি কৰা, কন্দা-কটা কৰা শুনি মই আৰু মনোৰমা এক আতংকৰ মাজত ৰাতিটো পাৰ কৰিছিলো। পিচদিনা তপনে এখন টেক্সী মাতি আনি প্ৰতিভাক বাপেকৰ ঘৰত থৈ আহিলগৈ। আমি ততকে ধৰিব নোৱাৰিলো। কলৈ গ'ল কিয় গ'ল? পাছত অৱশ্যে কথাটো গম পালো। তপনে বোধকৰো যি মানসিক আঘাত পালে তাৰপৰা খন্তেকলৈ হ'লেও কিছু সকাহ পাবলৈ প্ৰতিভাক থৈ আহিল গৈ।"

তপনৰ প্ৰতিক্ৰিয়া কি ডাক্তৰে প্ৰশ্ন কৰিলত সি ক'লে,

এটা বিব্ৰত আৰু লজ্জাজনক পৰিস্থিতিৰ পৰা মুক্ত হ'বলৈ আমি, বিশেষকৈ প্ৰতিভাই এবৰশ্যানৰ জোৰ দিছিল। আমি যে চেষ্টা কৰা নাছিলো এনে নহয়। বহুতো অসুবিধা ওলাল, কম্প্লিকেছি ধৰা পৰিল। ডাক্তৰে আগবাঢ়িবলৈ নিষেধ কৰিলে।

প্ৰতিভাই ক'লে, নানা কথা ওলাল। বিশেষকৈ শহুৰৰ ঘৰত মই ভাল ব্যৱহাৰ

নাপাম বুলি ভয় কৰিয়েই মই দেউতাৰ ঘৰতে সোমাই আছিলো। ইতিমধ্যে নার্চিংহোমত ভর্তি হলো, জোনমণি উপজিল।

দেউতাৰ লগত থকাৰ পাছত দেউতা আৰু শহুৰে আলোচনা কৰি যেতিয়া মোক আৰু জোনমণিক তপনহঁতৰ ঘৰলৈ আনিলে, তেতিয়া মোৰ মানসিক অৱস্থা কেনে আছিল তাক মই ক'ব নোখোজো। কিন্তু মোৰ এটা অনুভৱ হ'ল। সকলোৱে যেন মোক আৰু জোনমণিক ভাল চকুৰে চোৱা নাই। কিন্তু এই অনুভৱ যে সন্দেহৰ এখন মায়াজাল তাক তপনে মোক বুজাবলৈ যত্ন কৰিছিল।

সেইটো একো অস্বাভাৱিক কথা নহয়। অৱচেতন মনত যি সন্দেহে ঠাই পাইছিল, সেই সন্দেহে হাজৰিকা পৰিয়ালৰ সকলোৰে মন কিহবাৰ আশংকাত বিচলিত কৰিছিল। এজন মনোবিজ্ঞানী হিচাপে এই ধাৰণা মই দৃঢ়তাৰে ক'ব পাৰো।

তপনে ডাক্তৰক কৈছিল, ছয়বছৰ কাল মোৰবাবে আছিল অতিশয় বেদনাদায়ক। মই মাজে মাজে প্ৰতিভাক লগ পাবলৈ তেওঁলোকৰ ঘৰলৈ গৈছিলো। প্ৰতিভাক ডাইভোৰ্চ কৰাৰ কথাও যে মোৰ মনলৈ অহা নাছিল, এনে নহয়। সকলোৱে সন্দেহ কৰিছিল। জোনমণিৰ জন্মক সহজে গ্ৰহণ কৰিবলৈ যেন সকলোৱে ইতস্ততঃ কৰিছে! এই দুশ্চিন্তাই মোক খুলি খুলি খাইছিল। কিন্তু দেউতাই মোৰ মনৰ অশান্তি বুজি সমস্যাটো জটিল নকৰিবলৈ বুজনি দিছিল। দেউতাই প্ৰতিভাক আনিবৰ বাবে জোৰ কৰিলে, মোক বহুত বুজালে। মই দেউতাৰ মতৰ বিৰুদ্ধে যাবলৈ ভাল নাপালো। অৱশেষত মই মাভি হলত প্ৰতিভাক লৈ অহা হ'ল। লগত আহিল—জোনমণি, মোৰ তথাকথিত সন্তান। ডাক্তৰে তপন আৰু প্ৰতিভাক কৈছিল, জোনমণিৰ গাত দোষ কি? এটি পৱিত্ৰ দেৱশিশুৰ দৰে তাই তোমালোকৰ মাজলৈ আহিছিল। বাৰু কোৱাছোন প্ৰতিভা, জোনমণিৰ লগত তোমাৰ সম্বন্ধ কেনে ধৰণৰ আছিল? কিবা উল্লেখ কৰিব লগা ঘটনা তোমাৰ মনত পৰেনে?

শহুৰৰ ঘৰৰ পৰা ভাড়াঘৰলৈ অহাৰ পিচদিনাৰ এটা ঘটনা। তপন আৰু মোৰ মাজত দেউতাক কেন্দ্ৰ কৰি এটা অস্বস্তিকৰ বাক্-বিতণ্ডা চলিছিল। তপনে মোৰ দেউতাক নীচ বুলি গালি পাৰিছিল। এই কথা মই সহ্য কৰিব পৰা নাছিলো। ...আমি তৰ্কাতৰ্কি কৰি থকাৰ সময়ত ড্ৰয়িংৰুমৰ এচুকত জোনমণি ঠিয় হৈ আছিল। মই অৱশ্যে লক্ষ্য কৰা নাছিলো, কোন সময়ত যে তাই আহি সেই ঠাইত উপস্থিত হৈছিল, মই মনকৰা নাছিলো। তপনে কিতাপ এখন পঢ়ি আছিল। তেৱোঁ বোধকৰো জোনমণি অহাটো গম পোৱা নাছিল। তপনে খঙেৰে কিতাপখন দলি মাৰি পেলাই মোক কৈছিল, 'প্ৰতিভা, জোনমণি আমাৰ পৰিয়ালৰ ছোৱালী নহয়। তাইৰ লগত

আমাৰ তেজ-মঙহৰ সম্পৰ্ক নাই। তাইক আমি মাত্ৰ 'এডাপ্ট' কৰিছো, তুলি লৈছো —এটা অপবাদ ঢাকিবলৈ। ... তপন অতি কঠোৰ আৰু নিৰ্দয় নহ'লে এনে হৃদয়হীন কথা কেতিয়াও নক'লেহেঁতেন। মই যেন নিঃশেষ হৈ যাম! এটা তীব্ৰ প্ৰতিহিংসাত মোৰ মনটো দপ্‌দপকৈ জ্বলি উঠিল। মই হঠাৎ দেখিলো, মোৰ সমুখত ঠিয় দি ৰৈ আছে জোনমণি—নিথৰ, নিৰ্বাক, নিস্তব্ধ, এটা হিউমেন বডি! মই টেবুলত থকা চিগাৰেটৰ এছট্ৰেটো তাইৰ গালৈ দলি মাৰি দিলো। তাই এটা বিকট, ভয়লগা চিঞৰ মাৰি দৌৰ মাৰিলে। মই তাইক খেদি গলো। তাই দৌৰি গৈ বিচনাখনৰ তলত সোমাল। এনেতে গম পালো মোৰ পিঠিৰ ওপৰত এখন হাত। ঘূৰি চাই দেখিলো তপন। এক প্ৰবল বাধা মই অনুভৱ কৰিলো। .... সেইদিনা ৰাতি বহুত পৰলৈকে জোনমণিয়ে উচুপি উচুপি কান্দিছিল, ময়ো ৰব নোৱাৰি, তাইক সাবটি ধৰি খুউব কান্দিছিলো। মোৰ স্পষ্ট মনত আছে।'

'সেইদিনা মোৰ অন্তৰত এক ধুমুহা বৈছিল। গোটেই ৰাতি বাহিৰৰ বাৰান্দাত বহি চিগাৰেটৰ পাছত চিগাৰেট খাই মই মোৰ অভিশপ্ত জীৱনৰ ব্যৰ্থতাৰ বিষয়ে চিন্তা কৰিছিলো। ভাবিছিলো—জোনমণিৰ কথা। তাইৰ প্ৰতি কৰা অন্যায় ব্যৱহাৰৰ বাবে মই অনুতপ্ত হৈছিলো; প্ৰতিভাৰ স্বভাৱটো মোৰ জনা আছিল। তেওঁ আছিল আত্মাভিমানী। অত্যন্ত জেদী, তৰ্কপ্ৰিয় আৰু দাম্ভিক। এমটেক্ সুখ্যাতিৰে পাছ কৰিও দুবছৰ বহি থাকোতে প্ৰতিভাৰ দেউতাকে মোক ক'ম্পানী এটাত সুমাই দিছিল।' তপনে বেজাৰেৰে কথাখিনি কৈ তলমূৰ কৰিলে।

ডাক্তৰ বৰুৱাই ক'লে, 'এই দুৰ্বলতাৰ সুযোগ ললে প্ৰতিভাৰ দেউতাকে। তোমাৰ নিষ্কৰ্মা জীৱনৰ অন্ত পেলাবলৈ তেওঁ কোম্পানীৰ চাকৰি এটা যোগাৰ কৰি তোমাৰ এটা উপকাৰ কৰিলে আৰু তাৰ বিনিময়ত তেওঁ তোমালৈ জীয়েকক বিয়া দি এটা আশা পূৰণ কৰিলে।' ডাক্তৰে মুহূৰ্তকাল নিঃশব্দে তপন আৰু প্ৰতিভাৰ মুখৰ ফালে চাই আকৌ ক'লে, 'প্ৰতিভাই তোমাক এই উপকাৰৰ কথা সঘনাই স্মৰণ কৰাই দিয়াত দুয়োৰ মাজত সন্মানৰ প্ৰশ্ন উঠিছিল। তপনে বিৰক্ত হৈ প্ৰতিভাৰ মনত কষ্ট দিবলৈ বাপেকৰ প্ৰতি কটু-মন্তব্য প্ৰকাশ কৰিছিল।'

'হয়, আপুনি যি কৈছে, সেইয়া হয়তো সঁচা।' তপনে শলাগি উত্তৰ দিলে। ক'লে, 'প্ৰতিভাৰ অহংকাৰে মোৰ মনটো বিৰক্তিৰে ওপচাই পেলাইছিল। কিন্তু মই ভাবিছিলো—স্বামী-স্ত্ৰীৰ মাজত খকা-খুন্দা লাগেই। ভাল হৈ যাব। মই বহুতো সহ্য কৰিছিলো। পৰাপক্ষত প্ৰতিভাৰ লগত মিলি-জুলি থাকিবলৈকে মই যত্ন কৰিছিলো। তেওঁৰ বাবেই মই আমাৰ নিজৰ ঘৰ এৰি, দেউতা-মা, ভাই-ভনীক

এৰি ভাড়াঘৰলৈ গুছি আহিলো। বিশ্বাস কৰক ডাক্তৰ, প্ৰতিভাৰ মন পাবলৈ মই বহুতো নকৰিবলগীয়া কাম কৰিছিলো। নিজৰ আপত্তি দমন কৰিছিলো...'

প্ৰতিভাই তপনৰ মুখলৈ চালে। ক'লে, 'কোবা-ৰলা কিয়?' প্ৰতিভাৰ কথাত তপনৰ চকুৰ দৃষ্টি সহজ হৈ পৰিল। অলপ অপেক্ষা কৰি আৰম্ভ কৰিলে। 'দেউতা-মাইতৰ লগত থাকি এটা ঘৰুৱা পৰিৱেশ পাইছিলো। এটা পুৰাতন সদাচাৰ মানি চলিছিলো। নতুন ভাড়াঘৰলৈ আহি সেই সদাচাৰ যেন হেৰুৱাই পেলালো। প্ৰতিভাই বে-পৰোৱা ভাৱে ক্লাব, মেল-মিটিং, পাৰ্টি, নিজ ইচ্ছামতে সাজ-পাৰ, বিলাসিতা ইত্যাদিত সদায় ব্যস্ত থাকিবলৈ আৰম্ভ কৰিলে। নিজৰ খেয়াল মতে খৰছ কৰি বন্ধু-বান্ধৱীক আপ্যায়িত কৰিবলৈ ধৰিলে। কোনো বান্ধোন যেন নোহোৱা হ'ল আমাৰ মাজত। প্ৰতিভাৰ অভিযোগ শুনি শুনি মই অতিষ্ঠ হৈছিলো। মোৰদৰে এজন সাধাৰণ অফিচাৰৰ স্ত্ৰী হোৱাৰ বাবে তেওঁৰ হেনো দুৰ্ভাগ্যৰ সীমা নোহোৱা হৈছে, ইত্যাদি ইত্যাদি।'

ডাক্তৰ বৰুৱাই কিছু সময় ভাবিলে। তেওঁৰ 'ডাটা বেংক'ত এনে ধৰণৰ কেছ হিষ্টৰি ৰেকৰ্ড কৰা আছে। আগতেও তেওঁ এনে ধৰণৰ মানসিকভাৱে হতাশাগ্ৰস্থ নৱ-বিবাহিতা দম্পতীৰ পাৰিবাৰিক সমস্যা সমাধানৰ বাবে চিকিৎসা কৰিছে। ভাল ফলো লাভ কৰিছে। এটা কথাত তেওঁ প্ৰত্যয় গৈছে যে প্ৰেমত পৰি বিয়া কৰাই সংসাৰ চলাবলৈ যাওঁতে অনেক নৱদম্পতী বেছি দূৰ আগুৱাব নোৱাৰে। সৰু সৰু তুচ্ছ ঘটনাক কেন্দ্ৰ কৰি তেওঁলোকৰ মাজত মতান্তৰ আৰম্ভ হয়। কোনেও নিজৰ দাবী এৰি দিব নোখোজে। কিন্তু, সকলো সময়তে ভাবপ্ৰৱণতা বা আৱেগৰ ওপৰত নিৰ্ভৰ কৰা অযুগুত। বাস্তৱ জগতখন বৰ কুটিল। বিপৰ্যস্ত মনটোক সংযত অৱস্থাত ৰাখিব পৰাটোহে বুদ্ধিমানৰ কাম। ব্যঞ্জনত যেনেকৈ নিমখ অপৰিহাৰ্য, ঠিক তেনেকৈ সংসাৰ এখন চলাবলৈ ৰসিকতা আৰু সহানুভূতিৰ নিতান্ত প্ৰয়োজন। ঘৃণা, তিৰস্কাৰ, ৰাগ-বিৰাগ, ক্ষোভ, অভিমান, দম্ভ অহংকাৰ শব্দবোৰ আছে বাবেই সেইবোৰ জধাই-মধাই, য'তে ততে, ব্যৱহাৰ কৰা বেয়া। ইয়াৰ পৰিণতি ভাল নহৈ বেয়াহে হ'ব পাৰে। স্বামী-স্ত্ৰীৰ সুখ প্ৰেম, আদৰ-চেনেহ সযত্নৰে সুৰক্ষিত কৰিলে বহুতো অঘটন দূৰ কৰিব পাৰি। নিজে ৰোপণ কৰা সুখ বৃক্ষৰ ফল পাবলৈ হ'লে অনেক ত্যাগ, কষ্ট কৰিব লাগে। খন্তেক বিৰতিৰ পাছতে ডাক্তৰ বৰুৱাই তেওঁৰ বক্তব্য আৰম্ভ কৰিলে, 'মানে, মানে তুমি আৰু প্ৰতিভাই স্বামী-স্ত্ৰী হিচাপে একেলগে থাকি সামাজিক আচাৰ ৰক্ষা কৰিলা যদিও, প্ৰকৃত অৰ্থত তোমালোকৰ মাজত এটা মানসিকদ্বন্দ্ব আৰম্ভ হ'ল যাক আমি কওঁ

আবেগিক বিচ্ছিন্নকৰণ। ফলস্বৰূপে, স্বামী-স্ত্ৰী বুলি তোমালোকৰ পৰিচয় থাকিল, কিন্তু দাম্পত্য জীৱনত আৰম্ভ হ'ল বিদ্বেষ, ক্ষোভ আৰু মতবিৰোধ। মই ক'ব খুজিছো, তোমালোকৰ ইজনে সিজনৰ প্ৰতি কন্দল প্ৰিয় হৈ উঠিলা...'

প্ৰতিভাই ক'লে, 'তপনে অফিচৰ কাম দেখুৱাই ঘৰৰ পৰা বাহিৰত বেছিভাগ সময় কটাইছিল। কেতিয়াবা দূৰলৈ গৈ কেইবাদিনো নহাকৈ আছিল, খবৰো নিদিছিল। ইফালে ঘৰত মই আৰু জোনমণি। এইটো অসহ্য বেদনাত মোৰ দিনবোৰ পাৰ হৈছিল। তপনে মদ খাবলৈ ধৰা মই গম পাই অতিশয় মনকষ্ট পাইছিলো।'

তপনে তেতিয়া কৈছিল যে ঘৰত শান্তি নাছিল বাবেই সি বেছিভাগ সময় বাহিৰতে কটাইছিল। তপনৰ অভিযোগ আছিল, প্ৰতিভাই যেন তাক অৱহেলা কৰিছে। আগৰদৰে বহি মেলি, কথা-বতৰা পাতি, হাঁহি-তামাছা কৰি লগ নিদিয়া হ'ল। আগতে সকলো বিষয়ত প্ৰতিভাই তদাৰক কৰিছিল। খোৱা-বোৱাত বিশেষ চকু দিছিল। এইবোৰ লাহে লাহে নোহোৱা হ'ল। তপনে অকপটভাৱে স্বীকাৰ কৰি ক'লে, "মই বিচৰা কোনো কামতে প্ৰতিভাৰ আগ্ৰহ মই দেখিবলৈ নোপোৱা হলো। আমাৰ মাজত এটা বিৰাট ব্যৱধান আহি পৰিল।"

বাৰু প্ৰতিভা, মই তোমাক এটা প্ৰশ্ন কৰো।

সোধক।

তুমি তোমাৰ স্বামীৰ প্ৰতি কিয় অমনযোগী হৈ পৰিলা? কিয় নিৰ্দয় ব্যৱহাৰ কৰিবলৈ ধৰিলা?

আংকেল, আপুনি জানেই, মোৰ মানসিক অৱস্থা তপনৰ আচৰণত অতিষ্ঠ হৈছিল। এনে এটা পৰিস্থিতিত মই আগৰদৰে স্বাভাৱিক হওঁ কেনেকৈ? আৰু এটা কথা, মোৰ পৰা যে তেওঁ কিবা এটা আশা কৰিছে মই জনা নাছিলো। ডাক্তৰে তপনক কৈছিল, তপন, তুমি প্ৰতিভাক স্ত্ৰীৰূপে বিশ্বাসত ল'ব পাৰিলাহেঁতেন অলপ মৰম, অলপ চেনেহ, অলপ ভালপোৱা সকলো স্ত্ৰীয়ে স্বামীৰ পৰা আশা কৰে তোমাৰ মনৰ বাসনা মৰমেৰে প্ৰতিভাক জনাব পৰাহেঁতেন মই ভাবো, প্ৰতিভাই নিশ্চয় সঁহাৰি দিলেহেঁতেন। I mean, more demonstration of affection. মৰমৰ এষাৰ মাত, কোমল হাতৰ এক শীতল পৰশ। নহয় জানো।

'নহয় আংকেল, আপোনাৰ ধাৰণা ঠিক নহয়। প্ৰতিভাৰ সঁহাৰি তেতিয়াও নাপালোহেঁতেন।' তপনে উত্তৰ দিলে অন্যমনস্কভাৱে। ডাক্তৰ বৰুৱাই উত্তৰত সামান্য দ্বিধাবোধ কৰিলে আৰু এক পিতৃসুলভ দৃষ্টিৰে প্ৰতিভাৰ প্ৰতিক্ৰিয়া কি জানিব খুজিলে।

প্ৰতিভাই অলপো সংকোচ নকৰাকৈ ক'লে,

'সঁহাৰি জৰুল আহিলহেঁতেন। কিন্তু আমাৰ যুগ্মজীৱন তেতিয়া স্বাভাৱিক নাছিল। তপনে মোক ইমান অবিশ্বাস কৰিছিল যে তেওঁ মোৰ কোনো কথাকে সহজে গ্ৰহণ নকৰিছিল। আমাৰ মাজত যেন কিবা খেলি মেলি লাগিছিল।' কথাখিনিকৈ প্ৰতিভাই কান্দি পেলাইছিল। টেবুলত থকা পানী গিলাচ খাই পুনৰ ডাক্তৰক কৈছিল, 'আংকেল, মই বাৰু কি অন্যায কৰিছিলো? তপনে মোক প্ৰায়ে কৈছিল, মই বোলে কলহপ্ৰিয়, আক্ৰমণপ্ৰৱণ।' প্ৰতিভাৰ কথাত প্ৰতিবাদ জনালে তপনে। সি ক'লে, 'নহয় প্ৰতিভা, ঠিক ব্যাখ্যা তুমি কৰা নাই। মই স্বামীৰ ওপৰত কৰ্তৃত্ব চলোৱা তিৰোতাক পছন্দ নকৰো বুলিহে কৈছিলো।'

ডাক্তৰে হাঁহি এটা মাৰি ক'লে, এজন চাইকিয়াট্ৰিষ্ট্ হিচাপে তোমাৰ মনত তোলপাড় লগোৱা প্ৰশ্নটোৰ উত্তৰটো মই বিচাৰি পাইছো। তুমি হয়তো Dominating wife মানে, আধিপত্য চলাব খোজা স্ত্ৰী সহ্য কৰিব পৰা নাছিলা। প্ৰতিভাই তোমাৰ মন পাবলৈ যে যত্ন কৰা নাছিল, এনে নহয়। অনেক সময়ত তুমি তেওঁৰ উপস্থিতিত বিৰক্ত হৈছিলা। প্ৰতিভা কাষলৈ আহিলেই তুমি অন্যমনস্ক হৈ পৰিছিলা। তোমাৰ অৱচেতন মন-গহ্বৰত তোমাৰ দেউতা-মা পৰিয়ালৰ আনবোৰ আপোন মানুহে পৰোক্ষভাৱে তোমাৰ বিবেকক দংশন কৰিছিল। প্ৰতিভাক বিয়া কৰাই, জোনমণিক সন্তান ৰূপে প্ৰতিপালন কৰি তুমি যে এটা মাৰাত্মক ভুল কৰিলা, সেই ধাৰণাই তোমাক মনোকষ্ট দিছিল আৰু প্ৰতিভাৰ লগত সহজ হ'ব নোৱাৰাটোৰ ভিত্তি আছিল এই মানসিক পীড়া।

স্বামী-স্ত্ৰীৰ বাস্তৱ জীৱনত এটা ভাল পৰিবেশ, এটা সুস্থ-সবল আৰু নিৰাপদ দাম্পত্য বান্ধোন থকা নিতান্ত প্ৰয়োজন। বৰ্তমান চহৰীয়া সভ্যতাত ফেমিলি বান্ধোন আগৰদৰে দৃঢ় নহয়। নতুন শিক্ষিতা বোৱাৰী অধিকাংশই শহুৰ-শাহু, ননদহঁতক আপোন কৰি লোৱাত অনভ্যস্ত। তেওঁলোক অধিকাৰৰ প্ৰত্যাশী আৰু আত্মগৰ্বৰে পৰিপূৰ্ণ, ব্যক্তি-স্বাতন্ত্ৰভৰা জীৱনৰ অভিলাসী। স্বামীক আয়ত্বৰ মাজত ৰাখিব পাৰিলেই তেওঁলোক সন্তুষ্ট। আজিকালি বস্তুবাদী সংসাৰত এইটো এটা Ready-made relationship বুলিব পাৰি। Family Therapy ত ইয়াত যেনেকৈ সুফল আছে, বেয়া ফলো যথেষ্ট আছে। অহা সপ্তাহত মই জোনমণিৰ প্ৰসংগটো হাতত লম। Now, have a cup of tea ! চাহখোৱা। ডাক্তৰ ভিতৰলৈ সোমাই গ'ল।



# ২৪

ধৰ্মেশ্বৰ হাজৰিকাই ইতিমধ্যে চাকৰিৰ পৰা অৱসৰ লৈছে। কিন্তু তেওঁৰ মন অত্যন্ত বিচলিত হৈছিল। কাৰণ যথেষ্ট আছিল। তপনক পঢ়াওঁতে, মনোৰমাক চিকিৎসা কৰাওঁতে তেওঁ গাৱঁলীয়া বেংকৰ পৰা দহহেজাৰ টকা ধাৰলৈ লৈছিল। ইয়াৰ বাবে তেওঁ ঘৰ-বাৰী বন্ধকত দিব লগা হৈছিল। সুতেমূলে দহহেজাৰ বাঢ়ি ১৮ হাজাৰ মান হৈছিল। দৰমহাৰ পৰা মাহেকীয়া কিস্তি হিচাপে দিয়ো অৱসৰৰ সময়ত ধাৰৰ পৰিমাণ বিশেষ নকমাত বেংকৰ পৰা তেওঁলৈ পৰিশোধৰ বাবে নটিছ আহিল। এই কথা তেওঁ স্ত্রী মনোৰমাৰ বাহিৰে আনক কোৱা নাছিল। তপনেও দেউতাকৰ এই ধাৰৰ কথা গম পোৱা নাছিল। শিক্ষকতা কৰা কৰ্মব্যস্ততা নোহোৱা হ'ল যদিও বেংকৰ ধাৰখিনিৰ সমস্যাটোৱে তেওঁক অত্যন্ত অস্থিৰ কৰি তুলিছিল। বেংকক কৈ মেলি হাজৰিকাই তিনিমাহ সময় লৈছিল ঋণ পৰিশোধ কৰিবৰ বাবে। যদিহে এই তিনিমাহত বেংকৰ ধাৰ মাৰিব নোৱাৰে, তেন্তে কি হ'ব? ঘৰটো যদি বেংকে আটক কৰে, তেওঁ পৰিয়ালটো লৈ কলৈ যাব, ক'ত আশ্ৰয় ল'ব? তপনৰ পৰা তেওঁ একো আশা নকৰে, একো নোখোজে। ৰাজেনৰ আজি দুমাহ খবৰ নাই। তাৰ ঘৰৰ লগত সম্বন্ধ নোহোৱা হৈছে। তাৰ প্ৰাণ-প্ৰবাহ স্পন্দিত হৈছে বিপ্লৱী চিন্তাধাৰাত। উগ্ৰবাদী সংগঠনত ভৰ্তি হৈ সি ক'ৰবাত আত্মগোপন কৰিছে। সি এতিয়া পুলিচৰ নজৰত। দণ্ডযোগ্য অপৰাধৰ বাবে তাৰ নামত গ্ৰেপ্তাৰী পৰোৱানা আছে। মাজতে এদিন পুলিচ ইন্সপেক্টৰ আহি হাজৰিকাৰ ঘৰত তালাচি চলাই গৈছে। সেইদিনা ঘৰৰ সকলোৰে মনত সন্ত্ৰস্ত ভাব। পুলিচ ইন্সপেক্টৰজন নতুন মানুহ। হাজৰিকাক প্ৰশ্ন কৰি বিব্ৰত কৰিছিল।

আপুনি ধৰ্মেশ্বৰ হাজৰিকা, নহয়নে?

নিৰীহৰ দৰে হাজৰিকাই উত্তৰ দিছিল—হয়।

আপোনাৰ ল'ৰা ৰাজেন, ওৰফে ধীৰেন, ওৰফে ফুলেনৰ নামত গ্ৰেপ্তাৰী পৰোৱানা আছে।

গ্ৰেপ্তাৰী পৰোৱানা?

সি এটা সন্ত্ৰাসবাদী দলৰ সদস্য। এটা মাৰদাৰ্কেছত সি [illegible]। [illegible] বাগিচাৰ মেনেজাৰ মিঃ এলবাৰ্ট পিল্লাইক কিড্‌নেপ কৰা হৈছে এক কোটি টকাৰ বিনিময়ত। চাৰিজন ডেকা সন্ত্ৰাসবাদীয়ে ক্লাবৰ পৰা উভতি যোৱা মিঃ পিল্লাইৰ

গাড়ীখন বাটতে আগচি পিস্তল দেখুৱাই তেওঁক এখন মাৰুতি জীপচিত বহুৱাই দ্ৰুতগতিত আঁতৰ হ'ল। এনে সময়তে বিপৰীত ফালৰ পৰা পুলিচৰ গাড়ী আহি সন্ত্ৰাসবাদীৰ গাড়ীখন দেখি বন্দুক চলালে। সন্ত্ৰাসবাদীয়েও পুলিচৰ ফালে গুলি চলালে। এই এনকাউণ্টাৰত এজন পুলিচ সহকাৰী ইন্সপেক্টৰ আৰু এজন হাবিলদাৰ নিহত হ'ল। পুলিচৰ গুলিত এজন সন্ত্ৰাসবাদী জীপচিখনৰ পৰা গুলিবিদ্ধহৈ বাহিৰত পৰি গ'ল। সি বৰ্তমান পুলিচৰ জিম্মাত হস্পিটেলত চিকিৎসাধীন হৈ আছে। অৱস্থা সংকটজনক। ঘটনাস্থলিত এটা এ-কে ৪৭ ৰাইফেলচ্ আৰু কিছুমান বুলেটৰ গুলী পোৱা গৈছে। আততায়ীক ধৰিবলৈ ব্যাপক তালাছি চলোৱা হৈছে।

কিন্তু, ইন্সপেক্টৰ, সেই সন্ত্ৰাসবাদীৰ দলটোত মোৰ ল'ৰা ৰাজেনো আছিল বুলি আপোনালোকে কি ভিত্তিত ঠাৱৰ কৰিলে?

প্ৰমাণ আছে। গুলিবিদ্ধ যুৱকজনৰপৰা দণ্ডাধীশে লোৱা জবানবন্দীত প্ৰকাশ পোৱা আনকেইজন যুৱকৰ নামৰ ভিতৰত আপোনাৰ ল'ৰা ৰাজেন অন্যতম। গোটেই অপহৰণ প্ৰক্ৰিয়াটোৰ সিয়েই আছিল খলনায়ক। তাক ধৰিবলৈ পুলিচে জোৰ তালাছি আৰম্ভ কৰিছে। সি সাৰি যাব নোৱাৰে। সীমান্ত অঞ্চল সতৰ্ক কৰি দিয়া হৈছে। আপোনাৰ ল'ৰাৰ সবিশেষ পুলিচ ডায়েৰীত ৰেকৰ্ড কৰা আছে। এতিয়া বুজিলেনে? কথাখিনি কৈ ইন্সপেক্টৰজনে চিগেৰেট এটা জ্বলালে,

অতি বিষাদেৰে ধৰ্মেশ্বৰ হাজৰিকাই ক'লে,

মই তাৰ বাপেকহে। তাৰ গতি-গোত্ৰত মোৰ কোনো নিয়ন্ত্ৰণ নাই। আজি ভালেমান দিন সি ঘৰত নাই। মাত্ৰ শুনিছো, সি কিবা সংগঠনত সোমাইছে। সঠিক মই নাজানো। বিশ্বাস কৰক।

কিন্তু আমাৰ ইনফৰমাৰৰ যোগেদি খবৰ আহিছে, আপোনাৰ ল'ৰা মাজে সময়ে ঘৰলৈ আহে। আজি দহদিনমানৰ আগতেও সি আহি গৈছে। সঁচানে? খন্তেক বৈ চিগেৰেটৰ হোপা এটা দীঘল কৈ মাৰি ইন্সপেক্টৰজনে ক'লে,

সি কঁত আছে আপোনালোকে হয়তো জানে। কিন্তু নকয়। আপুনি বুঢ়া মানুহ। আমি জোৰ-জুলুম কৰি আপোনাক কষ্ট দিব নোখোজো। সেয়েহে কৈছো, নীৰৱ দৰ্শক হৈ নাথাকিব। পুলিচক সহায় কৰক। উগ্ৰপন্থী বিৰোধী অভিযানত মৌলিক ভূমিকা গ্ৰহণ কৰক।

পুলিচৰ গাড়ীখন উলটি যোৱাৰ পাছত দাঁতিকাষৰীয়া লোকসকল বাটলৈ

ওলাই আহি হাজৰিকাৰ ফালে কৌতূহলনেত্ৰে চাইছিল। কোবা-মেলা কৰিছিল আগন্তুক বিপদৰ কথা, উগ্ৰপন্থীৰ বিৰুদ্ধে অভিযান চলোৱাৰ নামত অঞ্চলটোত সৈন্য বাহিনীৰ আতিশয্যৰ কথা, এটা নিশ্চিত ব্যাপক উৎপীড়নৰ আশংকাৰ কথা। প্ৰতিবেশী শ্ৰীধৰ বৰুৱা আহি হাজৰিকাক লগ ধৰি পুলিচ কিয় আহিছিল— সুধিছিল। অঞ্চলটোৰ ভয়, ভীতি আৰু ত্ৰাসৰ পৰা পৰিত্ৰাণ পাবলৈ তেওঁ হাজৰিকাক সপৰিয়ালে অন্ততঃ কিছুদিন আঁতৰি থাকিবলৈ পৰামৰ্শ দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। তেওঁ পুনৰ দোহাৰিছিল, "চিপাহী আহিল যেতিয়া আহিয়েই থাকিব। আপোনাৰ লগতে আমাকো কি বিহু দেখুৱাই ক'ব পৰা নাই। আপুনি অঞ্চলটোৰ কথা চিন্তা কৰক। মিলিটেৰীৰ উপদ্ৰপত ল'ৰা-ছোৱালী, ডেকা-গাভৰু কাৰো ৰক্ষা নহ'ব।" ধৰ্মেশ্বৰ হাজৰিকাই এনে সাৱধানবাণী প্ৰতিবেশীসকলৰ পৰা শুনিব লগাত পৰিছিল। তেওঁ কাকো বিৰক্ত নকৰি মনে মনে আপত্তিবোৰ শুনি গৈছিল। তেওঁ মানুহবোৰৰ উদ্বেগ বুজি পাই মন্তব্য কৰাৰ পৰা বিৰত আছিল।

গান্ধীৰ কৰ্মপদ্ধতিত মনেপ্ৰাণে বিশ্বাস থকা ধৰ্মেশ্বৰ হাজৰিকাই পিস্তল-বোমা, অপহৰণ, লুণ্ঠন আদি ঘটনাবোৰ দেশৰ বাবে কিমান ক্ষতিসাধক, তাক ভাবি অত্যন্ত দুখ অনুভৱ কৰিছিল। এইবোৰৰ প্ৰতিক্ৰিয়া কি নিদাৰুণ, তেওঁ স্বচক্ষে দেখিছে। যি ভাৰতবৰ্ষই অহিংসা আৰু অসহযোগ আন্দোলনৰ মাজেদি স্বাধীনতা লাভ কৰিলে, সেইখন দেশত আজি কিয় এনে অমানুষিক সশস্ত্ৰ বিপ্লৱ আৰম্ভ হৈছে, কিয় ডেকা-ল'ৰাবোৰৰ মনত অসন্তোষৰ সৃষ্টি হৈছে? নিয়মতান্ত্ৰিক আন্দোলনৰ পথ পৰিহাৰ কৰি ডেকা ল'ৰাবোৰে কিয় সন্ত্ৰাসবাদত আশ্ৰয় লৈছে? তেওঁৰ দিনত যি স্বদেশী আন্দোলন হৈছিল তাতো আগভাগ লৈছিল অগণন যুৱ শক্তিয়ে। তেওঁলোকৰ বাবে আছিল দেশপ্ৰেম আৰু মানৱপ্ৰেম অভিন্ন। ভাৰতৰ স্বাধীনতা সংগ্ৰাম হৈছে স্বাৰ্থত্যাগ, প্ৰাণত্যাগ, সৰ্বস্বত্যাগৰ ইতিহাস। আজি বিদেশৰ পৰা অস্ত্ৰশস্ত্ৰ সংগ্ৰহ কৰি দেশত যি সৰ্বাত্মক সন্ত্ৰাসবাদ গঢ়ি উঠিছে তাত ডেকা-ল'ৰাবোৰে যোগ দিছে, অনেকক মাৰিছে নিজেও মৰিছে। ভাৰতীয় সৈন্যই বাঘৰ দৰে আচৰণ কৰি শত-সহস্ৰ লোকক শান্তি আৰু শৃংখলা ৰক্ষাৰ নামত আক্ৰমণ চলাই গুলীয়াই মাৰিছে, নিজৰ দেশৰ নিৰস্ত্ৰ নৰ-নাৰীক হত্যা কৰিছে। উগ্ৰবাদী দল সংগঠন হৈছে। দলত যোগদিয়া ল'ৰাবোৰে ঘৰ-বাৰী ত্যাগ কৰি দুৰ্গম ঠাইত, ঘোৰ অৰণ্যত সোমাই কেম্প পাতিছে। সন্ত্ৰাসৰ শপত লৈ সিহঁত

নিষ্ঠুৰ আৰু বিপদজনক পথত অগ্ৰসৰ হৈছে। দেশৰবাবে এনে পথ দুৰ্ভাগ্যজনক। সিহঁতে লোৱা শপত অতিশয় কঠোৰ আৰু নিৰ্মম। হাজৰিকাই যেতিয়া কংগ্ৰেছ সেৱাদলত ভৰ্তি হৈছিল তেওঁ আছিল কমবয়সীয়া ডেকা ল'ৰা। অহিংসাৰ মন্ত্ৰে তেওঁ স্বদেশৰ মুক্তিৰহকে আন্দোলনত যোগ দিছিল। তেওঁৰ বাবে অহিংসাৰ পথো আছিল বৰ কঠোৰ। কিন্তু আজি আৰু সেই পথৰ সাৰ্থকতা নোহোৱা হৈছে। সৰ্বত্ৰত বিৰাজ কৰিছে অবিশ্বাস, অনিশ্চয়তা আৰু হিংসাত্মক মনোভাৱ। ভ্ৰষ্টাচাৰ হৈছে মহাশক্তিবান ৰাজনৈতিক আচৰণ। ধৰ্মেশ্বৰ হাজৰিকাই বুজিছিল যে তেওঁৰ ল'ৰা ৰাজেনে যি পথ বাছি লৈছে, সেই পথ তাৰবাবে শুদ্ধ নহয়। তেওঁৰ অজ্ঞাতে সি ইমান দুঃসাহসী কামত হাত দিছে, যাৰবাবে তেওঁ আজি পুলিচৰ সাৱধানবাণী সহ্য কৰিবলগা হৈছে, প্ৰতিবেশীৰ কটু কথা শুনিবলৈ বাধ্য হৈছে। বৃদ্ধ হোৱা বাবে পুলিচে তেওঁক আজি হাজতলৈ নিনিলে। তেওঁ কিমান অসহায়! দুৰ্দিনে তেওঁক হয়তো চাৰিওফালৰ পৰা গ্ৰাস কৰি আহিছে।

ঘৰখনত এটা বিষাদৰ ছাঁ পৰিছিল। মনোৰমা আৰু মাজনীয়ে পৰিস্থিতিটোৰ গুৰুত্ব বুজিছিল যদিও ধৰ্মেশ্বৰ হাজৰিকাৰ মনোকষ্টৰ বোজা পাতলাবলৈ বুজনি দিছিল এই বুলি যে ৰাজেনৰ কথা ভাবি লাভ নাই। সি জীৱনৰ পথ এটা স্থিৰ কৰি লৈছে। ভালেই হওঁক বা বেয়াই হওঁক। অকল ৰাজেনেই নহয়, বহুতৰে বাবে এনে এটা পন্থা হয়তো সাম্প্ৰতিক কালৰ ৰাজনৈতিক আৰু সামাজিক পংকিলতা দূৰ কৰাৰ বাবে নিতান্ত প্ৰয়োজন। সিহঁতে সন্ত্ৰাসক দলৰ প্ৰতিবাদী নীতিৰূপে গ্ৰহণ কৰিছে। এতিয়া আৰু সহজে সিহঁত মূলসুঁতিলৈ উভটি নাহে। প্ৰতিবাদী সন্ত্ৰাসবাদৰ আদৰ্শৰ সূত্ৰতে ৰাজেনহঁতৰ দলে এনে কিছুমান কাম কৰিছে যিবোৰ আপোনাৰ সমৰ্থনৰ অযোগ্য।

হাজৰিকাই মনোৰমা আৰু মাজনীয়ে যে তেওঁৰ মনত সান্ত্বনা দিবলৈকে এনেবোৰ কথা কৈছে তাক নুবুজাকৈ থকা নাছিল। নিৰ্বিকাৰ, নিঃশব্দে তেওঁ মাত্ৰ কথাবোৰ শুনি গৈছিল। তেওঁ মনতে চিন্তা কৰিছিল এই বুলি যে তেওঁৰ জীৱনত বুদ্ধিৰ স্থান হয়তো নিচেই নগণ্য। দেশৰ সমস্যাৰ কেইটা প্ৰশ্নৰ উত্তৰ আজি পৰ্যন্ত তেওঁ দিব পাৰিছে? কোন শুদ্ধ, কোন অশুদ্ধ বিচাৰ কৰা ক্ষমতা তেওঁৰ নোহোৱা হৈছে। হিচাপ-[illegible]ছৰ জটিল প্ৰশ্ন সমাধান তেওঁৰবাবে দৰ্শনৰ দৰেই অবোধ্য। হাজৰিকাৰ খং [illegible]ৰ ওপৰত। গান্ধীৰ বিষয়ে তেওঁ লেখিবলৈ লোৱা পৰিকল্পনা এক [illegible] প্ৰচেষ্টা হ'ব বুলি তেওঁৰ আশংকা উপজিল। কাৰণ, আজি

গণতান্ত্রিক অহিংসা পদ্ধতিৰ মূল্য নোহোৱা হৈছে। ডেকা-ল'ৰাবোৰে আস্থা হেৰুৱাই সশস্ত্র সংগ্রামত হাত দিছে। কিয় এনে এটা পৰিস্থিতি হ'বলৈ পালে? ইয়াৰ সমাধান কিয় হোৱা নাই? ধৰ্মেশ্বৰ হাজৰিকাৰ চকুৰেদি লোতক বাগৰি আহিছিল। মনোৰমা আৰু মাজনীয়ে ধৰ্মেশ্বৰ হাজৰিকাৰ চকুৰ পানী দেখি হাওঁ-হাওঁকৈ কান্দি পেলালে। দুয়ো ধৈৰ্য ধৰি হাজৰিকাক ধৰি ভিতৰলৈ লৈ গ'ল। সেইদিনা ৰাতি কাৰো খোৱা নহ'ল। চকুৰ ভাত চকুতে বৈ গ'ল। টোপনিও নাহিল। বিছনাতে ছট্‌ফট্ কৰি ৰাতিটো কটাই দিলে।

মাজনীয়ে স্থিৰ কৰিলে, এনে ভাৱে থাকিলে নহ'ব। দেউতাকৰ হাইপ্রেচাৰ, মাকৰো শৰীৰ বেয়া। দাদাক তপনক এবাৰ মাতি পঠাব লাগিব। কিন্তু কি ক'ব? সিটো নিজক লৈয়ে ব্যস্ত। বৌৱেক প্ৰতিভাৰ হাততে চাবি-কাঠি। তথাপিও তাক ঘৰৰ বিপদৰ কথা ক'ব লাগিব। কোৱা দৰকাৰ। সি ঘৰখনৰ ডাঙৰ ল'ৰা। দায়িত্ব আছে। মাজনীয়ে মাকৰ লগত আলোচনা কৰিলে। মনোৰমাই কেতিয়াও পোনপটিয়া উত্তৰ দিব নোৱাৰে। মনে মনে বহি থাকে, বিষণ্ণতাই তেওঁক বোবা কৰি পেলাইছে। দুৰ্বহ বেদনা বহন কৰি কৰি তেওঁ নিৰ্জীৱ যেন হৈ পৰিছে। তেওঁ মাজনীক কৈছিল, 'যি ভাল দেখ' কৰ। মোক নুসুধিবি।' মনোৰমাৰ ভগৱানৰ ওপৰত খং উঠিছিল। চিন্তা হৈছিল নিৰপৰাধী স্বামীৰ কথা ভাবি। যিজনে সত্যৰ বাবে সৰ্বস্ব ত্যাগ কৰিছে, সেইজন মানুহৰ প্ৰতি ভগৱান ইমান নিৰ্দয় কিয় হৈছে? সকলোবোৰ বিপদ মানুহজনে সহ্য কৰি গৈছে, মানি লৈছে। কিন্তু তেনে এজন সৎচিন্তাৰ সজ ভাৱনাৰ মানুহৰ জীৱনটো মাজে মাজে কিয় দুৰ্বিষহ হৈ উঠে? মনোৰমাই আক্ষেপ কৰে। বেদনাত তেওঁৰ বুকুখনত ধপ্‌ধপনি এটা উঠিল।

মাজনীয়ে তপনলৈ বহুত ভাবি-চিন্তি পি. চি. অ'ৰ পৰা টেলিফোন কৰিলে। অফিচৰ টেলিফোন নম্বৰটো তপনে তাইক দি থৈছিল—কিবা জৰুৰী কথা থাকিলে জনাবলৈ। ফোনত বেছি কথা নকৈ মাজনীয়ে তপনক ঘৰলৈ মাতি পঠালে বিশেষ প্ৰয়োজনৰ বাবে। সেইদিনা আবেলিতে সি ঘৰলৈ আহিল। দেউতাক ঘৰত নাছিল—অলপ সময়ৰ বাবে বজাৰলৈ ওলাই গৈছিল। মাজনীক প্ৰথমতে লগ পাই তপনে সকলো খবৰ ললে। ৰাজেনক পুলিচে ধৰিবলৈ বিচাৰি ফুৰা, তাৰ অনুসন্ধানত ঘৰলৈ অহা, দেউতাকক কঠোৰ ব্যৱহাৰ কৰা প্ৰভৃতি বতৰাবোৰ তপনে মনোযোগেৰে শুনিলে। মাজনীয়ে লগতে বেংকৰ ধাৰৰ বাবদ যে ঘৰ-মাটি যোৱা-থোৱা অৱস্থা, তাকো তপনক সবিশেষ জনালে। তপনক

পঢ়াবৰ বাবে আৰু মাকৰ চিকিৎসাৰ বাবে যে দেউতাকে ইমান টকা ধাৰ লৈছিল আৰু তাৰবাবে ঘৰ, মাটি বন্ধকত দিব লগা হৈছিল সেইকথা সি ঘূণাক্ষৰেও জনা নাছিল। দেউতাকেও এই বিষয়ত তাক কোৱা নাছিল। সি দেউতাকৰ ওপৰত অভিমান প্ৰকাশ কৰি মাজনীক কৈছিল, "দেউতাৰ অন্তৰত আমাৰ প্ৰতি যি প্ৰবল অনুভূতি সোমাই আছে সেই অনুভূতি মোৰ বিবেচনাত এক অস্পষ্ট আৰু অনিৰ্দেশ্য আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। নহ'লেনো দেউতাই এই বেংকৰ ধাৰলোৱা বিষয়টো অন্ততঃ মোক ডাঙৰ ল'ৰা বুলি কিয় নক'লে?" দহহেজাৰ টকা পৰিশোধ কৰিবলৈ মই দেউতাক জৰুল সহায় কৰিব পাৰিলোহেঁতেন। এতিয়া সেই অৱস্থা মোৰ আছে। আমাৰ বাবেইটো দেউতাই এই ধাৰৰ বোজা ল'ব লগা হ'ল। মোক পঢ়াই-শুনাই ডাঙৰ-দীঘল কোনে কৰিলে? দেউতাই নহয় জানো? তইনো কি কৰিলি? তই পঢ়া-শুনা কৰা বুদ্ধিমতী ছোৱালী। মোক খবৰটো দিব পাৰিলিহেঁতেন। আত্মসম্মানত লাগিব বুলি ভয় কৰিলি নহয়? আজি কেনেকৈ খবৰ দিলি? মই ভাল পাইছো, এই কাণ্ডজ্ঞান হোৱাৰ বাবে। এতিয়া ধাৰ পৰিশোধ কৰাৰ দায়িত্ব মই লম। কাগজ-পত্ৰবোৰ দিবি। মই নিজে বেংকলৈ যাম।

"সকলো মানুহৰ মনৰ মাজত অভিমান আছে। তয়ো ঘৰলৈ অহাটো কমাই দিলি। ঘৰখনতনে কি ঘটিছে, তই খবৰ নোলোৱা হলি। আজি বিপদত পৰি তোক খবৰ দি মাতি আনিছো। দেউতা মাৰ মানসিক অৱস্থা কেনে হ'ব পাৰে, তই বুজিবই পাৰিছ। অভিমান নহ'ব কিয় ক'..."

তপনৰ মাত শুনি মনোৰমা সোমাই আহিল। তপনক ক'লে, মাজনীয়ে তোক সকলোবোৰ কথা কৈছেই। আমাৰ বৰ অশান্তি হৈছে। ৰাজেনৰ পিচত পুলিচ লাগিছে। শুনিলো, সি উগ্ৰপন্থী দলত যোগ দিছে, অপহৰণ, টকা লুট, নৰহত্যা অপৰাধত সি বোলে জড়িত হৈছে। এদিন পুলিচ আহি আমাৰ ঘৰত তালাছি চলাই গৈছে। দেউতাৰে মৃত্যুতুল্য অপমান পাইছে। তাতে শৰীৰটো কিছুদিনৰ পৰা ভালো নহয়। কথাখিনি কৈ মনোৰমাই আঁচলেৰে দুচকুৰেদি বৈ অহা চকুপানী মুচিলে।

এনেতে ধৰ্মেশ্বৰ হাজৰিকাই বজাৰ কৰি আহি বজাৰৰ মোনাটো মনোৰমাৰ হাতত দি তপনক দেখি ক'লে,

তপন দেখোন? কেতিয়া আহিলি? তহঁতৰ ভালনে? জোনমণিৰ গাটো যোৱাবাৰ যাওঁতে অসুস্থ যেন দেখিছিলো। এতিয়া কেনে পাইছে? ডাক্তৰক

দেখুৱালি নহয়? ড° বৰুৱা এদিন আহি তহঁতৰ বিষয়ে মোক সুধিছিল। তেওঁকে জোনমণিক দেখুৱাইছহঁক বুলি ক'লে। ভাল কৰিছ। তেওঁক মই চিনি পাওঁ। নামথকা ডাক্তৰ। 'দেখুৱা হৈছে' তপনে গম্ভীৰ সুৰত উত্তৰটো দিলে। কি বুলি ক'লে? ধৰ্মেশ্বৰ হাজৰিকাই উৎকণ্ঠাৰে তপনক সুধিলে। এতিয়ালৈকে একো কোৱা নাই। মোক আৰু প্ৰতিভাক বহুতো প্ৰশ্ন কৰিছে। প্ৰশ্নবোৰ সামাজিক আৰু বেছিভাগ আমাৰ বিবাহিত জীৱনৰ স্পৰ্শকাতৰ সমস্যা। ডাক্তৰে আমাৰ ব্যক্তিগত মানসিক অৱস্থা বুজিবলৈ বেছি গুৰুত্ব দিয়া লক্ষ্য কৰিছিলো। জোনমণিৰ বেমাৰটোৰ কথা কি বুলি ক'লে? হাজৰিকাই প্ৰশ্ন কৰিলে।

জোনমণিৰ বিষয়ে অহাবাৰ ক'ব বুলিছে। তাইৰ অনুভূতি, মানসিক অস্থিৰতা, চাৰিত্ৰিক বৈশিষ্ট্য প্ৰভৃতি পৰীক্ষা কৰি ডেটাবেংকত ভৰালে। কি কয় জানো? কাইলৈ তাৰিখ দিছে।

বোধকৰো ডাক্তৰে জোনমণিৰ মানসিক গঠন, অসংগতিপূৰ্ণ আচৰণবোৰ তন্নতন্নকৈ পৰীক্ষা কৰি চাব খুজিছে। তহঁতে ভাল কৰিলি। ডাক্তৰ বৰুৱা এগৰাকী সৰ্বভাৰতীয় খ্যাতিসম্পন্ন মানসিক ৰোগৰ বিশেষজ্ঞ। বহুতদিন আমেৰিকাত আছিল। তাতে বিয়া-বাৰু কৰাই নিগাজীকৈ থাকিব খুজিছিল। পিচে কিয়জানো, ইয়ালৈ গুচি আহিল আৰু ক্লিনিক খুলিলেহি। তেওঁ আমাৰ দূৰ সম্পৰ্কীয় পেহী এগৰাকীৰ ভায়েক। সেইসূত্ৰে মোৰ লগত পৰিচয় আছে। কাইলৈ সুবিধা বুজি চিনাকিটো দিবি। দৰকাৰ হ'লে ময়ো তহঁতৰ লগত যাব পাৰো......

নালাগে দেউতা, আমিয়েই পাৰিম। ইতিমধ্যে ডাক্তৰৰ লগত আমি ঘনিষ্ঠ হৈ পৰিছো।

বাৰু হ'ব। তই বহ। মই মুখ হাত ধুই মেলি আহো।

ধৰ্মেশ্বৰ হাজৰিকা ভিতৰ সোমাই গ'ল। মাজনীয়ে তপনক কৈছিল, বুজিছ দাদা, দেউতাই আজিকালি কথা বেছিকৈ কয়। অৱসৰ লোৱাৰ পাছত কথা বেছি কোৱা হৈছে। চা-চোন, আচল কথাখিনি নক'লেই। অথচ, বাৰেনৰ কথা তল পৰিল।

তপনে মাজনীক উত্তৰত কৈছিল, নহয় অ' মাজনী, দেউতাই সদায় আমাৰ মংগলৰ কথা ভাবোতেই গ'ল। জোনমণিৰ বাবে দেউতাৰ দুশ্চিন্তাৰ অন্ত নাই। ... দেউতাৰ জীৱনটোৱে আমাক অনেক শিক্ষা দিয়ে। কিন্তু আমি সেই শিক্ষা নললো, নিশিকিলো। দেউতা কোনেদিনে সংকীৰ্ণ চিত্তৰ নহয়। সকলো সৰু কথাৰ উৰ্ধ্বত থকা মানুহ।

পাকঘৰত বহি তপনে দেউতাকৰ লগত চাহ-জলপান খালে। সি লক্ষ্য কৰিলে, তাৰ দিনত পাকঘৰত যি আছিল—সকলো একেই আছে। বিশেষ একো পৰিৱৰ্তন হোৱা নাই। পুৰণি হোৱা এটা চিন সৰ্বত্ৰত বিৰাজমান। সি বহা চকীখনো আগৰঠাইতে আছে। সন্মুখৰ চকীখনত দেউতাক এতিয়াও বহে। খোৱা টেবুলখনত যত্নৰ অভাৱত কৰাল লাগিছে। মাক মনোৰমাই বৰ আদৰ-সাদৰকৈ তপনক খাবলৈ দিলে। তপনে কৰাই-গুৰি খাই ভালপোৱা কথাটো মাকে জানে। সেইদিনা লুচি ভাজি নকৰি জলপানকে তপনক খাবলৈ দিলে। তপনেও পৰম তৃপ্তিৰে জলপান খাই এটা আন্তৰিকতাপূৰ্ণ চেনেহ অনুভৱ কৰিলে। সি মাকৰ ৰন্ধা-বঢ়াত এক বেলেগ জুতি পাই আহিছে। মাকে সাধাৰণভাৱে ৰন্ধা আঞ্জাপাতিও তাৰবাবে হেপাহৰ ভোজন। জা-জলপান খোৱাৰ পাছত মনোৰমাই তপনক ৰাজেনৰ বিষয়ে কি কৰা যায় সুধিলে। ধৰ্মেশ্বৰ হাজৰিকা আৰু মাজনীয়েও তপনৰ প্ৰতিক্ৰিয়া কি, জানিবলৈ অপেক্ষা কৰিছিল। তপনে ৰাজেনৰ স্বভাৱটো জানি-শুনি বহুদিনৰ পৰা মাক-দেউতাকক তাক সাৱধান কৰি দিবলৈ পৰামৰ্শ দিছিল। কিন্তু ফল নধৰিল। সি মাক-বাপেকৰ মনোবেদনা বুজি ক'লে.

ৰাজেনৰ বিষয়ে এতিয়া চিন্তা কৰি লাভ নাই। সি যি দলত যোগ দিছে, সেই দল বে-আইনী বুলি চৰকাৰে ঘোষণা কৰিছে। ৰাজেনহঁতৰ উদ্দেশ্য যিয়েই নহওঁক কিয়, সেইটো আমাৰ বহুতৰে বাবে বিধিবদ্ধ নহয়। সিহঁতে ভাৱে যে উদ্দেশ্য সিদ্ধিৰ বাবে সংগ্ৰাম হৈছে একমাত্ৰ পথ। অস্ত্ৰেৰে শত্ৰুপক্ষক আঘাত কৰা হৈছে, সিহঁতৰ ৰণনীতি। মই ভাৱো, সিহঁতৰ যি সশস্ত্ৰ আন্দোলন, সেইটো এটা আৰ্থ-সামাজিক প্ৰশ্ন। দেশৰবাবে কৰিবলগীয়া বহুতো কাম আছে। সেইবোৰত সিহঁতে ব্ৰতী হ'লে দেশবাসী উপকৃত হ'ব। স্থানে অস্থানে, হকে-বিহকে ৰাজেনহঁতৰ দলে অস্ত্ৰ প্ৰয়োগ কৰি সন্ত্ৰাসৰ সৃষ্টি কৰিছে। নেতৃত্বৰক্ষাৰ বাবে এনে পথ সিহঁতে বাছি লৈছে, পৰিণতি ভাবিচোৱা নাই। ৰাজেন এতিয়া আমাৰ বান্ধোনৰ বাহিৰ। সি পলাতক, আত্মগোপনকাৰী দুৰ্দ্ধৰ্ষ উগ্ৰবাদী। আমি একো কৰিব নোৱাৰো। চৰকাৰে সমস্যাটো ৰাজনৈতিক বিচক্ষণতাৰে সমাধান নকৰিলে দেশত অস্থিৰতা আৰু বৃদ্ধি পাব। দেশত সংস্কাৰৰ প্ৰয়োজন হৈছে।

মাক মনোৰমাই যেন তপনৰ যুক্তি ভালকৈ বুজি নাপালে। উত্তৰত ক'লে, সি যে মোৰ সন্তান! তাৰ বিপদ কেনেকৈ চাই থাকো? সি নিৰ্দোষীও হ'ব পাৰে।

সি দোষী নে নিৰ্দোষী এই বিচাৰ আদালতৰ। মা, তুমি তাৰ কথা ভাবি নিজৰ

শৰীৰৰ অনিষ্ট নকৰিবা। দেউতাৰ কথা পাহৰি নাযাবা। উত্তৰৰ অপেক্ষা নকৰি তপনে ক'লে, কেইদিন মান তোমালোক মোৰ ঘৰলৈকে নাহা কিয়? প্ৰতিভায়ো ভাল পাব, জোনমণিয়েও তোমালোকক পাই স্ফূৰ্তি কৰিব।

অৰ্ধ-নিৰ্মীলিত চকুদুটা মেলি, চাহৰ কাপটো আঁতৰাই ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ কথাখিনিৰ উত্তৰত ক'লে, যাব লাগিব যেনেই পাইছো। বেংকৰ ধাৰ এটা আছে, মাৰিব নোৱাৰিলে এই ঘৰ-বাৰী বেংকে দখল কৰিব। বেংকৰ নামত ধাৰলোৱা বাবদ বন্ধকত আছে। তিনিমাহ সময় লৈছো। সোধ কৰিব পাৰিম যে আশা কম। আজি বেংকলৈ যোৱাৰ কথা আছিল। যোৱা নহ'ল। কাইলৈ যাব লাগিব।

আপুনি বেংকলৈ যাব নালাগে। মই যাম। বিতং জানি আহিম। কাগজ-পত্ৰ আছে যদি মোক দিয়ক। আপুনি বৰকৈ ঘূৰি ফুৰাটো কমাব লাগিব। তপনে দেউতাকক শাসনৰ ভংগীত কথাসাৰ ক'লে। সহৃদয়তা দেখুৱাব পৰাত সুখ আছে।

ধৰ্মেশ্বৰ হাজৰিকাই তপনৰ দায়িত্ববোধত মনে মনে তৃপ্তি অনুভৱ কৰিলে। খুব সচেতনভাৱে নিজকে বুজালে, এৰা, এইবোৰ সাংসাৰিক বিষয়ত বেছি চিন্তা নকৰাই ভাল। তপনে আগবাঢ়ি আহিছে যেতিয়া তেওঁ আপত্তি দৰ্শোৱা অনুচিত। হাজাৰ হওঁক সি ডাঙৰ ল'ৰা। ঘৰৰ সমস্যাবোৰ সি চমজি লোৱা দৰকাৰ। তেওঁনো আৰু কিমান দিন জীয়াই থাকিব? এজন পিতাকে তেওঁৰ পুত্ৰৰ সম্পৰ্কত নিৰ্বিকাৰ হৈ থকাটো অশোভনীয়। তপনৰ অধিকাৰবোধ আৰু আৱেগভৰা শাসনত তেওঁ আদৰ কৰি অতিশয় সাহস পালে।

তপন যাবলৈ উঠিল। মাকে ভাত-সাজ খাই যোৱাৰ কথা কৈছিল, তপনে অন্য এদিন আহিব বুলি কৈ বিদায় ললে। মাজনীয়ে পদূলি মুখলৈকে তপনক আগবঢ়াই দি ক'লে, দাদা তই অহাত মা-দেউতাৰ মুখত হাঁহি দেখিলোঁ। বহুত যেন সকাহ পালে! তই দেখোন ইয়ালৈকে গুছি আহিব পাৰ। নবৌৱে আপত্তি কৰিবনে কি? দেউতাহঁতৰ ওচৰত ল'ৰা এটা লাগে।

তপনে মিচিকাই হাঁহি সুধিলে, তই কৰবাত বিয়া ঠিক কৰিছনে কি? ঘৰত নাথাক' হবলা? অ' মই তোৰবাবে এটা ল'ৰা চাইছো। মায়ে কৈ আছে, চাকৰিও এটা হ'ব লাগে। মই তোক খবৰ দিম। এটা প্ৰকাশন প্ৰতিষ্ঠানত।

মাজনীয়ে বিৰক্তিভাব দেখুৱাই ক'লে, বিয়া কৰোৱা মোৰ সাধ্ নাই। সেইটো

মোৰবাবে এতিয়া কোনো প্ৰয়োজনীয় ফেক্টৰ নহয়। ও', কাম এটা পালে ভাবি চাব পাৰো। ঘৰখনত অন্ততঃ অলপ সহায় কৰিব পাৰিম। দেউতাই পেঞ্চনৰ টকা কেতিয়া পায়, ঠিকনা নাই। টিউশ্যন কৰিবলৈকো কমাই দিছে। মই দেউতা-মাহঁতৰ বোজা হৈহে আছো...

'নিজৰ ওপৰত অনাস্থা তোৰ প্ৰধান দোষ। এইটো বেয়া। বাৰু মই যি ভাল দেখো কৰিম। কাইলৈ ডাক্তৰে জোনমণিক চাই কি কয়, সেইটোৰ বাবে বৈ আছো। বুজিছ, মাজনী, দেউতা- মাক ৰাজেনৰ কথা ভাবি থাকিবলৈ নিদিবি। মই যাঁও।' দেখিলে, বাৰান্দা পৰা দেউতাক আৰু মাকে তালৈ চাই আছে। তপনৰ মনত এটা জিজ্ঞাসা উপজিছিল, জীৱন আৰু মনৰ পাৰ্থক্য যে ক'ত লুকাই আছিল, সেইকথা ইমান দিনে সি কিয় আৱিষ্কাৰ কৰিব পৰা নাছিল? তপনে স্কুটাৰখন ষ্টাৰ্ট দিওঁতে সি বতাহত ভাঁহি অহা গোন্ধৰ সুবাস অনুভৱ কৰিলে। বকুলফুলৰ গোন্ধ। পদুলিমুখত থকা বকুলফুল জোপাত ফুলে জাতিষ্কাৰ কৰিছে, গোন্ধে মলমলাই উঠিছে। সি গছজোপালৈ মূৰ দাঙি চালে। বীৰেন দত্তৰ গানটো, 'বহুদিন বকুলৰ গোন্ধ পোৱা নাই', সি গুণগুণাবলৈ ধৰিলে। তাৰ মনটো বহুত পাতল যেন লাগিল।



## ২৫

পিচদিনা নির্দ্ধাৰিত সময়ত তপন আৰু প্ৰতিভাই ডাক্তৰ বৰুৱাৰ চেম্বাৰত উপস্থিত হৈছিল। ৰিচেপশ্যনিষ্ট গৰাকীয়ে ডাক্তৰৰ অনুমতি লৈ তপন আৰু প্ৰতিভাক ভিতৰলৈ যাবলৈ ইংগিত দিলে। দুয়ো লক্ষ্য কৰিলে যে ডাক্তৰে মনোযোগেৰে কমপিউটাৰৰ মনিটৰ নিৰীক্ষণ কৰিছে আৰু ৰেকৰ্ড কৰিছে। তপন আৰু প্ৰতিভাক বহিবলৈ কৈ তেওঁ কম্পিউটোৰটো বন্ধ কৰিলে আৰু আৰম্ভ কৰিলে তেওঁৰ বিশ্লেষণাত্মক মনোবৈজ্ঞানিক সমীক্ষা। ডাক্তৰ বৰুৱাই দুই এষাৰ ঘৰুৱা কথা পাতি এটা বন্ধুত্বপূৰ্ণ পৰিমণ্ডল সৃষ্টি কৰি ক'লে :

মই সকলো দিশ চালি-জাৰি চাইছো। জোনমণি এক অপ্ৰীতিকৰ অৱস্থাৰ বলি হৈছে। জোনমণিৰ ৰুমত থকা সেই পুতলা তিনিটাৰ দুটাক তাই মৰম কৰে। তৃতীয়টোক তাই চকু পাৰি দেখিব নোৱাৰে। কেতিয়াবা সেই পুতলাটোক তাই মাৰে, দবিয়ায়, দলিমাৰি পেলাই দিয়ে। এইটো এটা ইন্‌টাৰেষ্টিং প্লে'—থেৰাপি। সেই পুতলা তিনিটাৰ মাজেদি জোনমণিৰ স্বাভাৱিক অনুভূতি, আৱেগ, ঘৃণা আৰু আক্ৰোশ বঢ়িয়াকৈ ফুটি ওলাইছে। তাইৰ বিৰুদ্ধতা কাৰ প্ৰতি নিক্ষেপ হৈছে, তাক সহজেই অনুমান কৰিব পাৰি।

প্ৰতিভাই ৰুমালেৰে কপালত জমা হোৱা ঘামখিনি মচি অলপ যেন অস্বস্তিবোধ কৰিছে, সেই কথা ডাক্তৰে বুজি পাই ক'লে,

মই ক'ব খুজিছো যে জোনমণিৰ মানসিক স্থিৰতা পৰিবেশে অস্থিৰ কৰি তুলিছিল, সেয়েহে তাইৰ কাৰ্যকলাপত তোমালোকৰ চকুত পৰিছিল তাইৰ অসংগতিপূৰ্ণ আচৰণ, মানে, তাইৰ কোমল অন্তৰত আঘাত পোৱাৰ ফলত তাই এটা উত্তেজনাৰ মাজত সোমাই পৰিছিল।

তপনে ডাক্তৰক সমৰ্থন কৰি কৈছিল, ঠিক কৈছে ডাক্তৰ আংকেল। মই লক্ষ্য কৰিছো, তাই বৰকৈ কথা কোৱা বা আনৰ লগত খেল-ধেমালি কৰা এৰি পেলাইছে। অলপতে তাইৰ খং উঠে। তেতিয়া ওচৰত যি পাই দলিয়াই দিয়ে। কনভেন্টত তাইক নাম লগাই দিছিলো। মাদাৰে কৈছিল, তাই লগৰ ছোৱালীবোৰৰ লগত মিলিব নোখোজে। অলপ কথাতে কাজিয়া কৰে। হাঁহি-উকমি তাইৰ ভাল নালাগে। সদায় ক্লাছত আমন-জিমনকৈ বহি থাকে। এই স্বভাবটো সকলো টিছাৰে লক্ষ্য কৰিছে আৰু মোক জনাইছে।

এনেতে প্ৰতিভাই বিষণ্ণমনেৰে ডাক্তৰক সুধিলে, আপুনি যে পুতলা তিনিটাৰ

কথা কৈছিল, সেই দুষ্ট পুতুলাটো মই বুলিয়েই আপুনি চাগে ভাবিছে। বাকী দুটা পুতলা হৈছে তপন আৰু তপনৰ দেউতাক নহয়নে?

সেইটো মই ব্যাখ্যা নকৰো। ল'ৰা-ছোৱালীয়ে যি খেল-খেলে তাৰ পৰা আমি সিহঁতৰ স্বভাৱ কেনে ধৰণৰ, তাক নিৰ্ণয় কৰিব পাৰো। অকলে অকলে পুতলাৰ লগত খেলা যি স্বভাৱ তাত পজিটিভ্ আৰু নিগেটিভ্ ভিত্তি দুয়োটা সোমাই আছে। জোনমণিৰ ক্ষেত্ৰত নিগেটিভ্ প্ৰতিক্ৰিয়া প্ৰবলভাৱে ধৰা পৰিছে।

তপনে প্ৰশ্ন কৰিলে, জোনমণিৰ স্বভাৱটো ক্ৰনিক হৈ পৰাৰ কিবা আশংকা আছেনে?

আছে। ক্ৰনিক হৈ পৰাৰ আশংকা আছে। তেতিয়া তাই অসহ্য মানসিক পীড়নত ভুগি আক্ৰমণাত্মক ভূমিকা বা ধ্বংসাত্মক ভূমিকা ল'ব। ইয়াৰ পৰিণতি হ'ব—অপৰাধ প্ৰৱণতা! মানে, child delinquency । আজিকালি যি সমাজত আমি বাস কৰিছো, সেই সমাজৰ কু-প্ৰভাৱে ল'ৰা-ছোৱালীবোৰক অপৰাধ প্ৰৱণতাৰফালে মোহাসক্ত কৰিছে। সামাজিক অৱস্থাই ল'ৰা-ছোৱালীৰ সামাজিক আচৰণ নিৰ্ণয়ত বিশেষ প্ৰভাৱ পেলায়। আজিকালি মাক-বাপেকৰো ল'ৰা-ছোৱালীৰ প্ৰতি কৃতকৰ্ম বেলেগ হৈছে। আগৰ পৰিয়াল সংযোগ আজি নোহোৱা হৈছে। ঘৰৰ লগত মাক-বাপেক বহুতৰে সংযোগ বিচ্ছিন্ন হৈ আহিছে। ফলত ল'ৰা-ছোৱালীৰ লগত তেওঁলোকৰ সম্পৰ্ক মামুলী, অৰ্থাৎ অনাবিষ্ট আৰু শিথিল হৈছে। যাক ক'ব পাৰি, জেনেৰেশ্যন গেপ।

ডাক্তৰৰ বক্তব্য শুনি প্ৰতিভাই তপনৰ চকুলৈ চাইছিল। তপনেও কিবা ভাবি তলমূৰ কৰি বৈ আছিল। ডাক্তৰে অৱস্থাটো সংকোচপূৰ্ণ হ'ব বুলি সন্দেহ কৰি কথাৰ সুৰ বদলাই ক'লে, মাক-বাপেকে ল'ৰা-ছোৱালীক প্ৰতিপালন কৰোতে এক অৰ্থপূৰ্ণ দায়িত্ব পালন কৰিলে, অৱস্থা নিয়ন্ত্ৰণত থাকিব বুলি আশা কৰিব পাৰি। ঘৰৰ পৰিবেশ বন্ধুত্বপূৰ্ণ হ'বলৈ হ'লে মাক-বাপেকে দুটা উপায় গ্ৰহণ কৰিব লাগিব। এটা হৈছে আন্তৰিক মৰম চেনেহ। অৰ্থাৎ ল'ৰা-ছোৱালীক প্ৰশংসা কৰা, সিহঁতৰ লগত হাঁহি-মাতি সহৃদয়তা প্ৰকাশ কৰা, উৎসাহ দিয়া, সিহঁতৰ কথাত মনোযোগ দিয়া প্ৰভৃতি। ইয়াৰ বিপৰীতে মাক-বাপেকে ল'ৰা-ছোৱালীক কাৰণ-অকাৰণত কটূ কথা কোৱা, শাস্তি দিয়া, সকলো কামতে হকাবধা কৰা হৈছে পৰিবেশ বিৰোধী আচৰণ। দ্বিতীয়টো হৈছে—স্বাধীনতা নিয়ন্ত্ৰণ। মাক-বাপেকে ল'ৰা-ছোৱালীক কিমান দূৰ পৰ্যন্ত স্বাধীনতা দিব পাৰে? স্বাধীনতাৰ লেকামডাল কিমান টানকৈ ধৰি ৰাখিব? ল'ৰা-ছোৱালী সজ পথত ডাঙৰ-দীঘল কৰা আজিকালি এটা বাস্তৱ সমস্যা

হৈ পৰিছে। অৱশ্যে জোনমণিৰ সমস্যাটো মূলতে emotional blocade. তাই মনৰ ভাৱবোৰ স্বাভাৱিক গতিৰে প্ৰকাশ কৰিব নোৱাৰে। তাইৰ অৱচেতন মনত থকা ভয়, শংকা পীড়নবোৰ প্ৰজেক্টশ্যন্ স্ক্ৰিনত ধৰা পৰিছে। অলপ বাধাপালেই তাই স্থিৰতা হেৰুৱাই পেলায়। এইটো এটা অশুভ লক্ষণ।

তপনে এই প্ৰসংগত ডাক্তৰক এষাৰ তাৎপৰ্যপূৰ্ণ কথা কৈছিল। তপনে কৈছিল যে সি লক্ষ্য কৰিছিল, জোনমণি শুই থকা অৱস্থাতো কেতিয়াবা অস্থিৰ হৈ চিঞৰিবলৈ ধৰে। কেতিয়াবা "কাকা কাকা" বুলি উচুপি-উচুপি কান্দে। কেতিয়াবা আকৌ চকুখাই দৌৰ মাৰিব খোজে, তপনক জোৰেৰে গৰা মাৰি ধৰে।

ডাক্তৰ বৰুৱাই প্ৰতিভাক এটা প্ৰশ্ন কৰিলে,

প্ৰতিভা, মোৰ এটা প্ৰশ্নৰ উত্তৰ দিয়াছোন। ...... মাক হিচাপে জোনমণিৰ জন্ম সম্পৰ্কে তোমাৰ নিশ্চয় কোনো সন্দেহ নাই?

নাই। কিন্তু আন সকলোৱে যে.... প্ৰতিভা ৰৈ গ'ল।

আনে কি ভাৱে নাভাৱে, সেই বিষয়ে মই গুৰুত্ব নিদিওঁ।

কিন্তু, তপনৰ....

ডাক্তৰে তপনলৈ চাই ক'লে, Well, come out .....কোৱা তপন! তপনে উত্তৰ দিলে, অনেকে অনেক কথা কৈছিল, এইবোৰ শুনি মই বিচলিত হৈ পৰিছিলো।

আনৰ কথা কিয় শুনা? আনে হিংসাতে ক'ব পাৰে। মানে, তোমাৰ লগৰ বহুতো ডেকা-ল'ৰাই হয়তো প্ৰতিভাৰ দৰে ধুনীয়া ছোৱালী এজনী পাবলৈ হাবিয়াস কৰিছিল। কিন্তু নাপালে। তুমি পালা। এই কাৰণটো নুই কৰিব নোৱাৰি। ভাল পোৱাৰ ক্ষেত্ৰত প্ৰতিদ্বন্দ্বীৰ মনত ঈৰ্ষা হোৱা স্বাভাৱিক। গোপনে বদনাম ৰটা ইয়াৰ চৰম পৰিণতি।

নাই নাই, সেই বিষয়ে মই ভবা নাই। তদুপৰি ডাক্তৰে কৈছিল, প্ৰতিভা সন্তান-সম্ভৱা হোৱা আশা ক্ষীণ। জোনমণিৰ পাছত আমি সন্তানৰ মুখ দেখা নাই। প্ৰতিভাক দেখুৱাবলৈ বাহিৰৰ ফালে যোৱা আমাৰ এটা প্লেন আছে; তপনে বিষাদ মনেৰে ডাক্তৰক কৈ পেলাইছিল।

প্ৰতিভাই উচুপি কান্দি পেলালে। ক'লে, জোনমণিৰ জন্মৰ পাছতে মোৰ এটা অপাৰেশ্যন হৈছিল uterus ৰ। এজন স্ত্ৰী বিশেষজ্ঞই পাছত দেউতাক কৈছিল, সেই অপাৰেশ্যনটো ক্ষতিকাৰক। নকৰাহেঁতেন ভাল আছিল।

এতিয়া সেইকথা পাহৰি যোৱা। বৰ্তমান কি কৰিব পাৰি সেইটোৱে জৰুৰী কথা। বাৰু প্ৰতিভা এটা প্ৰশ্ন সোধো?

সোধক, আংকেল।

জোনমণিৰ জন্মৰোধ কৰিব পৰাহেঁতেন, তুমি সুখী হলাহেঁতেন। নহয়নে?

এটা অপ্ৰীতিকৰ অৱস্থাৰ পৰা ৰক্ষা পৰিলোহেঁতেন, প্ৰতিভাই কৈছিল।

ডাক্তৰে ক'লে, আৰু অপাৰেশ্যন কৰিও ৰোধকৰিব নোৱাৰাত তোমাৰ অৱচেতন মনত জোনমণিৰ প্ৰতি তাই জন্মহোৱা দিন ধৰি এই বিদ্বেষৰ ভাব উদয় হৈছিল। তাইৰ প্ৰতি তোমাৰ অন্তৰত ঘৃণাৰ আৰু প্ৰতিশোধৰ অগনি উমাই উমাই জ্বলিবলৈ ধৰিছিল। তোমাৰ এনে মনোবৃত্তি আছিল ক্ষতিকাৰক।

আপোনাৰ বিবেচনা হয়তো কিছু পৰিমাণে সঁচা। প্ৰতিভাই তলমূৰ কৰি উত্তৰটো দিলে।

কিছু পৰিমাণে নহয়, সম্পূৰ্ণৰূপে সঁচা। বাৰু প্ৰতিভা, জোনমণি বিকলাংগ শিশু হিচাপে জন্মলোৱাহেঁতেন, তেতিয়া? কাৰণ, জোনমণিৰ ডেলিভাৰি স্বাভাৱিক নাছিল!

প্ৰতিভাই বিকলাংগ শব্দটো শুনি জিকাৰ্ খাই উঠিছিল আৰু তপনৰ গাত ধৰি আশ্ৰয় বিচাৰি মনৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰিছিল। কৈছিল, আংকেল, তেনে কথা উচ্চাৰণ নকৰিব, মই সহ্য কৰিব নোৱাৰো। তপনেও লগতে যোগ দি কৈছিল, এনে অভিশাপ কাৰো যেন ভাগ্যত নঘটে!

ডাক্তৰে তপন আৰু প্ৰতিভাৰ অপ্ৰত্যাশিত প্ৰতিক্ৰিয়া জানিবলৈকে এনে বাক্য প্ৰয়োগ কৰিছিল। এগৰাকী মানসিক ৰোগৰ অভিজ্ঞ চিকিৎসকৰূপে তেওঁ শব্দ প্ৰয়োগত বিশেষ পটু আৰু বিচক্ষণ। মানৱচৰিত্ৰৰ গোপন ৰহস্য উদঘাটন কৰিবলৈ তেওঁ যে বিভিন্ন কৌশল অৱলম্বন কৰিব লাগে, কোনটো বিন্দুত আঘাত কৰিব লাগে, সেইবিষয়ে তেওঁৰ অভিজ্ঞতা ব্যাপক। কেতিয়াবা তেওঁ ৰোগীৰ মন বুজিবলৈ এনে এটা ভৱিষ্যতসূচক কথা কৈ দিব লগাত পৰে, যিটোৰ ফল তেওঁৰ চিকিৎসা পদ্ধতিৰ সহায়ক।

ডাক্তৰে হাঁহি এটা মাৰি ক'লে, মই সেইটো বেলেগ অৰ্থতহে ব্যৱহাৰ কৰিছিলো। I do not meant it. মাত্ৰ ক'ব খুজিছো, তোমালোকৰ ভাগ্য ভাল যে জোনমণি এজনী নিখুঁত, ধুনীয়া ছোৱালী হৈ জন্ম লাভ কৰিছে। তাইৰ দৰে মৰমলগা ছোৱালী এজনীৰবাবে যেই কোনো মাক-বাপেকে গৰ্ব কৰিব পাৰে। অথচ, প্ৰতিভাই নিজৰ মনৰ মাজত সক্ৰিয় হৈ থকা আক্ৰোশৰ বাবেই তাইক ককাক আইতাকৰ মৰমৰ বান্ধোনৰ পৰা আজুৰি আনিলে। এইটো প্ৰতিশোধৰ এটা লক্ষণ। মনত ৰাখিবা, ল'ৰা-ছোৱালীৰ স্পৰ্শকাতৰ অনুভূতিত আঘাত

কৰিলে ফল ভয়ানক হোৱাৰ আশংকা থাকে। medical code ত থকা autism ৰ লক্ষণ এনেকুৱা ক্ষেত্ৰত দেখা যায়।

এতিয়া জোনমণিক আৰোগ্য কৰাৰ উপায় কি আংকেল? প্ৰতিভাই উৎকণ্ঠাৰে ডাক্তৰৰ উপদেশ বিচাৰিলে। তপনেও প্ৰতিভাৰ কথাতে গুৰুত্ব দিবলৈ ডাক্তৰক সুধিলে,

আমি এতিয়া কি কৰা উচিত? কি ব্যৱস্থা ললে জোনমণিৰ মানসিক বিকাৰ স্বাভাৱিক অৱস্থালৈ আনিব পাৰিম? তপনে এটা সংগত প্ৰশ্ন কৰিলে।

ডাক্তৰে হাঁহি এটা মাৰিলে। তেওঁৰ কৌতূহল হ'ল। খন্তেক ভাবি ধীৰে ধীৰে ক'লে, মই এখন ব্যৱস্থাপত্ৰ দিম।

কিন্তু, জোনমণিৰ ক্ষেত্ৰত আটাইতকৈ প্ৰয়োজন হৈছে, তাইৰ স্পৰ্শকাতৰ অনুভূতি ভালকৈ বুজিবলৈ চেষ্টা কৰা। এগৰাকী নিৰ্দয়া, অমনযোগী মাকৰ পৰিবৰ্তে এগৰাকী স্নেহপৰায়ণা মাক তাই বিচাৰে। আৰু এটা ল'বলগীয়া ব্যৱস্থা হৈছে—বৰ্তমান যি পৰিবেশত তাই আবদ্ধ হৈ আছে, সেই পৰিবেশ সলনি কৰিব লাগিব। তাই ভালপোৱা পৰিবেশ এটালৈ তাইক লৈ যাব লাগিব।

তপনে অসংকোচেৰে সুধিলে, তাৰ মানে আমি পুনৰ মা-দেউতাৰ ঘৰলৈ তাইক লৈ যাব লাগিব?

এৰা, মই সেইটোকে উত্তম ব্যৱস্থা হ'ব বুলি ভাবিছো। অন্ততঃ কিছুদিনৰবাবে হ'লেও জোনমণিক সেইখন ঘৰলৈ তোমালোকে লৈ যোৱা। আপত্তি আছে?

ডাক্তৰৰ পৰামৰ্শই প্ৰতিভাক যেন কষ্টহে দিলে। উত্তৰটো প্ৰতিভাই দিবলৈ শংকাবোধ কৰিলে। যিখন ঘৰৰ পৰা তাই এদিন ওলাই আহিছিল, সেইখন ঘৰলৈ উভতি যোৱা? এইটো জানো সম্ভৱ? মান-সম্মান, আত্ম-অভিমান সকলো বিসৰ্জন দি আকৌ শহুৰ-শাহুৰ কাষ চাপিব লাগিব? প্ৰতিভাই কিবা এটা ক'বলৈ গৈছিল। তপনে বাধা দিলে।

তুমি ঘৰলৈ যাবা, তাত ভাবিবৰ কি আছে? সেইখন ঘৰ তোমাৰ নহয় জানো? তুমি সেইখন ঘৰৰ বোৱাৰী নহয়নে? অবুজ নহ'বাছোন!

পাহৰি নাযাবা প্ৰতিভা, তোমাৰ একমাত্ৰ সন্তান জোনমণিৰ মংগলৰ বাবে তুমি অহমিকা ভাব এৰিব লাগিব। ডাক্তৰে উপদেশ দিলে।

কন্দনামুৱাহে প্ৰতিভাই কৈছিল, সেইখন ঘৰত তাইক যদি কোনেও ভাল চকুৰে নাচায়?

এইটো তোমাৰ ভুল ধাৰণা। তুমি ঘৰখনৰ লগত মিলিব পাৰিলে, সকলোৰে

সমাদৰ লাভ নকৰাৰ কাৰণ নাই। তপনৰ দেউতাক আৰু মাকক মই জানো। তেওঁলোক উদাৰ হৃদয়ৰ মানুহ।

মোৰ দেউতা, মানে, বিদ্যুৎ চৌধুৰীয়ে অপমানবোধ কৰে যদি.....

'তোমাৰ দেউতাৰক এই বিষয়ত সাঙুৰি নল'বা। তোমালোক মোৰ ওচৰলৈ আহিছা, তোমালোকৰ দুয়োৰে পাৰিবাৰিক জীৱনত দেখা দিয়া মানসিক সমস্যা এটাৰ সমাধান বিচাৰি। জোনমণিক কেন্দ্ৰ কৰি তোমালোকৰ মাজত যি মতানৈক্যই দেখা দিছে, যাৰ ফলস্বৰূপে দেৱতুল্য শিশুটিৰ মানসিক বিকাৰ ক্ৰমাৎ শোচনীয় হৈ আহিছে, কোন সময়ত ভয়ানক ৰূপ লয় ক'ব নোৱাৰি। আনকি মাত কথা পৰ্যন্ত বন্ধ হৈ যোৱাৰ উপক্ৰম ঘটিছে।' ডাক্তৰে প্ৰতিভাক সান্ত্বনা দি আকৌ ক'লে, 'শুনা প্ৰতিভা, তোমাৰ আৰু তপনৰ মাজত সদ-ভাৱ, প্ৰেম-প্ৰীতি পুনৰ সুপ্ৰতিষ্ঠা হোৱাটো মই কামনা কৰো। মই জানো, তুমি বিদ্যুৎ চৌধুৰীৰ আদৰৰ কন্যা। কিন্তু এটা কথা কৈ থওঁ। তেখেতৰ প্ৰভাৱৰ পৰা তুমি কিছু পৰিমাণে হ'লেও মুক্ত হ'ব লাগিব। অত্যাধিক প্ৰভাৱে তোমাৰ নিজৰ বিচাৰ-বিবেচনা নোহোৱা কৰিব। বিবাহিত জীৱনলৈ আনিব ভুল বুজাবুজি। মই যি বুজিলো, তোমাৰ ওপৰত থকা দেউতাৰৰ কৰ্তৃত্ব বহুত বেছি, সেয়েহে সৰু সৰু কথাতে তুমি বিব্ৰত হৈ পৰা। নিজৰ ওপৰত, স্বামীৰ ওপৰত ভৰসা ৰখাটো মই শ্ৰেয় বুলি বিবেচনা কৰো।'

প্ৰতিভা মনে মনে থকা দেখি ডাক্তৰে আকৌ ক'লে, প্ৰতিভা, ইয়াত ভাবিবলগা দ্বিতীয় কথা নাই। ভাবিলোৱা এতিয়াৰ পৰা তোমাৰ নতুন জীৱন আৰম্ভ হ'ল। জোনমণি তোমাৰ একমাত্ৰ সন্তান—বৰ্তমান আৰু ভৱিষ্যত দুয়োটা সময়ৰ বাবে। জোনমণিক জীয়াই ৰাখিবলৈ হ'লে তুমি বহুতো ত্যাগ কৰিব লাগিব। আত্ম-অভিমান এৰিব লাগিব। কোৱা, পাৰিবা?

প্ৰতিভাই কান্দি পেলালে। এইয়া কি আক্ৰোশৰ পৰাজয়? স্বামীৰ পৌৰুষৰ ওচৰত গৰ্বিতা নাৰীৰ মৰ্মান্তিক পৰাজয়? হয়তো নহয়। ডাক্তৰে ঠিকেই কৈছে, ত্যাগ আৰু আন্তৰিকতাপূৰ্ণ কামনাৰে স্বামী-স্ত্ৰীৰ সম্পৰ্কটো জীয়াই ৰখাই হৈছে—সংসাৰৰ ধৰ্ম! প্ৰত্যুত্তৰত প্ৰতিভাই চকুৰ পানী মুছি এটা সন্মতিসূচক মূৰ জোকাৰিলে। তপনৰ কাষলৈ গৈ ক'লে, তুমি বিশ্বাস কৰা, মই আংকোলৰ উপদেশ মানি চলিম। জোনমণিক স্নেহৰ আকণ্ঠ বন্ধনেৰে আৰোগ্য কৰি তুলিম। তুমি মোৰ সহায় হবা!!

ডাক্তৰে হাঁহি হাঁহি ক'লে, That's like a good girl ৰ'বা তোমালোকৰ বাবে চাহৰ কথা কওঁ। You look tired.

কিছু সময়ৰ বিৰতিৰ পাছত এটা বিলেস্কসেশ্যন মুডত ডাক্তৰ বৰুৱাই কৈছিল ঃ আধুনিক মনোভাবাপন্ন উচ্চবিত্ত পৰিবাৰৰ তৰুণী সকলৰ মানসিক দৃষ্টিভংগী বহুত সলনি হৈছে। এইটো অস্বীকাৰ কৰিব নোৱাৰি যে তেঁওলোকে পূৰণি পৰম্পৰা ৰক্ষা কৰি সীতা, সাবিত্ৰী, বেউলাৰ আদৰ্শ মানি চলিব অথবা তেওঁলোকে পতিভক্তিৰ চৰম নিদৰ্শন ৰক্ষা কৰি ঘৰৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ থাকিব। আগৰ যুগ আৰু নাই। আজিকালি ছোৱালীবোৰে পুৰুষৰ কটকটীয়া শাসনত বন্দী হৈ থাকিব নোখোজে। অতি সাধাৰণ মধ্যবিত্ত শ্ৰেণীৰ মহিলায়ো সমাজত সু-প্ৰতিষ্ঠিত হ'বলৈ কামনা কৰে। শিক্ষা আহৰণ কৰি তেওঁলোকে নিজ নিজ দায়িত্ব পালন কৰাত আগ্ৰহী। সকলো আধুনিক নাৰীয়ে স্বাধীনতা বিচাৰে। চাকৰি কৰি স্বাবলম্বী হ'বলৈ তেওঁলোকৰ হেপাহৰ অন্ত নাই। এইটোত আপত্তি কৰিবলগা কথা নুঠে। কিন্তু আধুনিকা হৈয়ো তোমালোকে ভাৰতীয় সমাজ নীতি, ঐতিহ্য আৰু বৈচিত্ৰ্য ৰক্ষা কৰি চলিব পাৰা। চোৰা প্ৰতিভা, আমি পশ্চিমীয়া ৰীতি-নীতিক অন্ধভাৱে অনুসৰণ কৰিবলৈ গৈয়ে উজুটি খাইছো। ইকুলো হেৰুৱাইছো, সিকুলো হেৰুৱাইছো। ভাৰতীয় নাৰী হৈয়ো তোমালোকে নিজক সু-প্ৰতিষ্ঠা কৰিব পাৰা। যিহেতু তুমি নাৰী, সেইবাবে তোমাৰবাবে এজন মৰমীয়াল স্বামীৰো প্ৰয়োজন আছে, প্ৰয়োজন আছে সন্তানৰ মাতৃৰূপে গৌৰৱ অৰ্জন কৰা। আজিকালি এই পৰম্পৰাত ব্যতিক্ৰম থাকিলেও পুৰুষ-নাৰী পৃথক হ'ব নোৱাৰে। দুয়োৰে প্ৰেম-প্ৰীতি আৰু প্ৰেৰণাই সংসাৰধৰ্ম ধাৰণ কৰাত দুয়োকে সহায় কৰে। এইটোৰ অবিহনে পুৰুষ-স্ত্ৰীৰ মাজত দেখা দিয়ে উচ্ছৃংখলতা, হতাশা আৰু অস্থিৰতা। মই আমেৰিকাত দেখি আহিছো—বিবাহ-বিচ্ছেদৰ অশুভ পৰিণাম। বাধাহীন, সংস্কাৰহীন অবিশ্বাসে ভৰা ডেকা-গাভৰুৰ উদণ্ড জীৱন যাপন। নিজৰ আধুনিক প্ৰৱণতা ৰাখিও ভাৰতীয় নাৰীয়ে নিজৰ অস্তিত্ব, নিজৰ ব্যক্তিত্ব অক্ষুণ্ণ ৰাখিব পাৰে। তুমি আৰু তপন বৰ্তমান সমাজৰ প্ৰতিনিধি। আধুনিকতাৰ মোহত তোমালোকে যাতে ভুল নকৰা, ইজনে সিজনক যথাযথভাৱে উপলব্ধি কৰা তাকে মই আশা কৰিছো। তোমালোকৰ সংঘাত বৰ্জিত যুগ্মজীৱনত জোনমণি হওঁক আলাসৰ লাড়ু।

দীৰ্ঘ বিবৃতি দিয়েই তপন আৰু প্ৰতিভাক আগবঢ়াই ডাক্তৰ বৰুৱা পুনৰ সোমাল ক্লিনিকত। দুয়ো নিৰ্বাক, নিস্তব্ধ আৰু নীৰৱে ঘৰ অভিমুখে আগবাঢ়িল। ডাক্তৰৰ কথাবোৰে দুয়োকে অবাক কৰি তুলিছিল। ইমানদিনে কৰি অহা ভুলবোৰ যে কন্টকস্বৰূপ আছিল, সেইকথা দুয়ো মৰ্মে মৰ্মে হৃদয়ংগম কৰিলে।

## ২৬

সেইদিনা আবেলি তপন সোনকালে কামৰ পৰা আহিছিল। সি ভাবিছিল, ঘৰলৈ যোৱা দৰকাৰ। ৰাজেনৰ বিষয়টো লৈ দেউতাক আৰু মাক কিমান দুশ্চিন্তাত দিন কটাইছে—সি বুজিবলৈ বাকী নাই। দেউতাকক সি অত্যন্ত বিহ্বল হোৱা দেখি আহিছে। এই বিহ্বলতা যে মৰ্মান্তিক আঘাতৰ প্ৰতিফলন, তাক সি অনুভব কৰিছিল। মাকৰো অব্যক্ত বেদনাই তাৰ অন্তৰ দুখেৰে ওপচাই পেলাইছিল। চাহ-জলপান খাই সি ঘৰলৈ যাব বুলি প্ৰতিভাক কৈ থৈছিল। দেউতাকক জোনমণিক চাই ডাক্তৰে কি ক'লে, সকলোবোৰ কথা জনোৱা উচিত বুলি সি কালিৰে পৰা ভাবি আছিল।

প্ৰতিভাই তপনক অফিচৰ পৰা অহাৰ লগে লগে কৈছিল, ঘৰলৈ যাবা নহয়? যোৱা, দেউতাহঁত চিন্তাত আছে। তাতে তেখেত সকলৰ মন-চনো বেয়া। এই সময়ত আমি কাষত থকা প্ৰয়োজন। জোনমণিৰ কথাখিনিও কৈ আহিবা। তাই এই দুদিন বহুত ভালে আছে। মই তাইৰ লগত লাগি আছো....।

বাহিৰৰ গেটখনত এটা শব্দ শুনি প্ৰতিভাই খিড়িকিখনেদি চাই দেখিলে, ধৰ্মেশ্বৰ হাজৰিকা আহিছে।

সৌৱা দেউতা আহিছে।

তপন আৰু প্ৰতিভা ওলাই আহি ধৰ্মেশ্বৰ হাজৰিকাক ভিতৰলৈ লৈ আহিল।

আপুনি কিয় আহিল দেউতা, এওঁ এতিয়া যাবলৈ ওলাইছিল। প্ৰতিভাই শহুৰেকক বিনম্ৰভাৱে সুধিলে।

তপনেও ক'লে, মই ঘৰলৈ যাবলৈ ওলাইছিলোৱেই। ৰাজেনৰ কিবা খবৰ পাইছেনে?

খবৰ কি পাম! তাৰ কথা ভাবি আমি মহা বিমোৰত পৰিছো। মই আহিলো জোনমণিৰ খবৰটো লৈ যাবলৈ। ডাক্তৰে কি ক'লে?

ডাক্তৰে তাইক মানসিকভাৱে আক্ৰান্ত বুলি কৈছে। তাইৰ এটা চেইঞ্জৰ অত্যন্ত প্ৰয়োজন। তাই বোলে মানসিক অস্থিৰতাত ভুগিছে।

এতিয়া কি কৰো বুলি ভাবিছ'?

তাইক কিছুদিনৰ বাবে ঘৰলৈ লৈ যোৱা কথাটো ভাবিছো। বৰ্তমানৰ আবদ্ধ

পৰিবেশ তাইৰবাবে অস্বাস্থ্যকৰ। তাই ভালপোৱা মুক্ত পৰিবেশ আৰু প্ৰতিভাৰ ব্যক্তিগত যত্ন, আদৰ-সাদৰ বিশেষ প্ৰয়োজন।

ডাক্তৰ বৰুৱাই উত্তম ব্যৱস্থাকে দিছে। সঁচাকথা, আজিকালি চহৰীয়া সভ্যতাত মানুহৰ ব্যস্ততা বহুত বাঢ়ি যোৱাত ঘৰুৱা বান্ধোন ক্ৰমাৎ খুলি গৈছে। ল'ৰা-ছোৱালীৰ লগত মাক-বাপেকৰ সম্বন্ধ প্ৰায় নোহোৱাৰ দৰেই হৈ পৰিছে। মাক-বাপেকৰ কৰিবলগীয়া কামবন ঘৰুৱাকাম কৰা ছোৱালীৰ হাতত গটাই স্বামী-স্ত্ৰী উভয়ে চাকৰিলৈ গৈছে অথবা অন্য প্ৰকাৰে ব্যস্ত হৈছে। আমি তহঁতক ডাঙৰ দীঘল কৰোতে এটা স্নেহময় আসক্তি আছিল। শাসনো কৰিছিলো, মৰমো কৰিছিলো। আজিকালি ল'ৰা-ছোৱালীয়ে মাক-বাপেকৰ মৰমৰ বাহিৰে আনবোৰ সকলো পাইছে। মই ভাল পাইছো, ডাক্তৰ বৰুৱাই এটা সামাজিক ব্যাধিৰ বিষয়ে তহঁতৰ আগত বঢ়িয়াকৈ ব্যাখ্যা কৰি, কি কৰিব লাগিব, তাৰ উপায় দিছে।

হয় দেউতা, ডাক্তৰৰ উপদেশবোৰ আমাৰবাবে নিতান্তই লাগতিয়াল বুলি ভাবিছো। জোনমণিৰ মানসিক আৰু শাৰীৰিক নিৰাপত্তাৰ বাবে তাইৰ প্ৰতি মনোনিৱেশ অধিক প্ৰয়োজন হৈছে। প্ৰতিভাই এই দায়িত্ব কেনেকৈ ল'ব, সুন্দৰ কৈ বুজাই দিছে। তপনে পুনৰ কৈছিল, এই কথা অস্বীকাৰ নকৰো যে জোনমণিক আমি বহুত অবহেলা কৰিছিলো। ডাক্তৰে আমাৰ ভুল ভাঙি দিলে। আমি অকাৰণত জোনমণিৰ লগতে আমাৰো বিবাহিত জীৱন বিপন্ন কৰিব খুজিছিলো। ডাক্তৰ বৰুৱা এগৰাকী শিশুৰোগ বিশেষজ্ঞই নহয়, এগৰাকী নিপুণ চায়কিয়াট্ৰিষ্ট্। প্ৰেক্‌টিছ্ খুব ভাল।

প্ৰতিভাই মাত লগালে, আপোনালোকৰ তাত থাকোতে জোনমণি বহুত ভালে আছিল। ইয়ালৈ আহি কি হ'ল জানো? মই ভাবিছো, আয়াজনীক বিদায় দিম। তাইৰ পৰা জোনমণিয়ে বহুতো বেয়া অভ্যাস শিকিছে।

বোৱাৰী, তাইক আমাৰ লগতে কিছুদিন ৰাখি আহিব পাৰিলাহেঁতেন। এইখন ঘৰত তাই বৰ অকলশৰীয়া হৈ পৰিছে। বাৰু যি হ'ল, হৈ গ'ল। এতিয়া বেমাৰ ধৰা পৰিল যেতিয়া ইয়াক নিৰাময় কৰাহে তোমালোকৰ প্ৰধান দায়িত্ব।

"তপনে কৈছে, জোনমণিক কিছুদিনৰ বাবে আপোনালোকৰ ওচৰত থৈ আহিব।" প্ৰতিভাই ধৰ্মেশ্বৰ হাজৰিকাক সিহঁতৰ মনৰ বতৰা জনালে। প্ৰতিভাই লগতে শহুৰেকক ক'লে যে তপনে বোলে কোম্পানীৰ চাকৰিটো এৰি দিব।

হাজৰিকা আচৰিত হ'ল। তপনক সুধিলে, কোম্পানীৰ চাকৰি এৰি কি কৰিবি? এখন প্ৰাইভেট কলেজত সোমোৱাৰ যত্ন কৰিছো। হয়তো কামটো পাম।

মাষ্টৰ হবি? কোম্পানীৰ চাকৰিটো কিয়নো এৰিব খুজিছ, দৰমহা-পাতি ভাল, উন্নতিৰ সুবিধা আছে। হঠাৎ এনে সিদ্ধান্ত ল'বলৈ তোক কিহে পালে?

প্ৰতিভা সোমাই গ'ল। চাহৰ যোগাৰ কৰিব লাগে। ভাবিলে, যিহেতু বিষয়টো জটিল, পুতেক-বাপেকে আলোচনা কৰক, যি ভাল দেখে কৰক।

তপনে দেউতাকক কি উত্তৰ দিব, খন্তেক ভাবিলে। পাছত লাহে লাহে ক'লে,

বেছ খাটিৰৰ চাকৰি আছিল ঠিকেই, কিন্তু চাকৰিটোত অকণো আজৰি নাই, শান্তি নাই। সময় নাই অসময় নাই গাধ-খাটন দিব লাগে। ঘৰৰ লগত সম্পৰ্ক নোহোৱাৰ দৰে। বহুত ক্ষেত্ৰত প্ৰতিভাক ফাঁকি দিব লাগে। তেওঁক লৈ ক'ৰবালৈ ফুৰিবলৈ যাম বুলিও কিবা অজুহাত দেখুৱাই দুখ প্ৰকাশ কৰিব লগাত পৰে। আপুনি হয়তো ভাবিছে, কিহৰ ইমান কাম? দেউতা, কোম্পানীটোৱে ইমপোৰ্ট-এক্সপোৰ্ট কামত বহুতো বে-আইনী কাম কৰিছে। ইয়াৰ সংক্ৰান্তত আমি কিছুমান ৰাজনৈতিক নেতা আৰু উচ্চপদস্থ বিষয়াক সন্তুষ্ট কৰি কাম আদায় কৰিব লাগে। বৃহৎ অংকৰ ঘোঁচ দিব লাগে। এম. ডি'য়ে প্ৰায়বোৰ যোগাযোগত মোক পঠায়। মই আপত্তি কৰিলে হাঁহি-উৰাই দিয়ে। পাৰ্টি, ডিপাৰ্টমেন্টৰ মিটিং, ৰিপোৰ্ট তৈয়াৰ আদি অনবৰত লাগিয়েই আছে। এইবোৰত লেন-দেনৰ সুবিধা আদায় কৰিব লাগে। লেন-দেন মানেই উৎকোচ বা প্ৰক্ৰিওৰমেণ্ট—বিশেষ সেৱা। লাখ লাখ টকা ঘোঁচ দিওঁতে কোম্পানীয়ে কৃপণালি নকৰে। কাম সহজে হৈ যায়। এম. ডি'য়ে মোক পিঠিত হাত চপৰিয়াই, প্ৰমোছনৰ প্ৰলোভন দেখুৱায়। সাধু নিয়ম-নীতি নাই। সকলোতে দুৰ্নীতি। মই এইবোৰত একেবাৰে অভ্যস্ত নহওঁ। মোৰ শহুৰ বিদ্যুৎ চৌধুৰী হৈছে কোম্পানীটোৰ এজন পাৰ্টনাৰ। তেওঁ থকাত মোৰ অৱস্থা আৰু শোচনীয় হৈছে। সেইবাবে কোম্পানীৰ চাকৰিটোৰ পৰা মই ওলাই আহিব খুজিছো।

হাজৰিকাই চিন্তিত মনেৰে ক'লে, ভালকৈ ভাবি-গুণী চাবি। মইনো কি কম!

তপনে মেৰুদণ্ড চিধা কৰি দেউতাকক ক'লে, আপোনালোকৰ দৰে সৎ মাক-বাপেকৰ ল'ৰা হৈ মই ইমান তললৈ যাব নোৱাৰো। মোক কিমান কষ্টেৰে পঢ়ালে, বেংকৰ ধাৰ পৰ্যন্ত ল'ব লগা হ'ল ; সেই কষ্ট-সাধিত শিক্ষালাভ কৰি মই কেনেকৈ অন্যায়, অসত্য আৰু অনাচাৰী হওঁ? আপোনাৰ অৰ্থ ব্যয় অকৰ্মত লগালে মোৰ

অপৰাধ হ'ব। সেয়েহে মই স্থিৰ কৰিছো, বিদ্যুৎ চৌধুৰীৰ নিচিনা দুৰ্নীতি পৰায়ণ মানুহবোৰৰ পৰা আঁতৰি আহো। সেইখন সমাজে মোৰ আৰু প্ৰতিভাৰ মাজত বিদ্বেষৰ বিজাণু ছটিয়াই দিছিল, জোনমণিক কাঢ়ি নিব খুজিছিল। শিক্ষকতাত অন্ততঃ মোৰ মানসিক উৎকৰ্ষ সাধন হ'ব, অস্বস্তিকৰ পৰিবেশৰ পৰা বিপদমুক্ত হ'ব পাৰিম।

এৰা, তোৰ বিবেচনা অসংগত বুলিব নোৱাৰি। যাক আমি ভদ্ৰ, সভ্য আৰু শিক্ষিত সমাজ বুলি কওঁ, সেই সমাজৰ ভিতৰখন যে কদাচাৰী, নৈতিকতাবিহীন, সেইকথা তোৰ দুখ আৰু বিৰক্তিয়ে প্ৰকাশ কৰিছে। ভাবিছো, এই পৃথিৱীত সৎ মানুহ জীয়াই থকাৰ অধিকাৰ নোহোৱা হৈছে!

সত্যকথা দেউতা, সৎ জীৱন যাপন কৰা বৰ কঠিন। সামাজিক আৰু ৰাজনৈতিক ভ্ৰষ্টাচাৰত সজ্জন সমাজৰ বিলুপ্তি ঘটিছে। সেয়েহে মই সিদ্ধান্ত লৈছো—কোম্পানীৰ চাকৰি এৰি দিম।

ধৰ্মেশ্বৰ হাজৰিকাই পুতেকৰ সিদ্ধান্তত আপত্তি কৰাৰ কোনো চেষ্টা নকৰিলে। তপনে যি ভাষাৰে তাৰ অন্তৰৰ উত্তাপ ব্যক্ত কৰিলে, তাক প্ৰত্যাখ্যান কৰা সম্ভৱ নহয়। তপনৰ যুক্তিত দুখ আছে, আক্ষেপ আছে আৰু আছে তাৰ তৰুণ হৃদয়ৰ প্ৰতিবাদ। কিমান আশা, কিমান স্বপ্নলৈ সি জীৱনটোক সু-প্ৰতিষ্ঠা কৰিব খুজিছিল, কিন্তু নোৱাৰিলে। স্থান, কাল আৰু পৰিবেশ কোনোটোৱেই তাৰ ব্যক্তিত্ব প্ৰকাশৰ অনুকূল নহ'ল। তপনৰ মৰ্মবেদনাই হাজৰিকাৰ অন্তৰ আৱৰি পেলালে। ক'লে, বেছ, ভাল কথা। সৎজীৱন যাপন কৰিবলৈ অন্য উপায়ো আছে। এতিয়া তহঁত আমাৰ তালৈ কেতিয়া যাবি ক'। জোনমণিক দেখোন মই আজিয়ে লৈ যাব পাৰো। তাই ক'ত আছে?

প্ৰতিভাই চাহ-জলপান আনি শহুৰেকৰ আগত থলেহি। সন্ধিয়া পৰত তেখেতে বেছি নাখায়, সেইকথা প্ৰতিভাই জানে। শহুৰেকৰ কথাসাৰ কাণত পৰিলত প্ৰতিভাই ক'লে, জোনমণিক আয়াজনীয়ে পাৰ্কৰ ফালে ফুৰাবলৈ নিছে। ময়ে পঠাইছো। তালৈ বহুতো ল'ৰা-ছোৱালী আহে। আহিবৰ হৈছে।

পিচে বোৱাৰী, ঘৰলৈ কেতিয়ামানে যাবাহঁক?

আমি ভাবিছো, অহা দেওঁবাৰে যাম। সোমবাৰে জোনমণিৰ জন্মদিন পৰিছে। ভাবিছো, তাতে তাইৰ জন্মদিন পালন কৰিম।

তপনেও প্ৰতিভাৰ প্ৰস্তাৱত সমৰ্থন জনালে। ক'লে, আমি দুয়ো তাতে

জন্মদিন পতা বিষয়টো স্থিৰ কৰি থৈছো। হয়তো, তেতিয়ালৈ মযো চাকৰিৰ লেঠা মাৰি, আনবোৰ কাম শেষ কৰিব পাৰিম।

ধৰ্মেশ্বৰ হাজৰিকাই এটা তৃপ্তিময় মৃদু হাঁহি মাৰি, কিছু সময় নিঃশব্দে তন্ময় ভংগিমাৰে ঠিয় হৈ তপন আৰু প্ৰতিভালৈ চাই ক'লে, তোমালোকৰ বিবেচনা যুক্তিসংগত হৈছে। ঘৰৰ ল'ৰা-বোৱাৰী ঘৰলৈ আহিব, ইয়াতকৈ আমাৰ আনন্দৰ কথা কি হ'ব পাৰে? মই যাওঁ, মনোৰমাক এই সু-খবৰটো দিওঁ গৈ। ৰাজেনৰ কথা ভাবি মানুহজনী শোকত ভাঙি পৰিছে। এই সু-সংবাদে তেওঁৰ বেজাৰ কিছু পৰিমাণে হ'লেও লাঘৱ কৰিব।

হাজৰিকা যাবলৈ উঠিল। তপন আৰু প্ৰতিভাই দুয়ো আঁঠুকাঢ়ি সেৱা কৰিলে। হাজৰিকাই দেখিলে, দুয়োৰে চকু চলচলীয়া হৈছে। পুতেক-বোৱাৰীয়েক মূৰত হাতদি মৰমেৰে ধৰ্মেশ্বৰ হাজৰিকাই আশীৰ্বাদ দিলে, এইয়া আক' কি? কান্দিবৰ কি হৈছে? ঈশ্বৰে যি কৰে, মংগলৰ বাবেই কৰে। তহঁতে চিন্তা নকৰিবি, সকলো ভালেই হ'ব।

গেটৰ মুখলৈকে তপন আৰু প্ৰতিভা আগবাঢ়ি আহিল। এখন ৰিক্সা খালি পাই তাতে দেউতাকক তুলি ঘৰলৈ পঠাই দিলে। ৰিক্সাখন চকুৰ আঁতৰ নোহোৱালৈকে দুয়ো চাই থাকি ভিতৰ সোমাল। তপনে ক'লে, প্ৰতিভা, বিধাতাৰ অভিধানত আমাৰ শুভদিনৰ কথাকে লিখা আছে। দেউতা হঠাৎ আহি আমাক কিমান উৎসাহিত কৰি গ'ল, দেখিলা? প্ৰতিভাই হাঁহি পেলালে, সমৰ্থন জনাই ক'লে, তোমাৰ মনৰ কথা মই বুজিব পাৰিছো। দেউতাৰ অন্তৰখন সঁচাকৈয়ে মহান!



২৭

পিচদিনাৰ কথা। প্ৰতিভা আৰু তপনে ভৱিষ্যতৰ পথ নিৰ্ণয় কৰিলে সুস্থ মগজুৰে। তপনে চাকৰিটো ইস্তফা দিব, ঘৰত থকা কিছুমান ওপৰঞ্চি বয়বস্তু, ফাৰ্ণিচাৰ বিক্ৰী কৰি দিব, ভাড়া ঘৰটোৰ বাবদ পূৰা মাহটোৰ পইচা মালিকক দি ঘৰটো খালি কৰিব। দেওঁবাৰৰ দিনা পাৰিলে লাগতিয়াল বস্তুখিনি লৈ তপন ঘৰলৈ যাবগৈ। যিখিনি বয়বস্তু বৈ যাব, সেইখিনি কোঠালি এটাত ভৰাই থৈ যাব। পাচে পৰে নিয়াৰ ব্যৱস্থা কৰিব। ঘৰৰ মালিক ভাল মানুহ। তেওঁ আপত্তি নকৰে। এটা জৰুৰী কাম হৈছে প্ৰতিভাই দেউতাক বিদ্যুৎ চৌধুৰীক সবিশেষ জনোৱাটো। প্ৰতিভাৰ বাবে সৰ্বংসহা বাপেকক ৰাজী কৰাব পাৰিলে প্ৰতিভাৰ লগতে তপনেও সুখ পাব। বিদ্যুৎ চৌধুৰীৰ স্বভাৱটো যিহেই নহওঁক লাগিলে, প্ৰতিভাৰ বাবে তেওঁৰ এখন কোমল অন্তৰ আছে। আদৰৰ ছোৱালী বুলিয়েই তেওঁ প্ৰতিভাৰ সুখ-সম্ভোগৰ বাবে অত্যাধিক যত্ন লৈছে।

প্ৰতিভাই আবেলি পৰত দেউতাকৰ ঘৰ পালেগৈ। দেউতাকে বাৰান্দাতে বহি কিছুমান কাগজ-পত্ৰ চাই আছিল। কোন সময়ত জীয়েক গৈ কাষত বহিলগৈ, তেওঁ ক'বকে নোৱাৰিলে। 'পা-পা' বুলি মাত দিলত বিদ্যুৎ চৌধুৰীয়ে গম পালে, জীয়েক প্ৰতিভা আহিছে। বিনা ভূমিকাৰে প্ৰতিভাই ক'লে, পা-পা, আমি ভাড়াঘৰটো এৰিম। শহুৰ দেউতা আহিছিল। তেখেত সকলৰ বিপদৰ সময়ত আমি লগত কিছুদিন থকাটো উচিত বুলি ভাবিছো। দেওঁবাৰে শ্বিফট্ কৰিম বুলি ভাবিছো।

তোৰ শহুৰৰ কি বিপদ হৈছে, শুনো?

ৰাজেনক পুলিচে ধৰিবলৈ বিচাৰি ফুৰিছে। সি পলাতক অৱস্থাত আছে। এইলৈ অশান্তি।

সিটো এটা সন্ত্ৰাসবাদী দলৰ সদস্য। তাৰ বিৰুদ্ধে নিশ্চয় গুৰুতৰ অভিযোগ আছে। সি এবাৰ টকাৰ দাবী কৰি মোক ভাবুকি দিছিল। তোৰ শহুৰে এইবোৰ সকলো গম পাই মনে মনে থাকে। এতিয়া ভয় খালে কি হ'ব? তইঁতেনো তালৈ গৈ কি কৰিবি? উগ্ৰপন্থীৰ বাবে ৰাইজ ভীতিগ্ৰস্থ হৈছে। দেশত শান্তি নোহোৱা হৈছে। মই বেয়া পোৱা নাই। পাৰোতে মিলিটেৰি আহিছেনে?

প্ৰতিভাই দেউতাকৰ মতামতত গুৰুত্ব নিদিলে। কথাৰ গতি আনফালে গ'লে দেউতাকে কি কয়, ঠিক নাই। কিবা ভয়ংকৰ কথা কৈ পেলাই বুলি প্ৰতিভাই শান্তভাৱে ক'লে, সেইবাবে নহয়। দেউতা, মই ক'ব খুজিছো,—শহুৰ আৰু

শাহুৰ দুয়োৰে শৰীৰ বেয়া। শাহু বিচনাত শয্যাগত। শহুৰে পেঞ্চন পালে। হাই ব্লাড্ প্ৰেচাৰত ভুগিছে। চাবলৈকে মানুহ নাই। এনে সময়ত আমি বেলেগে থকা অশোভন।

তহঁতৰ ইমান আকুলতা কিয়?

আৰু এটা কাৰণ আছে। কিছু সময়ৰবাবে প্ৰতিভা বৈ গ'ল।

কি কাৰণ, শুনো?

'তপনে কোম্পানীৰ চাকৰিটো এৰি দিব। আজি ইস্তফা দিব বুলি কৈছে।' বিদ্যুৎ চৌধুৰীৰ বাৰ্দ্ধক্যত পৰা শিথিল মুখখন হঠাৎ ক্ৰোধত ৰঙাচঙা পৰিল। ক্ৰোধ দমন কৰি তেওঁ চিন্তা কৰিলে যে ক'ৰবাত নিশ্চয় কিবা কেৰোণ লাগিছে। নহ'লে কি কাৰণত জীয়েক-জোঁৱায়েকে এনে দুখ মাতি আনিব? ক'লে, তপনে যেতিয়া চাকৰিটো এৰি দিয়াৰ সিদ্ধান্ত লৈয়ে পেলালে, মই উপদেশ দিয়া, অবান্তৰ। ভাবিছো, তহঁতৰ অদৃষ্টৰ বাহিৰে গত্যান্তৰ নাই। যদি সকলোবোৰৰ বিচাৰ-বিবেচনা তহঁতেই বহি বহি খাটাং কৰি পেলালি, মোক এতিয়া কিয় জ্বলাবলৈ আহিলি?

পা-পা, তুমি খং কৰিছা?

খং উঠা স্বাভাৱিক। ইমান ভাল চাকৰিটো এৰি তপনে আকৌ ক'ত চাকৰি পাব? মই বহুযত্ন কৰি তোৰ সুখৰ বাবে কোম্পানীৰ চাকৰিটো তাক দিয়াইছিলো। তহঁতৰ এইয়া অকল অদৃষ্টই নহয়, অনিষ্টৰো সিদ্ধান্ত। জানি-বুজি এই অনিষ্ট তহঁতে মাতি আনিছ। ধৰ্মেশ্বৰ হাজৰিকাৰ নিজৰে সংসাৰৰ ফুটা নাওঁ, জোৰা-টাপলি মাৰি চলি আছে। তহঁত গৈ শুকাই-খীনাই মৰিবি।

প্ৰতিভাই বুজিছিল যে পাপাকে সিহঁতৰ সিদ্ধান্তত মুঠেই সুখী হোৱা নাই। কিন্তু বহুত ভাবি-চিন্তিয়েই সিহঁতে এই সিদ্ধান্ত ল'বলগাত পৰিছে। জোনমণি হৈছে অন্যতম কাৰণ। তাইৰবাবে বেলেগ পৰিবেশৰ যে প্ৰয়োজন, সেইকথা ডাক্তৰে দহাই দহাই কৈছে। ডাক্তৰে লগতে কৈছে যে প্ৰতিভাৰ ওপৰত বাপেক বিদ্যুৎ চৌধুৰীৰ যি প্ৰভাৱ, যি কৰ্তৃত্ব, যি অত্যাধিক স্নেহ, তাৰো পৰিণতি সিহঁতৰ ব্যক্তিত্ব প্ৰকাশত সহায়ক নহয়। মনোবিজ্ঞানী এজনৰ এনে বিশ্লেষণমূলক মতামত দলিয়াই পেলাব নোৱাৰি। তপনৰ লগত ভালেৰে চলিবলৈ হ'লে তাই বহুতো ভালপোৱা কাম বাদ দিব লাগিব।

তপনেও তাইৰ বাপেকক ভাল চকুৰে নাচায়। বাপেকক কেন্দ্ৰ কৰি সিহঁতৰ মাজত সঘনাই তৰ্কাতৰ্কি হৈ থাকে। শহুৰৰ ঘৰখনৰ লগত ভালে থকাটো তপনে আশা কৰে।

কি ভাবিছ'? বিদ্যুৎ চৌধুৰীয়ে জীয়েকক প্ৰশ্ন কৰিলে। এতিয়া লোকৰ

চাতুৰীকথা শুনি নিজৰ অনিষ্ট মাতি নানিবি। ঘৰলৈ গৈ ঠাণ্ডা মগজুৰে ভাবি চা'গৈ। পাছত যাতে অনুশোচনা কৰিব নালাগে।

প্ৰতিভাই জানে যে তাই আৰু তপনে বহুত চিন্তা কৰিয়েই এই সিদ্ধান্ত লৈছে। এইটো এটা সংকল্প, বৈবাহিক জীৱনৰ সুখ-শান্তি, প্ৰেম-প্ৰীতি নিশ্চিন্ত কৰাৰ এক যুক্তিপূৰ্ণ সংকল্প। তাই ক'লে, পা-পা, তুমিটো মোৰ অহিত চিন্তা নকৰা? তোমাৰ মৰমৰ পৰা বঞ্চিত হোৱাটো মই কেতিয়াও নিবিচাৰো। মাত্ৰ আমাৰ মাজত থকা বহুত দিনৰ অভিযোগ, অসন্তোষ, ভুল বুজাবুজি আঁতৰ কৰিবলৈ মোক এটা সুযোগ দিয়া। তোমাৰ ছত্ৰতলত বহুত দিন থাকিলো। এবাৰ বাহিৰ ওলাই চাওঁ, নিৰাপদ হয়নে নহয়।

বিদ্যুৎ চৌধুৰীৰ কণ্ঠত তিক্ততা হ্ৰাস পাইছিল। তেওঁ উপলব্ধি কৰিলে যে অহৰহ উপদেশ দি থকাটো এটা বেয়া অভ্যাস। হয়তো প্ৰতিভাই শুদ্ধ পথকে নিৰ্ণয় কৰিছে বুলি পতিয়ন গৈছে। তাইক নিৰুৎসাহ কৰা অনুচিত। হাজাৰ হওঁক, তপন তাইৰ স্বামী। স্ত্ৰীৰূপে প্ৰতিভাই স্বামী তপনৰ বিশ্বাসভাজন হোৱাটো মংগলজনক। সিহঁত সুখেৰে থাকক।

প্ৰতিভা ভিতৰ সোমাই গ'ল। বাপেকৰ কোঠালিটো চকুফুৰাই সজাই মেলি থলে। লেতেৰা কাপোৰবোৰ দ'ম বান্ধি পৰি আছিল। ঘৰত কাম কৰা বিহাৰী কাকাক মাতি আনি কাপোৰবোৰ ধোবা ঘৰত দিবলৈ নিৰ্দেশ দিলে। ড্ৰিংকছৰ টেবুলখনত বটলবোৰ সিচঁৰিত হৈ আছে। কোনোটাৰ সাফৰ খোলা হৈ পৰি আছে। গিলাচবোৰো পৰিষ্কাৰ নহয়। প্ৰতিভাই সযত্নেৰে সকলোবোৰ সজাই, পৰিপাটিকৈ ৰাখিলে। বিচনাচাদৰ গাৰু-গিলাপ বদলাই নতুন চেট্ লগালে। এটা পৰিচ্ছন্ন সাজ-পাৰ পাপাকে পিন্ধিবৰ বাবে আলমাৰিৰ পৰা উলিয়াই দাঁৰত থলে। চক্ষুস্থিৰ কৰি চাৰিওফালে কিবা আবৰ্জনা আছে নেকি চালে। বাথৰুমত স্নো', চেভিংক্ৰীম, চাবোন পাওডাৰ, টুথব্ৰাছ, টাবেল সকলো ভাল কৈ ৰাখি, প্ৰতিভাই ৰন্ধাঘৰলৈ গ'ল। দেখিলে, বিহাৰী কাকাই তাইলৈ চাহ তৈয়াৰ কৰিছে, আমলেট ভাজিছে। বিহাৰীয়ে তাইক সৰুকালৰে পৰা পাইছে। তুলি-টালি ডাঙৰ কৰিছে। দিদিয়ে যে কাঢ়াকৈ ভজা আমলেট খাই ভাল পায়, বিহাৰীয়ে জানে।

প্ৰতিভা ঘৰলৈ উভতি আহোতে ৰাতি ন'টা বাজিল। তপনে অপেক্ষা কৰি আছিল বহু সময় ধৰি।

সমাপ্ত

তপন আৰু প্ৰতিভা উভতি আহিল। ধৰ্মেশ্বৰ হাজৰিকাই পুতেক-বোৱাৰী আহিব বুলি সিহঁতৰ কম দুটা ৰং-তেল দি, নিজে তদাৰক কৰি পৰিষ্কাৰ-পৰিচ্ছন্ন কৰাই থৈছিল যাতে সিহঁত আহি অসুবিধা নাপায়। বাথৰুমটোলৈ পানীযোৱা নলিডাল বেয়া হৈছিল। ভাল কৰাই এটা নতুন টেপ লগোৱা হ'ল। পকাখনো এৰাইছিল। তাকো মিস্ত্ৰী আনি নতুনকৈ প্লাচ্‌টাৰ কৰা হ'ল। তপনহঁতে এৰি যোৱাৰ পাছত সেই কোঠালি দুটাত কোনেও ভুমুকি মৰা নাছিল। য'ৰ বস্তু ত'তেই পৰি আছিল। এতিয়া সিহঁত আকৌ উভতি আহিব বুলি ধৰ্মেশ্বৰ হাজৰিকা ব্যস্ত হৈ পৰিছিল। নিজৰ কোঠালিটোৰ বহুত কৰিবলগীয়া মেৰামতি কাম আছিল। মনোৰমাই তাগিদা দি আছিল বহুদিনৰ পৰা। হাজৰিকাই কৈছিল। "ব্যস্ত ন'হবাছোন! ৰিটায়াৰ হ'বলৈ দিয়া। তেতিয়া আন কামটো নাথাকিব। সকলো মেৰামতি কাম এফালৰ পৰা কৰি যাম।" একো হৈ নুঠিল। কিন্তু তপনহঁত অহাটো খাটাং বুলি জানি হাজৰিকাই নিজে মিস্ত্ৰী অনা, বস্তুবাৰী যোগাৰ দিয়া, আগত থাকি ইটো সিটো নিৰ্দেশ দিয়া সকলো খৰধৰ লগাই কৰাই পেলালে। মনোৰমাই মাজনীক দেউতাকৰ ব্যস্ততা দেখুৱাই কৈছিল, চাচোন, দেউতাৰে হঠাৎ ইমান ব্যস্ত হ'বৰ কিহে পালে? ইমান বেছি প্ৰয়োজন নিজৰ ক্ষেত্ৰত মই কেতিয়াও দেখা নাছিলো। ডাক্তৰে হাই ব্লাড্‌প্ৰেচাৰৰ বাবে দৰব খাবলৈ দিছে, বিশ্ৰামত থাকিবলৈ কৈছে। কিন্তু, পুতেক বোৱাৰী আহি কষ্ট পাই বুলি দেউতাৰৰ দুশ্চিন্তাৰ অন্ত নাই। নিজে তদাৰক কৰাত লাগি গৈছে। মনোৰমাই নেমুৰ ৰস এগিলাচ দি ক'লে, হ'ব হ'ব আপুনি লাগি থাকিব নালাগে। কিবা থাকিলে তপন আহিও কৰাই ল'ব পাৰিব। আপুনি এৰক, মোৰে শপত। ধৰ্মেশ্বৰ হাজৰিকাই ক'লে, দেখিছা নহয়, ঘৰটোৰ কি অৱস্থা হৈ আছে? সিহঁত সোমাবহি কেনেকৈ? অলপটো ঠিকঠাক কৰি থব লাগিব? নিজে নাচালে নচলে বুজিছা, সকলোৱে ফাঁকি দিব খোজে, পাল মাৰি থব খোজে।

ধৰ্মেশ্বৰ হাজৰিকাই মনোৰমাক ভাত খাওঁতে কৈছিল,

এটা ল'ৰাটো গ'লেই দেশ উদ্ধাৰ কৰিবলৈ। ঘৰ-বাৰী, মাক-দেউতাক ককাই-বাই সকলো ত্যাগ কৰিলে। দুৰ্গম ঠাইত, অৰণ্য অটব্যত, অনাহাৰে অনিদ্ৰাই দিন অতিবাহিত কৰিছে। এক বৈপ্লৱিক দুৰ্জ্ঞেয় প্ৰেৰণাত ব্যক্তিগত আৰু পাৰিবাৰিক সম্বন্ধ বিসৰ্জন দিছে। ইটো ল'ৰাই ভুগিছে মোহাচ্ছন্ন চহৰীয়া জীৱনৰ অভিশপ্ত অৱক্ষয়ত। সি তাত সোমাই তৃপ্ত হোৱাৰ সপোন দেখিছিল। ভুল

ভাঙিলত সি অসহায়বোধ কৰিছে, উভতি আহিব খুজিছে আমাৰ মাজলৈ। এটা গৈছে, আনটো আহিছে। সি আমাৰ মৰমৰ আশ্ৰয় বিচাৰিছে। আমাৰ সংসাৰ-খনলৈ ভাবাছোন মনোৰমা, কিমান যন্ত্ৰণাকাতৰ। অনিৰ্দিষ্ট ভবিষ্যতত আৰু বা কি আছে ক'ব নোৱাৰো। সেয়েহে ভগবানক খাটা, দুখ যেতিয়া দিছা, সহিবলৈকো শক্তি দিয়া। ... তপন আৰু প্ৰতিভাহঁত আহিব বুলি শুনি অলপ সান্ত্বনা পাইছো, সেই সান্ত্বনাতে সিহঁত থাকিবলৈ কোঠালি দুটা ঠিকঠাক কৰাই দিছো। মোৰ অন্য উদ্দেশ্য নাই। তুমি ভুল নুবুজিবা....।

মনোৰমাই স্বামীৰ অকপট প্ৰয়াসত আৰু আপত্তি নকৰিলে। মায়া বৰ শক্ত বস্তু, বিশেষকৈ মাক-বাপেকৰ সন্তানৰ সম্পৰ্কৰ ক্ষেত্ৰত।

*  *  *  *

তপনহঁত আহি ঘৰৰ সকলো দায়িত্ব ললে। জোনমণিৰ জন্মদিন উদযাপন কৰা-হ'ল, কোনো হৈ-চৈ নোহোৱাকৈ। ডাক্তৰ বৰুৱাও আহিছিল। জোনমণিক দেখি তেওঁৰ আনন্দৰ সীমা নাছিল। তাই এতিয়া আগৰ হতাশাগ্ৰস্থ, মানসিকভাৱে আক্ৰান্ত জোনমণি নহয়। তাই এজনী সুস্থ, সবল আৰু প্ৰাণচঞ্চল স্বাভাৱিক ছোৱালী। তপন আৰু প্ৰতিভাৰ এটা কঠিন দুৰ্ভাগ্যজনক পাৰিবাৰিক সমস্যা সমাধান কৰিব পাৰি ডাক্তৰ বৰুৱা অত্যন্ত সুখী। জোনমণিক মাজত লৈ সকলোৱে গালে, "হেপি বাৰ্থ দে টু ইউ।।" জোনমণিয়ে নাৰ্চাৰি ৰাইম্ গালে, নাচি বাগি—

John the Little
Plays the Fiddle
Papa plays the drum
Mama Plays the Tumberrina
Baby sucks the thumb....
La-La-La-La-La-La

আৰম্ভ হ'ল—ধৰ্মেশ্বৰ হাজৰিকাৰ ঘৰভৰা সুখৰ সংসাৰ। জোনমণিক পাই তেওঁ বহুত দুখ পাহৰি পেলালে। প্ৰতিভাই শহুৰ-শাহুৰ মৰম আদায় কৰি ঘৰখনৰ গৃহিণী হৈ পৰিল। আজি পাকঘৰৰ সকলো দায়িত্ব প্ৰতিভাৰ। মাজনীক এখন স্কুলত এটা চাকৰি যোগাৰ কৰি দিলে তপনে। সিয়ো চাকৰি এটা পালে—বে-চৰকাৰী কলেজ এখনত। ঘৰখনত যে এটা আনন্দমুখৰ পৰিবৰ্তন হৈছে, প্ৰতিবেশীয়ে লক্ষ্য কৰিলে, 'বহুত কষ্ট ভোগ কৰি ধৰ্মেশ্বৰ হাজৰিকাই এতিয়া অলপ সুখৰ মুখ দেখিছে, ডাঙৰ ল'ৰা আহি সকলো চম্ভালি লৈছে, বোৱাৰীজনীয়েও নিজকে সংশোধন কৰি দায়িত্ব পালন কৰিছে।' প্ৰতিবেশী শ্ৰীধৰ বৰুৱা আজিকালি হাজৰিকাৰ ঘৰলৈ প্ৰায়ে আহে খবৰ কাগজখন পঢ়িবলৈ।

কেতিয়াবা লৈয়ো যায়। তেওঁ পেঞ্চন পোৱা আমোলা। অন্য কাম বিশেষ নাই। তেওঁ ধৰ্মেশ্বৰ হাজৰিকাক এদিন কথা প্ৰসংগত কৈছিল; 'বুজিছে হাজৰিকা, মানুহ মাত্ৰেই ভুল কৰে। আপুনিও কৰিছে, তপনহঁতেও কৰিছে, ময়ো কৰিছো। ভুল-বোৰ জীৱনৰ অবিচ্ছেদ্য অংগ। নহ'লে মানুহ দেৱতা হ'লহেঁতেন। এতিয়া ৰাজেন আহিলেই হয়। সিয়ো ভুল কৰি দুৰ্গম পথত ভৰি দিছে। হয়তো এদিন আহি ওলাবহি। সদায়টো দেশৰ অৱস্থা একে নাথাকে। ভালদিন আহিবই। মইতো তাকে কামনা কৰিছো।' ৰাজেনৰ বিষয়ে কোনোবাই কিবা সুধিলে ধৰ্মেশ্বৰ হাজৰিকাৰ দুখত কণ্ঠৰোধ হৈ যায়। ৰাজেনে যে উগ্ৰপন্থীৰ দলত ভৰ্তি হৈছে, হাজৰিকাই জনা নাছিল। শ্ৰীধৰ বৰুৱা আৰু ধৰ্মেশ্বৰ হাজৰিকা দুয়ো আবেলি নৈৰ পাৰলৈ ওলাই যায়, সান্ধ্যভ্ৰমণৰ উদ্দেশ্যে। ৰাজেনৰ কথা ওলালে হাজৰিকাই যে অত্যন্ত বেজাৰ পায়, সেইকথা বৰুৱাই বুজে। তেওঁ হাজৰিকাক প্ৰবোধ দিবলৈ প্ৰায়ে কয়, 'আপোনাৰ দুখ হোৱা স্বাভাৱিক। আজিকালি ল'ৰাবোৰৰ দৃষ্টিভংগীয়েই বেলেগ। অহিংসাৰ শিক্ষা সিহঁতে মানিব নোখোজে। সিহঁত হাড়ে হাড়ে হিংসাবাদী। আপুনি বা মই সিহঁতৰ উপলক্ষ বুজিব নোৱাৰো।'

হাজৰিকা নিৰুত্তৰ হৈ থকাত বৰুৱাই কৈছিল, 'খবৰ কাগজবোৰেই বহুতো অতিৰঞ্জিত খবৰ উলিয়ায়। মই ভাবো, সকলো অশান্তিৰ সূত্ৰপাত খবৰ কাগজৰ মাধ্যমেদি আৰম্ভ হয়। কাগজখন মেলিলেই কেৱল আতংকৰ বাতৰি। কোনটো সত্য, কোনটো অসত্য ধৰিবই নোৱাৰি। আপোনাসকলে দেশৰ হকে ইংৰাজৰ লগত সংগ্ৰাম কৰিছিল। আজিকালি দেশীয় শাসন-ব্যৱস্থাৰ বিৰুদ্ধে ডেকা-ল'ৰাবোৰে সশস্ত্ৰ সংগ্ৰামত যোগ দিছে। অসন্তোষ নিৰ্মূল কৰাৰ সদিচ্ছা নাই! ন্যায়-অন্যায়ৰ বাচ-বিচাৰ নোহোৱা হৈছে।'

ধৰ্মেশ্বৰ হাজৰিকাই বৰুৱাৰ মন্তব্য শুনিলেহে। কোনো বাদ-প্ৰতিবাদ নকৰিলে। দুখ প্ৰকাশৰ যোগ্য ব্যক্তি তেওঁ নহয়, দুখ সহ্য কৰাহে তেওঁৰ কাম্য। ৰাজেনৰ চেহেৰাটোৰ এটা উপচ্ছায়াই তেওঁৰ চকুৰ আগত যেন কায়া হৈ দেখা দিছে। তাৰ মুখৰ তেজৰঙা দৃঢ়তাই ধৰ্মেশ্বৰ হাজৰিকাৰ মনত বহু ভীতিবহ, বহু আতংকিত সংগ্ৰামৰহে ইংগিত দিলে। তেওঁৰ দুখ এয়ে যে, ৰাজেনক ঘৰলৈ তেওঁ আনিব নোৱাৰিলে। সি আহিব নোখোজে।। তেওঁৰ মনত এটাই প্ৰশ্ন—পৰিস্থিতি কেনেকৈ সমাধান হ'ব? ল'ৰাবোৰে হিংসা এৰি শুদ্ধ পথলৈ কেতিয়া আহিব?

তেওঁৰ প্ৰতীক্ষা সফল হ'বনে??

——★——